BOTAHOT KOR GODHULI-GOPAL :- A Series of reminiscences of the past with an autobiographical slant By. Dr. Hiren Gohain, Published by Podatik Publication, First Edition-2005 (7th North-East Book Fair), Guwahati - 3, Price - 145 (One Hundred forty Five only)

প্ৰথম প্ৰকাশ : ২০০৫ (উত্তৰ-পূব গ্ৰন্থমেলা)

প্ৰকাশক : পদাতিক প্ৰকাশন গোষ্ঠী
পূব-শৰণীয়া মূল পথ
২ নং উপপথ, চানমাৰি, গুৱাহাটী - ৩
ফোন নং : ৯৪৩৫০-৫৯৯৫৩
৯৮৬৪০-২৬৩৯১, (০৩৭৭২) ২৫০৪১৭

বেটুপাত : বীৰেন সিংহ
সমীৰ তাঁতী

মূল্য : ১৪৫.০০ (একশ পঞ্চল্লিছ) টকা মাত্ৰ।

মুদ্ৰণ : শৰাইঘাট অফছেট প্ৰেছ
বামুণীমৈদাম
গুৱাহাটী - ২১

যাৰ প্ৰৰোচনাতে অসমীয়া পাঠকৰ বিৰুদ্ধে
এই মহাচক্ৰান্ত আয়োজিত হৈছে
সেইজনা সহ-চক্ৰান্তকাৰী
পংকজ ঠাকুৰৰ হাতত !

– লেখক

# সূচীপত্ৰ

## পাতনি

# পাতনি

দূৰ অতীতৰ কথা মনত পৰিলেই অনিবাৰ্য্যভাবে নাকত যেন লাগেহি গধূলি-গোপাল ফুলৰ মৃদু সুবাস। মোৰ বাল্যকালত গোলাঘাটত ককাইদেউ-বাইদেউহঁতৰ ফুলনি কৰাৰ চখ আছিল। কেতিয়াবা-কেতিয়াবা ময়ো উৎসাহেৰে খন্তি লৈ ফুলগছৰ গুৰি খোঁচৰা আৰু শুকান পাত গুচোৱা আদি কামত সহায় কৰি দিছিলোঁ। ৰঙা-বেঙুনীয়া, হালধীয়া আদি ৰঙৰ ফুলৰ জিক্‌মিকনি ভাল লাগিছিল যদিও মই ফুলনি পতাত আদিৰ পৰা অন্তলৈ সমান উদ্যমেৰে লগা নাছিলোঁ। তেতিয়া ঘৰে ঘৰে অতি সাধাৰণ আৰু শুৱনি আছিল অপৰাজিতা লতা, পাতাবাহাৰ গছ, আৰু স্থল-পদ্ম, গুটিমালি, তগৰ আদি ফুলগছ। মোৰ কিন্তু বেছিকৈ মনলৈ আহে পিৰালিচুকত বা বাৰান্দাৰ কাষত আপোনা-আপুনি গজি উঠা গধূলি-গোপাল জোপোহাৰ ৰঙা-ৰঙা, কোমল ফুল, আৰু তাৰ মৃদু সুঘ্ৰাণ গধূলিৰ মৃদু বতাহত ভাহি অহা। মনত পৰিলে দীঘলকৈ নিশাহ এৰোঁ। যেন অনাদৃত প্ৰকৃত বন্ধু এজন ব্যস্তজীৱনৰ ভিৰৰ মাজত ক'ৰবাত হেৰাই থাকিল।

মোৰ অতীত-স্মৃতিবোৰ তেনেকুৱাই। সেইবোৰ আঁকোৱালি লৈ অতীতৰ তৰংগায়িত সাগৰত ডুব দিবলৈ মোৰ মন নাযায়। কিন্তু কেতিয়াবা জিৰণি আৰু নীৰৱতাৰ মুহূৰ্ত্তত গধূলি-গোপাল ফুলৰ সেই পাহৰা সুবাসে মন আচ্ছন্ন কৰি দিব খোজে।

সেইবোৰ স্মৃতিৰ সুঘ্ৰাণৰ অংশ পাঠকক দিব খুজিছোঁ। ঠিক আত্মজীৱনী নহয়, বয়স বাঢ়ি অহাৰ লগে লগে অনুভৱ কৰা, লক্ষ্য কৰা, উপলব্ধি কৰা কথাবোৰ, চৰিত্ৰবোৰ, ঘটনাবোৰ, পৰিবৰ্ত্তনবোৰ ইয়াত লিপিবদ্ধ কৰিছোঁ। বহুতো কথা-পাহৰিছোঁ। কিছুমানৰ স্থান-কালৰ লৰচৰ হোৱা বুলিও আশংকা হয়। কিন্তু তাৰ মাজত সত্যনিষ্ঠাৰ চেষ্টা মই নথকা নহয়। সমাজ-সংস্কৃতিৰ পৰিবৰ্ত্তনৰ সাক্ষী হিচাবেও মই "আত্মকথা" লিখিছোঁ। আন একো নাপালেও ক্ৰমে দিগন্ত বিলীয়মান হোৱা জগৎ এখনৰ শেষ পোহৰকণ পাঠকে ইয়াত দেখা পাব বুলি ভাবোঁ।

সমসাময়িক কালৰ কেইজনমান লেখকৰ আত্মজীৱনী পঢ়ি পংকজ ঠাকুৰে কৈছিল যে সম্পূৰ্ণ কালানুক্ৰমিক বিৱৰণ নিদি সময়ৰ বেথাডাল মোৰ কল্পনাৰ গতিপথ অনুযায়ী অগাপিছা কৰিবলৈ দিলেহে বিৱৰণ সুপাঠ্য হ'ব। ময়ো কিছু পৰিমাণে সেই পদ্ধতি অনুসৰণ কৰিছোঁ। বিৱৰণ যাতে আমনি লগা নহয়, সেইবাবে প্ৰকাশ-ভংগীৰ বৈচিত্ৰ্যৰ চেষ্টা কৰা হৈছে।

প্ৰচ্ছদপট অংকণৰ দায়িত্ব লৈ মোক দুৰ্ভাবনাৰ পৰা মুক্ত কৰা বাবে শ্ৰীযুত বীৰেন সিংহ আৰু মোৰ প্ৰিয় প্ৰাক্তন ছাত্ৰ শ্ৰীসমীৰ তাঁতীক আন্তৰিক ধন্যবাদ জনাইছোঁ।

কিবা দোষ-ত্ৰুটি হ'লে পাঠকে মাৰ্জনা কৰিব। জ্ঞানী লোকে কয় আনৰ লগতে নিজকো ক্ষমা কৰিব নোৱাৰিলে আত্মজীৱনী লিখা অসম্ভৱ।

২৭/১০/০৫

ড° হীৰেন গোহাঁই
নিজৰাপাৰ
গুৱাহাটী - ৩

পুনশ্চ ঃ ইয়াৰ বেছি অংশ অনুজপ্ৰতিম পংকজ ঠাকুৰে উৎসাহ দি "আজিৰ অসম" কাকতৰ মাহেকীয়া আলোচনীত লিখাইছিল। তেখেতৰ ওচৰত আৰু নতুন প্ৰকাশন সংস্থা পদাতিক প্ৰকাশন গোষ্ঠীৰ ওচৰত মই কৃতজ্ঞ। ইয়াৰ সৰহভাগ "আজিৰ অসম" (মাহেকীয়া) প্ৰমুখ্যে দুখনমান পত্ৰিকাত পূৰ্বে প্ৰকাশিত, কিন্তু পাঠকৰ মাজত বহুল প্ৰচাৰিত নহয়। ছোৱা-ছোৱাকৈ লিখাত দুটামান কথাৰ পুনৰাবৃত্তিও ঘটিছে। কিছুমান সোঁৱৰণি বেলেগ ৰূপত "লষ্ট লাগিজ"ত প্ৰকাশ পোৱা বাবে সেইবোৰৰ পুনৰাবৃত্তি কৰিবলৈ মন নগ'ল। পত্নী আৰু কন্যা আত্ৰেয়ীৰ হেঁচাত কিছুমান পেৰেগ্ৰাফ বাদ দিব লগা হ'ল। তেওঁলোকক ধন্যবাদ।

# শৈশৱৰ সোঁৱৰণী ঃ গোলাঘাট

১৯৩৯ চনত মোৰ জন্ম হৈছিল গোলাঘাটত। ১৯৪৪ চনত গোলাঘাট এৰিলোঁ পৰিয়ালৰ লগতে। তেতিয়াৰ পৰা গোলাঘাটলৈ বেছি যোৱা নাই। ঠাইখন বহুত সলনি হৈছে। কিছুমান পৰিয়ালে আটকধুনীয়া বঙলা সজাইছে। তেনেকুৱা ঘৰ সৰুতে দেখা নাছিলোঁ। মোৰ শৈশৱতকৈ ৰাস্তাঘাটো অলপ ভাল হৈছে। সৰুতে আমি বৰপুখুৰীৰ পানী খাইছিলোঁ, ঘৰত পানীভাৰীয়ে পানী দি থৈ গৈছিল। এতিয়া কলৰ পানী হৈছে। কলেজ হৈছে কেইবাখনো। আধুনিক জীৱনৰ ছন্দ আহিছে আওহতীয়া চহৰখনলৈ। তথাপি মোৰ সৰুকালৰ গোলাঘাটখনহে ভাল লাগে। মনৰ গোপন কোঠালিত মূল্যবান ৰত্নৰ দৰে সাঁচি থৈছো ল'ৰালিৰ সেই মুকলিমূৰীয়া, ৰঙিয়াল সজীৱ দিনবোৰৰ মোহলগা ছবিবোৰ। কেতিয়াবা হঠাতে কোঠাৰ দুৱাৰ মেল খাই যায়, স্বপ্নাবিষ্টৰ দৰে কোঠাটোত সোমাই যাওঁ, আৰু বহুপৰ জলকা লগাৰ দৰে সেই কোঠাটোত সোমাই থাকোঁ।

তেতিয়াও ডাঙৰৰ কৰ্তৃত্ব আৰু শাসনে কঠোৰ ৰূপ লোৱা নাই। সৰু ল'ৰা বুলি প্ৰশ্ৰয় আৰু আদৰেই পাওঁ। সংসাৰৰ কাঁইটীয়া কথাবোৰ চকুত পৰা নাছিল, গাত লগা নাছিল। সেইবাবেই হয়তো গোলাঘাটৰ স্মৃতি ইমান মিঠা হৈ আছে মোৰ মনত। কিন্তু মাজে-মাজে এই মিঠা সোৱাদৰ বাবেই কিছু অবাস্তৱ যেনো লাগে কথাবোৰ।

এতিয়া মই যিজন মানুহ, তেওঁৰ কোনো বৈশিষ্ট্যই গোলাঘাটৰ কালছোৱাত দেখা নাপাওঁ। মই আন দহজন তেতিয়াৰ অসমীয়া ল'ৰাৰ দৰেই আছিলোঁ হবলা। গুৱাহাটীলৈ অহাৰ পিছত মোৰ হঠাতে খং উঠা আৰু আহত অভিমানৰ ফলত প্ৰবল জেদভাব জাগি উঠা স্বভাৱ এটাই গঢ় লোৱা মই নিজেই গম পাইছিলোঁ। কিন্তু গোলাঘাটত থকা সময়ত তেনে কোনো বৈশিষ্ট্য গঢ় লোৱা মোৰ মনত নপৰে। কিন্তু মই গোলাঘাটৰ কথাবোৰ যেনেকৈ মনত ৰাখিছোঁ, মোৰ ভাই-ককাই, বাই-ভনী, কাৰো তেনে স্পষ্টকৈ মনত নাই। হয়তো সেইবোৰ অদৰ্কাৰী কথা বুলি তেওঁলোকে পাহৰি পেলালে, নতুন-নতুন অভিজ্ঞতাৰ তৰপৰ তলত সেইবোৰ হেঁচা খাই লুকাই থাকিল। মোৰ কিন্তু মনত আছে, আৰু মনত পৰে, সেই কথাবোৰ।

সৰু চহৰ। খেতি বাতিৰ পৰিবেশ নাথাকিলেও গাঁৱৰ দৰেই তাৰ সমাজৰ আত্মীয়তা আৰু বন্ধন। দেউতা স্কুলৰ ছাব-ইন্‌স্পেক্টৰ। চাইকে'লত উঠিয়েই স্কুল চাই ফুৰে। এটা খেৰী ঘৰ ভাড়া কৰি আছিলো আমি। দেউতাই চাকৰি সংক্রান্তত এনেকৈ অসমৰ বিভিন্ন ঠাইত ঘৰ ভাড়া কৰি পৰিয়ালটোক নিবলগীয়া হৈছিল। আমাৰ নিজা ঘৰ এটা তেতিয়াও হোৱা নাছিল। উত্তৰ গুৱাহাটীৰ ভেটি-মাটি তাৰ বহু বছৰ আগতেই ৰক্ষণাবেক্ষণৰ ভাৰ আনক দি পৰিয়ালটো দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিল। হয়তো বেছিভাগ স্কুলৰ পৰিদৰ্শকৰো সেই অৱস্থাই হৈছিল। বদলি হ'ব লগা কথাটো দেউতাই ৰ'দ-বৰষুণৰ দৰে গ্ৰহণ কৰিছিল, কোনোদিনে তাৰ বিৰুদ্ধে প্ৰতিবাদ কৰা নুশুনিলোঁ। ব্ৰিটিছৰ দিনত প্ৰশাসনীয় নিয়মবোৰ এতিয়াৰ দৰে ঢিলাই দিয়া নহৈছিল। আৰু দেউতাহঁতৰ প্ৰজন্ময়ো সেইবোৰ ব্যক্তিগত স্বাৰ্থৰ  দৃষ্টিভংগীৰে ভংগ কৰিবলৈ বিচৰা নাছিল।

মধ্যবিত্ত পৰিয়ালৰ নিস্তৰংগ জীৱন। সেই সময়ত খোৱা-পিন্ধাৰ কষ্ট পোৱা মনত নপৰে। দেউতা চৰকাৰী কামত ব্যস্ত । স্কুল পৰিদৰ্শনৰ কামটো পৰিদৰ্শক সকলে ইমান নিষ্ঠাৰে পালন কৰিছিল যে প্ৰায় প্ৰতি দিনাই ৰাতিপুৱা আমাৰ ঘৰত আন কোনো উপপৰিদৰ্শক বা সহকাৰী পৰিদৰ্শক উপস্থিত হৈ   কৰ্ত্তব্যৰ বিষয়ে উৎসাহেৰে আলোচনা কৰিছিল। চৰকাৰী কাম হ'লেও সি কেৱল বিৰক্তি বা অৱসাদৰ জন্ম দিয়া নাছিল। বিশেষকৈ মহন্ত বোলা এগৰাকী সহপৰিদৰ্শকৰ উজ্বল হাঁহিমুখ চাবলৈ আমি সদায় তেওঁক "গুড মৰ্ণিং" দিছিলোঁ। এতিয়া ভাবোঁ যে হয়তো ব্ৰিটিছৰ অধীনস্থ চৰকাৰী বিষয়া হ'লেও শিক্ষাৰ জৰিয়তে দেশ গঠনৰ প্ৰেৰণাই দেউতাহঁতৰ চৰকাৰী কামত ৰস সঞ্চাৰ কৰিছিল। সাংসাৰিক কষ্ট বেছি নাছিল বাবে দেউতাৰ মুখত তেতিয়া প্ৰসন্নতাৰ ভাব এটা দেখা মোৰ মনত পৰে।

গুৱাহাটীলৈ অহাৰ পিছত দেউতাৰ মুখৰ পৰা সেই প্ৰসন্নতাৰ ভাব অন্তৰ্হিত হ'ল। বোধহয় ইতিমধ্যে দ্বিতীয় মহাযুদ্ধৰ প্ৰবল মূল্যবৃদ্ধিয়ে সাধাৰণ মধ্যবিত্ত চাকৰিয়ালৰ জীৱন-নিৰ্বাহ অতি ক্লেশকৰ কৰি তুলিছিল। দেউতাৰ কঠোৰ সততাই 'উপৰি উপাৰ্জন'তো বাধা দিছিল। কিন্তু চকুৰ আগতে ল'ৰা-ছোৱালীৰ খোৱা পিন্ধাৰ কষ্ট দেখি তেখেতে মাহটোৰ বেছিভাগ সময় টুৰ কৰি কটাইছিল। ল'ৰা-ছোৱালীৰ পঢ়াশুনাৰ প্ৰতি নজৰ দিবলৈ আহৰি নাছিল। সেই সময়তে মোৰো চেতনা আগতকৈ কিছু জাগ্ৰত হোৱাত অভাৱ-অনাটনৰ কষ্টই মোকো কিছু আঘাত নকৰাকৈ থকা নাছিল।

যাওক সেই কথা। গোলাঘাটলৈ ওভতো। গোলাঘাটৰ শেষ বছৰ দুটা সেই শান্তিপূৰ্ণ আৰু স্নিগ্ধ বাতাৱৰণত যেন ধুমুহাৰ অস্থিৰতাই তোলপাৰ লগাইছিল।

বাটে-ঘাটে স্বাধীনতা সংগ্ৰামৰ শোভাযাত্ৰা আৰু মিছিল, মুহুৰ্মুহু সমস্বৰ নিনাদত মুখৰিত চৌদিশ। আকৌ দ্বিতীয় মহাযুদ্ধই অসংখ্য জীপগাড়ী আৰু ট্ৰাকেৰে গোলাঘাটৰ মাজেৰে যেন বাট বিচাৰি ল'লে। কেতিয়াবা আকাশত প্লে'নৰ চিক্‌মিকনি। দলে-দলে ৰঙা মুখৰ আমেৰিকান সৈন্য নতুবা প্ৰকাণ্ড পেটুৰা শিখ সৈন্য। তেওঁলোকৰ মুখত আমি সৰুবোৰে আনন্দ বা উৎসাহৰ চিন দেখা নাছিলোঁ। মুখবোৰ আছিল অতিশয় গম্ভীৰ। আমি সৰু ল'ৰা-ছোৱালীবোৰে এনে গম্ভীৰ মুখ আৰু অচিনাকী চেহেৰাৰ সৈনিক বাটে-ঘাটে দেখি ভয়ত টেঁপা খাইছিলোঁ। বন্ধ হৈ গৈছিল ৰাতিপুৱাই কিৰিলি পাৰি তলসৰা শেৱালি-বকুল ফুল তুলিবলৈ জাকে জাকে ওলোৱা শিশুৰ অভিযান। এক শ্বাসৰুদ্ধ পৰিবেশ।

তাৰ আগতে কেনে শান্তিময় জীৱন আছিল, এক উদাহৰণেৰে পাঠকক বুজাব পৰা যাব। এদিন শুনিলোঁ, প্ৰলয় হ'ব।

আইৰ (আহোম পৰিয়ালত আৰু ৰজাদিনত সম্ভ্ৰান্ত পৰিয়ালৰ মৰ্যাদা লাভ কৰা চলিহা বংশৰ দৰে বংশত মাকক 'আইতা' বোলাহে হৈছিল।) হকা-বাধা সত্ত্বেও দেউতাই আসন্ন প্ৰলয়ৰ আশংকা নেওচা দি টুৰত ওলাইছিল। গোটেই ঘৰখনত আৰু চুবুৰিটোত এক গম্ভীৰ, শংকাকুল পৰিবেশ। আমি সৰু বোৰক যথাসম্ভৱ হাই উৰুমি নকৰিবলৈ সাৱধান কৰি দিয়া হৈছে। কিন্তু সৰু বিলাকৰ পেট-পেটে মহা ফুৰ্ত্তি! আজি প্ৰলয় হ'ব !! সোনকালে ভাত পানী খাই ভাল কাপোৰ-কানি পিন্ধি আমিও প্ৰলয়লৈ বাট চালোঁ। মাজে মাজে আইৰ থম্‌থমীয়া মুখ আৰু চকুত শংকাৰ চিন দেখি অলপ তভক খালেও প্ৰলয়ৰ উত্তেজনালৈ শ্বাসৰুদ্ধ আনন্দেৰে আমি বৈ থাকিলোঁ। বেলিটো মূৰৰ ওপৰ পায় মানে চুবুৰিটো একেবাৰে নিজম পৰিল। কিন্তু ক'তা? দুপৰীয়াৰ বেলি হালি আবেলি আহিল। চৰাই-চৃকটিৰ গধূলিৰ আৰাৱে সোঁৱৰাই দিলে দিনশেষৰ খবৰ। প্ৰলয় আৰু নাহিল। বৰ হতাশ হ'লো আমি সৰুবোৰ। ডাঙৰবোৰে বোধহয় ভাবিলে তেওঁলোকৰ কিবা পুণ্যৰ ফলত এই যাত্ৰা বাচিল।

আন সমাজৰ দৰেই আমাৰ ঘৰতো ওচৰ-চুবুৰীয়াৰ সুকীৰ্ত্তি-কুকীৰ্ত্তিৰ আলোচনা হৈছিল সঘনে। অমুকৰ ল'ৰা হীৰাৰ টুকুৰা হেন, বৰ ভালকৈ পাছ কৰিছে। তমুকৰ ছোৱালী দেছুৱালীৰ লগত পলাই গ'ল। সেই ঘৰৰ ফুটনি বৰ বেছি আৰু ভচুকৰ ঘৰৰ ধৰ্ম-কৰ্মত বৰ মতি, ইত্যাদি। লীলাধৰ বৰুৱা গান্ধীভক্ত ত্যাগী কংগ্ৰেছী। তেওঁৰ বিয়াত অভ্যাগতক কেৱল এটাকৈ সুমথিৰা টেঙাহে (কমলা টেঙা) যাচিছিল। শংকৰ বৰুৱাই পুলিচক কেৰেপ নকৰে, দিন দুপৰতে পুলিচৰ চকুত ধূলি মাৰি মাইকী মানুহৰ ভেশ পিন্ধি পলাইছিল। কোৱা বাহুল্য যে

শংকৰ বৰুৱাক মই এক ৰোমাঞ্চকৰ কাহিনীৰ দস্যু-নায়কৰ দৰে বুলিহে ভাবিছিলোঁ। তাহানি সপ্তাহত দুই-তিনিবাৰ কাষৰ বা দূৰৰ চিনাকী পৰিয়ালৰ মানুহে মাত লগাবলৈ আহি খা-খবৰ লোৱাৰ লগতে গল্পগুজব কৰা নিয়ম আছিল। আলহীৰ কাৰণে মীট্‌চে'ফত তিলপিঠা আৰু নাৰিকলৰ ডাঙৰ -ডাঙৰ লাড়ু মজুত আছিল। পুৰুষ সকলে বাহিৰৰ কাম কাজত ইজনে সিজনক লগ পাইছিল আৰু নামঘৰতো উৎসৱে-পাৰ্বনে পাইছিল। মহিলা সকলেই সমাজখনৰ আত্মীয়তা ৰক্ষা কৰিছিল এনেদৰে ইঘৰে সিঘৰলৈ আবেলি ফুৰিবলৈ গৈ। সৰু বিলাকে মহিলাৰ মেলৰ সোৱাদ পাইছিল ওচৰে-পাজৰে থাকি। হিংসা-হিংসি আৰু পৰচৰ্চাৰ মাজতে একধৰণৰ মধুৰ সামাজিক সহৃদয়তাই মধ্যবিত্ত মানুহচামক বান্ধি ৰাখিছিল।

মোৰ যিমানদূৰ মনত পৰে মধ্যবিত্ত পৰিয়ালবোৰৰ মাজত জাতিভেদৰ ভাব বৰ প্ৰবল নাছিল। জাতি বুলি কথা এটা আছে বুলি যদিও জানিছিলোঁ, তাৰ প্ৰভাৱ সামাজিক জীৱনত বৰ লক্ষ্য কৰা নাছিলোঁ। হয়তো বৰ সৰু আছিলোঁ বাবে। হয়তো গোলাঘাটত সেই ভাব ক্ষীণ আছিল। গুৱাহাটীত কিন্তু কিছু সৰুতেই খেলাৰ লগৰীয়াৰ মুখত হঠাতে এনে কেতবোৰ প্ৰশ্ন শুনি থমক্ খাই ৰৈ যাবলগীয়া হৈছিলোঁ। 'তোমালোক কি জাতৰ?" "তোমালোক বামুন নে শূদিৰ ?" উত্তৰ শুনি লগৰীয়া বিলাক কিছু সময় টলকা মাৰি আছিল। কিন্তু পিছ মুহূৰ্ত্তে খেলাৰ আনন্দত মতলীয়া হৈ বামুন-কলিতা-আহোম-কোঁচ-কৈবৰ্ত্ত- মুছলমান এইবোৰ সমূলি পাহৰি পেলাইছিলোঁ।

কিন্তু জাতৰ সংস্কাৰ কেনে গভীৰ আছিল এটা কথাৰ পৰা বুজাব খুজিছোঁ। গোলাঘাটতে আনুষ্ঠানিক বিদ্যাৰম্ভৰ পিছত (সেই দিনা আয়ে ৰন্ধা পায়সৰ সোৱাদ মোৰ আজিও মনত পৰে।) স্থানীয় এল পি স্কুল এখনত মোৰ নাম লগাই দিয়া হয়। পকা দাড়ি-চুলিৰে সৌম্য চেহেৰাৰ এজন মুছলমান শিক্ষক তাৰ একমাত্ৰ শিক্ষক আছিল হবলা। তেওঁ মোক ইমান মৰমকৈ অ-আ লিখিবলৈ শিকালে যে স্কুলৰ ভয় মোৰ মনৰ পৰা প্ৰায় সুৎকৈ জাপ মাৰি আঁতৰিছিলেই । কিন্তু অলপ পিছতে কাষতে উচ্‌পিচাই থকা উৎপতীয়া ল'ৰা এটাক তেওঁ যি হৃদয় বিদাৰক চাৱনিৰে চালে যে সিতো তাপ মাৰিলেই, ময়ো থৰ লাগিলোঁ।

এল-পি স্কুলত মোৰ নবীন নামৰ ল'ৰা এজনৰ লগত আৰু এজন মুছলমান ল'ৰাৰ লগত (নামটো এতিয়া মনত নাই) নলে-গলে লগা বন্ধুত্ব হ'ল। নবীনহঁতৰ ঘৰৰ লগত আমাৰ অহা-যোৱা আছিল, কিন্তু মুছলমান ল'ৰাজনক পঢ়াশালিতহে লগ পাইছিলোঁ। এদিন দুপৰীয়া স্কুলৰ পৰা উভতিবৰ সময়ত তেওঁৰ অনুৰোধ এৰাব নোৱাৰি তেওঁৰ ঘৰলৈ গলোঁ। দেউতাক দোকানী— আমাৰ শিক্ষকৰ দৰে

পকাদঢ়ীয়া, কিন্তু মূৰত বোধহয় ফে'জ টুপি আছিল। তেওঁ পুতেকৰ সহপাঠীক মৰমেৰে ৰঙা-সেউজীয়া-বেগুনীয়া মাৰ্বলৰ দৰে মিঠা লোজেন-গুটি দিলে এমুঠি। সেই লোজেন গুটিৰ প্ৰতি লোভ জয় কৰিব পৰা জিতেন্দ্ৰিয় বালক যে মই নাছিলোঁ, নক'লেও চলে। মনত সামান্য শংকা আছিল যদিও লোজেন গুটিয়ে খ্ৰীষ্টধৰ্মৰ ছয়তানৰ দৰে ফুচুলাই সেই শংকা তুৰন্তে দূৰ কৰিলে। কিন্তু ঘৰলৈ উভতি অহাৰ পিছত পাপবোধত মোৰ মন গধুৰ হৈ আহিল। ৰাতি ইমান বিতত হ'লো যে কোনোৰকমেহে দুগৰাহ ভাত পেটলৈ নিব পাৰিলোঁ।

তাৰ কাৰণ কি, আজিৰ পাঠকে অনুমান কৰিব নোৱাৰিব। সেই সময়ত আন সকলোৰে দৰে মোৰো ধাৰণা আছিল মুছলমান বেলেগ জাতৰ আৰু মুছলমানৰ ঘৰত খালে জাত যায়। মই নিশ্চিত হলোঁ যে মোৰ সেই মহামূল্যবান সম্পদ 'জাত' কোনোবা টলকত মোৰ দেহা এৰি বতাহত মিলি গ'ল। কথাটো ঘৰে-পৰে কোনোবাই গম পালে মোৰ কি দশা হ'ব ভাবি মোৰ অণ্ঠে-কণ্ঠে শুকাই গ'ল। সদায় ৰাতিপুৱা শুই উঠি মোৰ কাম হ'ল আয়নাত নিজৰ মুখ চাই চেহেৰা কিবা ধৰা পৰিব পৰাকৈ সলনি হৈছে নেকি তন্ন-তন্নকৈ নিৰীক্ষণ কৰা। ঘৰৰ কাকো এই মাৰাত্মক বিপৰ্যয়ৰ কথা ক'বলৈকো সাহ নাছিল। এনে অৱস্থা পালে যে কোনোবাই ডাঙৰকৈ চিঞৰি মোক নাম ধৰি মাতিলে মই জাপ মাৰি উঠা হলোঁ।

কিন্তু আচৰিত কথা যে মোৰ এই সাংঘাতিক অপৰাধ বা পাপৰ খবৰ আন কোনেও নাপালে। এদিন-দুদিনকৈ বহুদিন পাৰ হৈ গ'ল। মোৰ জাত যোৱাৰ খবৰ আজিলৈকে কোনেও পোৱা নাই, আজিহে পাঠকসকলে জানিলে।ময়ো এমাহ মানৰ ভিতৰতে মনৰ প্ৰফুল্লতা ঘূৰাই পাই আগৰ দৰে ৰংমনে সময় কটাইছিলোঁ।

জাতৰ কথা আৰু বেছি মনত পৰা নাই। কিন্তু এবাৰ আমাৰ আই নামঘৰত আগশাৰীত বহি থকা সত্ত্বেও বিলনীয়া গৰাকীয়ে মাহ-প্ৰসাদ বিলাবৰ সময়ত আইক চেৰাই প্ৰথমতে পিছৰ শাৰীৰ এগৰাকী তথাকথিত উচ্চজাতৰ মহিলাক দিছিল হেনো। ইয়াতে ক্ষুব্ধ হৈ আয়ে নামঘৰলৈ যোৱা বন্ধ কৰিছিল। কিন্তু জাত-পাতৰ কথা গোলাঘাটৰ মানুহৰ মনত থাকিলেও সি সাধাৰণতে বেছিভাগৰ বাহিৰৰ আচৰণক বিকৃত কৰা নাছিল যেন লাগে। শিক্ষিত চামে সেইকালত আধুনিক শিক্ষাৰ পাঠবোৰ কিছু আন্তৰিকতাৰে গ্ৰহণ কৰিছিল।

কিন্তু তাহানিৰ সমাজত জাত-পাতৰ বাহিৰেও আৰু বহুধৰণৰ ভেদাভেদ আছিল। মানুহৰ মনে সংকীৰ্ণতাৰ গণ্ডীতে নিৰাপদ বোধ কৰিছিল আৰু তাৰ বাহিৰত বিপদৰ গোন্ধ পাইছিল। গোলাঘাটত কৰ্মসূত্ৰে নামনি অসমৰ এচাম মানুহ আছিল। তেওঁলোকৰ ভিতৰত দুখীয়া বিলাকৰ জীৱিকা উপাৰ্জন হৈছিল

বৰপুখুৰীৰ পানী কঢ়িয়াই ঘৰে-ঘৰে যোগান ধৰা। তাৰ উপৰিও চাকৰিয়াল চাম এটাও গোলাঘাটৰ নিগাজী বাসিন্দা হৈ পৰিছিল। তাৰ ভিতৰত আইন মহাবিদ্যালয়ৰ অধ্যক্ষ হৈ অৱসৰ লোৱা স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাৰ পিতৃ বিজয় কলিতাৰ ("বিজয় অভছিয়াৰ' বুলিয়েই মানুহে তেখেতক জানিছিল) আৰু কবি নীলমণি ফুকনৰ পত্নী দুলুমণি বৌৰ ককাক "উমা পণ্ডিত'ৰ পৰিয়ালৰ নাম মোৰ মনত পৰে। মাত-কথাত উজনিয়া হৈ পৰা এই কেইঘৰ মানুহে কিন্তু কামৰূপীয়া মূলৰ বুলি গৌৰব কৰিছিল আৰু পৰস্পৰৰ প্ৰতি সদ্ভাব পোষণ কৰিছিল। কিন্তু চহৰৰ বাকী মানুহখিনিৰ লগত তেওঁলোকৰ যথেষ্ট মিলা-প্ৰীতিয়েই চকুত পৰিছিল মোৰ। দুই পক্ষই আমাৰ ঘৰখনক টানিছিল। পিতৃ-মাতৃ দুয়োৰে মূল ঘৰ বহুকাল নামনি অসমৰ বাসিন্দা আছিল। আনহাতে জনগোষ্ঠী হিচাবে আৰু কেতবোৰ আচাৰ-আচৰণত দুয়োখন ঘৰৰ সম্পূৰ্ণ নহ'লেও আংশিক উজনিয়া লক্ষণ আছিল। সৰুৰে পৰা সেয়ে মই উজনিয়া-নামনিয়া বিবাদত বিব্ৰত বোধ কৰি আহিছোঁ। কিন্তু আমাৰ পৰিয়ালৰে ওপৰৰ সন্তান কেইটিয়ে নিজকে নিৰহ-নিপানী উজনিয়া বুলিয়েই ভাবিছিল।

গোলাঘাটত থকা সময়ত ডাঃ প্ৰমোদ সৰকাৰ নামৰ এজন সৰৱৰহী বঙালী ডাক্তৰৰ পৰিয়ালৰ লগতো আমাৰ ঘনিষ্ঠতা আছিল। তেওঁলোকৰ ঘৰৰ পৰা বাইদেউহঁতে কবিতা আবৃত্তি, এম্ব্ৰইডাৰি আদি নাগৰিক জীৱনৰ অৱসৰ বিনোদনৰ কৌশল তথা কলা শিকা মোৰ ৰিণিকি ৰিণিকি মনত পৰে। সেই সময়ত অসমৰ চহৰবোৰত বঙালী ডাক্তৰ আৰু উকিল আছিল লেখতলবগীয়া।

গোলাঘাটত আমাৰ ওচৰ-চুবুৰীয়াৰ ভিতৰত দেৰগাঁও মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাতা কমল দুৱৰাৰ ঘৰ, কেদাৰ বৰবৰাৰ ঘৰ, বুলু নামৰ ল'ৰা এজন থকা একালৰ অতি ধনী আৰু তেতিয়া আৰ্থিক দুৰ্দশাত পৰা এটি বৰুৱা পৰিয়াল, মোৰ মনত পৰে। ঘৰৰ ডাঙৰ সকলৰ মুখত দোৰ্দণ্ড প্ৰতাপী ফুকন মৌজাদাৰ নামৰ এজন মৌজাদাৰ, তাৰা উকিল বুলি জনাজাত ড° দেৱপ্ৰসাদ বৰুৱাৰ পিতৃ তাৰাপ্ৰসাদ বৰুৱা, চাহখেতিয়ক হেৰম্ব প্ৰসাদ বৰুৱা, ডি-আই অফিচৰ 'লাল কেৰাণী' নামে খ্যাত এগৰাকী মুছলমান হে'ড ক্লাৰ্ক, বৰবৰা নামৰ আন দুটামান পৰিয়াল, বিষ্ণু প্ৰসাদ দুৱৰা, ৰামেশ্বৰী খাটনিয়াৰ আদিৰ নাম কিবা সূত্ৰে শুনাৰ পিছত মোৰ মনত গঁঠা হৈ ৰ'ল। আন কিছুমান নাম এতিয়া পাহৰিছোঁ।

আমাৰ কাষতে ১৮/১৯ বছৰলৈকে বিয়া নোহোৱা গাভৰু এগৰাকী আছিল এঘৰত। মুকলিকৈ কথা-বতৰা পতা এই ছোৱালীজনীৰ মুখত কিন্তু সদায় এক

ব্যথাভৰা গাম্ভীৰ্য্য লক্ষ্য কৰিছিলোঁ। তেওঁৰ ঘৰলৈ কেতিয়াবা যাঁও বাইদেউহঁতৰ লগত। তেওঁ নানা গল্পগুজবৰ লগতে কেতিয়াবা সযতনে এঠাইত জাপি থোৱা দুখনমান কিতাপৰ পৰা আমাক কাহিনী কয়। এখন আছিল 'বেতাল পঞ্চবিংশতি' (আজলী তৰা নেওগে অনুবাদ কৰা বুলি পিছত গম পাইছিলোঁ)। আন এখন বিনন্দ চন্দ্ৰ বৰুৱাই অনুবাদ কৰা কৰ্ণেল টডৰ 'ৰাজস্থান'। দুপৰীয়াৰ গহীন উৰুঙা পৰিবেশত সেই গল্পবোৰে মোক যাদুৰ দেশলৈ উৰাই লৈ গৈছিল।

মাতৃহীনা গাভৰু গৰাকীৰ দেউতাকে তেওঁৰ বিয়া বাৰুৰ কথালৈ বিশেষ মনকাণ দিয়া নাছিল। তাহানি ১৮/১৯ বছৰীয়া আবিয়ৈ গাভৰুক প্ৰায় বুঢ়ী বুলিয়েই ধৰা হৈছিল। দুই এগৰাকীৰ বাহিৰে সমাজত মহিলা চাকৰিয়াল নাছিলেই। গতিকে এক অনন্ত আশাহীন প্ৰতীক্ষাত দিন গৈছিল সেই তৰুণীৰ। সেই কথাটো মই এতিয়াহে বুজিব পাৰিছোঁ।

আৰু এটা স্মৃতি জ্বল্‌জ্বল্ পট্‌পট্ হ'লেও তাৰ স্থান কাল সম্পৰ্কে মই নিশ্চিত নহওঁ। নিচেই সৰুতে, মেলেৰিয়াই হাড়ে-ছালে লগা হালধীয়া চেহেৰা কৰাৰ আগতে, মোৰ হেনো নিপোটল চেহেৰা আছিল। মনত পৰে এটা প্ৰকাণ্ড হাউলিৰ চাৰিও পিনে ডাঙৰ ঘাঁহনিপথাৰ। তাতে এটা হাতী বন্ধা থাকে। 'আইধান' নামৰ এগৰাকী গাভৰু তাত থাকে। আন মানুহ দুনুহ তাত থকা মনত নপৰে, আছিল নিশ্চয়। মোক তাৰ্লৈ লৈ গ'লে তেওঁ মোক সাবোট মাৰি ধৰে, যেন আৰু এৰি নিদিব। সেই হেঁচাটো মোৰ বৰ পছন্দ হোৱা নাছিল। কিন্তু তাৰ পিছৰ পৰ্ব অৰ্থাৎ উৎকৃষ্ট আমৰ চকল, কমলা টেঙা, লিচু আৰু টফিৰ কথা মনত পেলাই সেই মৰমৰ অত্যাচাৰ সহ্য কৰিছিলোঁ। কেতিয়াবা মোৰ হতুৱাই হাতীক কল খুৱাইছিল। মই পুলকিত হৈছিলোঁ। গাভৰু যেন লগা মহিলা গৰাকীৰ ধুনীয়া আৰু মৰমীয়াল মুখখনতো গভীৰ বেদনাৰ ছাঁ পৰি থকা দেখিছিলোঁ। হয়তো তাহানিৰ অবদমিত নাৰীত্বৰ সেইবোৰ চকামকা আভাসেই আছিল।

গোলাঘাটৰ সুখলতা আৰু সুধালতা দুৱৰাই কলিকতাৰ মেধাবী বঙালী ছাত্ৰীক চেৰ পেলাই বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাত কৃতিত্ব প্ৰদৰ্শন কৰিছিল এনে এটা সময়ত, যেতিয়া অসমত আধুনিক শিক্ষা লোৱা অসমীয়া ছোৱালীৰ সংখ্যা আছিল আঙুলিমূৰত গণিব পৰা। তেতিয়া আইহঁতে নামঘৰত সেই দুগৰাকী বিদুষী তৰুণীৰ কোনো বয়স্কা আত্মীয়াই কোৱা শুনিছিল ঃ 'নবাবৰ বেটিহঁতে এতিয়া বিয়া-বাৰু কৰাই পোৱালী ফুকাব লাগে, কিন্তু কি ক'বা ? বেটিহঁতে কিবা 'ল' পঢ়ে, 'ফ' পঢ়ে .... (!!)'

আমাৰ পৰিয়ালৰ নিম্নমধ্যবিত্ততকৈ সামান্য ওপৰৰ হ'লেও আমাৰ ঘৰতে দুটা-তিনিটা চাকৰ আছিল। কথাটো মনত পৰিলে এতিয়া আচৰিত হওঁ। ধাৰণা হয় ব্ৰিটিছৰ দিনত কৃষিজীৱী ৰাইজৰ বৰ দুৰৱস্থা আছিল যি কাৰণে পেট প্ৰবৰ্ত্তনৰ প্ৰয়োজনত বহু কৃষিজীৱী পৰিয়ালৰ সন্তানে লোকৰ ঘৰত সামান্য বেতনত চাকৰ খাটিছিল। পূজাই -পাৰ্বনে ফুৰিবলৈ গ'লে কোনোবা এটাৰ কান্ধত মোৰ নিগাজী আসন আছিল। এতিয়াহে ভাবোঁ সেই অনাকাংক্ষিত হেঁচাত চাকৰজনৰ পূজা চোৱাৰ আনন্দ নিশ্চয় মাটি হৈছিল। চাকৰবিলাকৰ খোৱা-বোৱাত কষ্ট নহলেও মানুহ হিচাবে তেওঁলোকৰ কোনো স্বীকৃতি নাছিল। বোধহয় তেওঁলোকক মানুহতকৈ কিছু তলৰ শাৰীৰ বুলিহে ভবা হৈছিল। অৱশ্যে আমাৰ আই আছিল মৰমীয়াল আৰু আমাক কঠোৰ শাসনত ৰখা দেউতাই চাকৰ বিলাকৰ প্ৰতি বিশেষ দয়া আৰু বিবেচনাৰ পৰিচয় দিছিল। চাকৰ বিলাকৰ নানা মূৰ্খামি, বদভ্যাস আৰু আচৰণৰ বিসংগতি ঘৰুৱা হাস্য-পৰিহাসৰ বিষয় আছিল। কোনোবা এটাক বোলে বজাৰলৈ ময়দা আনিবলৈ পঠোৱাত সি বহুপৰৰ মূৰত বঠি এখন লৈ ঘৰ পাইছিল। সিহঁতৰ ফালে বোলে বঠিক 'মৈদা' বুলি কয় ! কিন্তু এনে এজন চাকৰেই দেউতাৰ পৰা ধাৰ লৈ ব্যৱসায় আৰম্ভ কৰি পিছলৈ এজন কৃতী আৰু স্বচ্ছল ব্যৱসায়ীত পৰিণত হৈছিল। চাকৰতকৈও তলৰ বুলি ভবা স্তৰৰ পানীভাৰী বিলাকে ৰাতি যেতিয়া দলবান্ধি কীৰ্ত্তন ঘোষাৰ নাম গাইছিল, গোলাঘাটৰ উজনিয়া মানুহখিনিয়েও মুগ্ধ হৈ শুনিছিল।

আগতেই কৈছোঁ যে আমাৰ পিতৃ-মাতৃৰ মূল ঘৰ দুখনত পৰম্পৰাগত অহিন্দু আহোম আচাৰ-নীতিৰ প্ৰভাৱ তাকৰ আছিল। আইহঁতৰ ঘৰত আনকি পাকঘৰত মুৰ্গী সুমাবাবলৈকো দিয়া নহৈছিল। কেতিয়াবা পৰিয়ালৰ কোনো গৰম তেজৰ ডেকাৰ মুৰ্গী খাবলৈ মন গ'লে চোতালৰ এচুকত নিজে ৰান্ধি খাইছিল। এনেস্থলত আমাৰ দুয়োঘৰতে মদৰ প্ৰচলনতো নাছিলেই বৰং মাদক পানীয়ৰ প্ৰতি এক ভয়মিশ্ৰিত বিৰাগৰ ভাবহে আছিল। আমিও সৰুতে মদখোৱা মানুহ দেখিলে ঘৃণা আৰু ভয়ৰ ভাবেৰে চাইছিলোঁ। মোৰ যেতিয়া আঠাইশ বছৰমান বয়স হ'ল আৰু উপযুক্ত লগসংগ পালে এটুপি ধৰাৰ অভ্যাস হ'ল, তেতিয়াহে খবৰ পালোঁ যে সাজপানীৰ ৰূপত মদ আহোমৰ সামাজিক ঐতিহ্যৰ অন্তৰ্গত। কোৱা বাহুল্য যে বাইবেলৰ সেই ধোঁৱাখুলিয়া সন্তানটিৰ ( PRODIGAL SON ) দৰে ময়ো আৰু পলম নকৰি নিজ সম্প্ৰদায়ৰ সেই গৌৰৱময় ঐতিহ্যলৈ উভতি আহিলোঁ। আজিৰ পৰিপক্ক প্ৰজ্ঞাৰে সোমৰসৰ ঐশ্বৰিক গুণাৱলী সম্পৰ্কে যি

ধাৰণাই নকৰোঁ, সৰুকালত কিন্তু মদখোৱা মানুহ দেখিলে আতংকিত হৈছিলোঁ।

গোলাঘাটৰ বাবু সমাজত বস্তুটো কিন্তু এলাগী নাছিল। কেইটামান উচ্চবিত্ত পৰিয়ালৰ উপৰিও মধ্যবিত্ত এচামৰ মাজতো সোমৰসৰ প্ৰতি অনুৰাগ আৰু আদৰ আছিল। কিন্তু সামাজিক ৰীতি অনুযায়ী সি আকৌ হিন্দুৰ অস্পৃশ্য আছিল। ফলত সোমৰসৰ সেৱক সকলে হয় ঘৰতে মনে-মনে সোমৰসৰ মাহাত্ম্য প্ৰত্যক্ষ কৰিছিল, নহ'লে আন কোনো ভিতৰপকীয়া বন্ধুবান্ধৱৰ ঘৰতে তিনি-চাৰি জন মিলি তাৰ পূজা এভাগ আগবঢ়াইছিল। অসুবিধাৰ কথা এয়ে যে পূজাত হুলস্থূল হয়েই আৰু সোমৰসৰ পূজাতো নোহোৱাকৈ থকা নাছিল। ফলত পিতৃদেৱৰ এই পদ বস্তুৰ প্ৰতি বিতৃষ্ণা বৃদ্ধি পাইছিল। এবাৰ গোলাঘাটৰ এগৰাকী সদ্বংশীয় নামী উকিলে আমাৰ ওচৰ-চুবুৰীয়াৰ ঘৰৰ পৰা আমাৰ বাৰীত সোমাই বাৰীত থকা পাইখানাৰ চিৰিটো সাময়িকভাৱে অধিগ্ৰহণ কৰিছিল। ফলত আমাৰ নিত্যনৈমিত্তিক কৰ্মত যথেষ্ট ব্যাঘাত ঘটিছিল। সোমৰসৰ প্ৰভাৱত হওক বা স্বাভাৱিক চেহেৰাৰ বাবেই হওক, মানুহজনৰ মুখখন অসম্ভৱ ৰঙা পৰিছিল। আমি সৰু কেইটাই গঞা মানুহে দূৰৰ পৰা বনৰীয়া হাতী বা গঁড় খেদাৰ দৰে হৈ-চৈ কৰি পাইখানাৰ চিৰি মুক্ত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিলোঁ। কিন্তু ভদ্ৰলোক কিবা ভাবত মগ্ন হৈ আমাৰ সেইবোৰ হৈ-চৈ লৈ কৰ্ণপাত কৰা নাছিল। দুঘণ্টামানৰ পিছত ধ্যানভগ্ন হোৱাত তেখেতে হঠাতে সুকৃত্ কৰে বাৰীৰ জেওৰা পাৰহৈ আঁতৰি গৈছিল।

চুবুৰীয়া এক ভদ্ৰলোক আছিল দিনৰ বেলা মাটিৰ মানুহ। সন্ধিয়া হ'লেই বন্ধু বা লগুৱা এটা কাষত লৈ কঁকালত টঙালি বান্ধি সোমৰস সেৱন কৰে আৰু কোঠাটোত খদমদম লগাই ওচৰচুবুৰীয়াক উদ্দেশ্য কৰি বিকট তৰ্জন-গৰ্জন কৰে। দেউতাই কথাটোত বৰ অশান্তি পাইছিল। আমি সৰুবোৰে কিন্তু তেনে দিনবোৰলৈ ভয়মিশ্ৰিত আনন্দৰে বাট চাইছিলোঁ আৰু নিমাখিত ভদ্ৰলোকজন সোমৰসৰ যাদুত তুৰন্তে মধ্যম পাণ্ডৱত পৰিণত হোৱা চাই অতিশয় সন্তোষ লাভ কৰিছিলোঁ।

আমি গোলাঘাট এৰি আঁতৰি অহাৰ আগদিনা ভদ্ৰলোকে আমাৰ ঘৰলৈ আহি সৎ চুবুৰীয়াৰ দৰে খা-খবৰ লৈছিল। তেখেতৰ কথা বতৰাত সদায় দেখা নম্ৰতাৰ লগতে এটা যেন অনুতাপৰ সুৰো শুনিছিলোঁ। কিন্তু ইতিমধ্যে বহুদিনীয়া উপদ্ৰৱত অতিষ্ঠ হৈ পৰা দেউতাই তেখেতক বিদ্ৰূপৰ সুৰত উত্তৰ দিছিল। মোৰ শিশুৰ অন্তৰ ভদ্ৰলোকৰ প্ৰতি সমবেদনাত সিক্ত হৈ উঠিছিল।

গোলাঘাটত থকা সময়ত পঢ়াশুনা কি মই বুজাই নাছিলোঁ। কেইদিনমান স্কুললৈ গৈ যেতিয়া একত চাৰি চৌদ্ধ, একত পাঁচে পোন্ধৰ, আদি আমনি লগাকৈ

চিএঞ্জৰিব লগা হ'ল, আৰু সদায় 'ৰাঘ বৰালী, মাধ ভড়ালী" জাতীয় ছন্দ বাৰে-বাৰে দোহাৰিব লগীয়া হ'ল, তেতিয়া এটা বুধি সাৰ্জিলো। চহৰৰ নামঘৰটো অলপ নিজান জাগাত। তাৰ কেউকাষে আহঁত, বকুল আদি গছ। মই লগৰীয়াৰ লগত স্কুললৈ বুলি খোজকাঢ়ি আহোঁতে সেই ঠাইখিনিতে পাছ পৰোঁ, আৰু আনে গম ধৰিব নোৱাৰাকৈ গছ এজোপাৰ আঁৰ হৈ লওঁ। তাৰ পিছত গছজোপাৰ ছাঁতে বহি চৰাই-চুকটি চাই বা সৰুকালৰ কল্পনাৰে আকাশ-পাতাল গুণি পাৰ কৰি দিওঁ। স্কুলৰ পৰা সহপাঠীবিলাক হুলস্থূল কৰি উভতি আহিবৰ সময়ত আকৌ সিহঁতৰ লগতে মিলি ঘৰলৈ উভতি আহোঁ। লগৰীয়াবোৰে কৌশলটো লক্ষ্যই কৰা নাছিল। কেইবাদিনো এনেদৰে বিদ্যাভ্যাস কৰাৰ পিছতহে শিক্ষকে ঘৰলৈ খবৰ পঠালে আৰু মোৰ অজ্ঞাতবাসৰ সিমানতে অন্ত পৰিল। এই পুণ্যফেৰাৰ ফলতে বোধহয় "ক" মানৰ পৰা "খ" মানলৈ মই উধাব নোৱাৰি ঘৰত প্ৰচুৰ দাবি-ধমকি-ইতিকিঙৰ সম্মুখীন হৈছিলোঁ।

গোলাঘাটত থকা কালছোৱাত ডাঙৰ ককাইদেউ বাপুৱে (পুষ্পেন্দ্ৰনাথ) দেউতাৰ প্ৰবল আশা-আকাংক্ষা নাকচ কৰি বিদ্বান পণ্ডিত হোৱাৰ পথ ঘৃণাৰে বৰ্জন কৰি গছত উঠিবলৈ গৈ পৰি হাত ভঙা, বাঁহৰ পৰা চৰাই পোৱালী ধৰি আনি পোহা, বৰশী বাই মাছ ধৰা, চিটিকা পাতি চৰাই ধৰা, আদি বিদ্যাত হাত পকাই কৰ্মসংস্কৃতিৰ অনুশীলন কৰিছিল। দেউতাৰ হুকাবধা নুশুনি মাঘ বিহুৰ মেজি কেনেকৈ আনৰ ঘৰতকৈ ওখ কৰিব পাৰি, তেনে উচ্চ চিন্তাত তেওঁ বেছি নিমগ্ন আছিল। তাকে লৈ মাজে সময়ে দেউতাৰ গাঁজনি-ঢেৰেকনিৰ আগত পৰিলেও ককাইদেৱে এক স্থিতপ্ৰজ্ঞৰ মনোভাবেৰে স্বনিৰ্বাচিত কৰ্তব্যৰ পথত অটল হৈ আছিল। সৰু ককাইদেউ পঢ়াশুনাত চোকা আৰু মনোযোগী আছিল। তেওঁৰ চখ আছিল ফুলনি বাগিছা। আমি সৰুবোৰে দুয়োজন ককাইদেউৰ লাছনি-পাছনি কৰি পৰম তৃপ্তি লাভ কৰিছিলোঁ।

আনৰ মুখত শুনা কথা। দেউতাই থিয়েটাৰ বস্তুটো বৰ বেয়া পাইছিল আৰু চিগাৰেটৰ দৰে এই চখে ল'ৰাৰ জীৱন ধ্বংস কৰে বুলি তেখেতৰ বদ্ধমূল বিশ্বাস আছিল। অনিবাৰ্য্যভাবে ডাঙৰ ককাইদেউৰ মন সেইফালে ঢাল খালে আৰু তেওঁ দুই এখন নাটকত ভাও লোৱা আৰম্ভ কৰিলে। এবাৰ দেউতাই গম পালে যে এখন নাটকত ককাইদেৱে ভীমৰ পাৰ্ট ল'ব। গধূলি দেউতাই হাতত লাঠি এডাল লৈ নাটক হোৱা মুকলি ঠাইখনলৈ গৈ দৰ্শকৰ মাজত থিয় দি থাকিল। যথাসময়ত হাতত মস্ত এডাল কাগজৰ গদা লৈ ভীমৰূপী ডাঙৰ ককাইদেউৰ মঞ্চত আবিৰ্ভাৱ ঘটিল। কান্ধত গদা লৈ বীৰদৰ্পে মঞ্চত এপাক

ঘূৰোঁতেই দেউতাই দৰ্শকৰ মাজৰ পৰা লাঠিডাল দাঙি কঠোৰ চাবনিৰে ককাইদেউৰ পিনে চালে। দুঃশাসনৰ প্ৰতি গদা উদ্যত কৰা ককাইদেৱে তৎক্ষণাৎ জঁয় পৰি গদা পেলাই মঞ্চৰ পৰা দৌৰ মাৰিলে। বোধহয় ইতিহাসত মাত্ৰ সেইবাৰেই দুঃশাসনৰ পৰা ভীমে পলায়ন কৰিছিল।

আগতেই কৈছো যে সমাজ-জীৱনৰ জটিল পাকবোৰত সোমোৱাৰ বিশেষ অভিজ্ঞতা মোৰ সেই বয়সত সম্ভৱ নাছিল। হয়তো সৰু চহৰখনত জটিলতাৰ মাত্ৰাও কম্ আছিল। এই কথাবোৰ আমি সৰুতে বিশেষ ধৰিব নোৱাৰাৰ কাৰণ এনেকুৱাও হ'ব পাৰে যে সৰল আদৰ্শবাদী মনেৰে তেতিয়ালৈকে জীৱনপথত খোজ দিয়া আমাৰ দেউতাই ধন-ক্ষমতাৰ সেই কঠোৰ পাকবোৰ নিজেই বুজা নাছিল। সকলোকে শেষ জীৱনলৈকে সৰল বিশ্বাসত গ্ৰহণ কৰা দেউতাই মাজে-সময়ে দুটামান নিষ্ঠুৰ অভিজ্ঞতাৰ পৰাহে বুজিব পাৰিছিল সমাজজীৱনৰ সেই অকথিত অথচ ভয়ংকৰ দিশবোৰৰ অস্তিত্ব। এজন মেধাবী অথচ নিজৰ প্ৰকৃত যোগ্যতাতকৈ তলৰ স্তৰত চাকৰি কৰি জীৱন নিৰ্বাহ কৰা সৎ মানুহৰ প্ৰতি ঈৰ্ষাপৰায়ণ সতীৰ্থ আৰু সতৰ্ক শাসকশ্ৰেণীৰ মানুহৰ মনোভাব যে সদয় নহয়, ভদ্ৰতাৰ মুখাপিন্ধা মানুহবোৰৰ বাহ্যিক আচৰণৰ পৰা দেউতাই ধৰিব পৰা নাছিল। শাসক শ্ৰেণীৰ বাবে সততা সদায় এক আহুকলীয়া বস্তু। তেওঁলোকে সৎ লোকৰ সততাতো আত্মসংযম ( অৰ্থাৎ RATIONING) বিচাৰে।

কিন্তু সৰুতেই কেতিয়াবা ব্যতিক্ৰম ধৰ্মী ঘটনাৰ মাজত ভদ্ৰতাই ঢাকি ৰখা সেই জংঘল খনৰ কাঁইটৰ আঁচোৰ খাইছিলোঁ। এবাৰ আমাৰ ঘৰত মোৰ এজনী ভনীৰ জন্ম উপলক্ষে এজন চাহখেতিয়কৰ বঙলাত মাছ দিবলৈ মোৰ বাইদেউ আৰু মোৰ ওপৰত ভাৰ পৰিল। ঘৰত সন্তানৰ জন্ম হ'লে - বিশেষকৈ কন্যা সন্তানৰ জন্ম হ'লে বন্ধুবান্ধৱক মাছ দি জনাব লাগে ঃ সেই প্ৰথা মোৰ বাবে এক অভিনৱ নিয়ম আছিল। আচলতে চেমনীয়া বয়স পোৱা ককাইদেউ আৰু বাইদেউহঁতে সেই ঘৰলৈ মাছ দিবলৈ যাবলৈ ইচ্ছা নকৰা বাবে আমি কণ-কণ দুটাই সেই দৌত্যকাৰ্য্য সম্পন্ন কৰিব লগা হৈছিল। ককাইদেউ আৰু বাইদেউহঁতৰ আপত্তিৰ কাৰণ, সেই ঘৰ মানুহৰ লগত আমাৰ আহ-যাহ বা আন কোনো সামাজিক সম্পৰ্ক নাছিল। কেনেবাকৈ দেউতাৰ লগত চাহখেতিয়ক জনৰ সাময়িক ঘনিষ্ঠতা হোৱাৰ ফলতে সৰলচিতীয়া দেউতাৰ সহৃদয়তাৰ এই ফুলজাৰি জ্বলিছিল।

চহখেতিয়ক জনৰ ঘৰ কিছু দূৰত। বাইদেউ আৰু মই সৰু-সৰু ভৰিৰে বহুপৰ খোজ কাঢ়ি ক্ৰমে গধুৰ হৈ পৰা মাছৰ মোনাখন ইহাত-সিহাত কৰি ঘৰটো যেতিয়া পালোঁ, দুয়োৰে মুখৰ মাত হৰিল। প্ৰকাণ্ড এখন লনৰ সিপাৰে দুমহলীয়া অট্টালিকা, বাট ভেটি আছে সুদৃশ্য লোহাৰ গে'ট। বগুৱা বাই উঠি গে'ট খুলি

যিমানে লনেৰে খুপি খুপি অট্টালিকাটোৰ পিনে আগবাঢ়িলো, সিমানে মনৰ শংকা বাঢ়ি গৈছিল। হাউলিটোৰ পৰা কোনেও আমাক দেখি আগুৱাই অহা নাছিল। অৱশেষত বাৰান্দাত থিয় হৈ দেখিলোঁ চুকত চাহাব-মেমৰ দৰে বগা বুঢ়ী মানুহ এগৰাকীয়ে ধোঁৱা খোৱাৰ নলিচা মুখত লৈ মুখেৰে ধোঁৱা উলিয়াই আছে আৰু শুকান চাৱনিৰে আমালৈ চাইছে। ঘটনাটো দুয়োৰে মনত ভৌতিক যেন লাগিল। ভয়ত অস্থিৰ হৈ বাৰান্দাতে মাছৰ মোনা পেলাই দুয়ো তৰা-নৰা ছিঙি লৰ দিলোঁ, আৰু আপোন ঘৰ নোপোৱালৈকে দৌৰি থাকিলোঁ। কিয় নাজানোঁ, ঘটনাটো দুয়ো বৰ গ্লানিকৰ বুলি ভাবিছিলোঁ। মনৰ খেদ মাৰ নিয়াবলৈ নিজান বাৰীৰ পুখুৰীৰ ওচৰলৈ গৈ আই-দেউতাই নুশুনাকৈ কেইবাবাৰো চিএৰিলোঁ।

"— চন্দ্ৰ বৰুৱা, এশ টকা ধৰুৱা !' তাৰ পিছতহে যেন প্ৰাণত শান্তি আৰু স্বস্তি পাইছিলোঁ !! □

# আকৌ ঃ গোলাঘাট

স্মৃতিৰ কিছুমান আচৰিত গুণ আছে। অতীতৰ কথা মনত পেলাওঁ বুলি কঁকালত টঙালি বান্ধি ল'লে বৰ বেছি কথা মনত নপৰে। কাৰণ মুখস্থ কৰা পাঠৰ দৰে অতীত মনৰ উপৰিভাগত নাথাকে, সোমাই থাকে চুকে-কোণে, নিভৃত প্ৰাণৰ কোঁহে-কোঁহে, অৱহেলিত কিন্তু অমূল্য মণি মৰকতৰ দৰে একেবাৰে তলৰ স্তৰবোৰৰ খাঁজে-খাঁজে। কেতিয়া কেনেকৈ নীৰৱতা আৰু গোপনীয়তাৰ ৰুদ্ধ দুৱাৰ মেল খাই যায় কব নোৱাৰি। টি-এছ্-এলিয়টৰ পৰা এডুখৰি ছবি ধাৰ কৰিলে এনেকৈ কব পৰা যায় যে পুৰণা কিতাপ এখন মেলি অকস্মাৎ তাৰ মাজত সযতনে ৰখা শুকান, বিবৰ্ণ অথচ আচৰিত ধৰণে বাংময় গোলাপ ফুলৰ পাপৰি এচটা পালে যেনেকৈ মন বিভোৰ হয়, তেনেকৈ সামান্য কিবা ঘটনা, দৃশ্য বা পলাতক কোনো অনুভূতিয়ে সঁচাৰ কাঠিৰ দৰে খোলে বহুকালৰ বন্ধ দুৱাৰ।

"অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল।" অথচ মনৰ মাজত ৰৈ থাকে তাৰ অৱশেষ, কিবা অজান যাদুৰ কাঠিয়ে পুনৰায় তাক সজীৱ কৰি তোলে। বিবৰ্ণ বৰ্তমানতকৈ সৰস, জীৱন্ত যেন লাগে তাক।

এইটোও বুজোঁ যে অতীতচাৰণৰ প্ৰতি অত্যধিক আসক্তি বিকাৰত পৰিণত হ'ব পাৰে। কালৰ ব্যৱধানে ঘটনাৰ ওপৰত যি মোহজাল তৰে, আচল ঘটনাৰ সময়ত হয়তো তাৰ কোনো অস্তিত্বই নাছিল। তাৰ সকলো অনিশ্চয়তা, উদ্বেগ আৰু আশংকা লোপ কৰি স্মৃতিয়ে কেৱল এক স্নিগ্ধ প্ৰশান্তিৰ গামোছাৰে তাক মেৰাই থয়। সেয়ে বৰ্তমানৰ প্ৰতি আগ্ৰহ আৰু উৎসাহ কমি অতীতত মগ্ন হোৱাৰ বাসনা প্ৰবল হ'লে সি ব্যক্তি বা সমাজৰ বাৰ্দ্ধক্য সূচনা কৰে। বাৰ্দ্ধক্য অৱধাৰিত, কিন্তু বৰ মনোৰম নহয়।

তাহানি মানুহৰ মুখে-মুখে এষাৰ কথা শুনা গৈছিল- "গা গোলাঘটিয়া হ'ল! বা "দেহা গোলাঘটিয়া হ'ল!" অৰ্থাৎ গোলাঘাটখনক বৰ অস্বাস্থ্যকৰ ঠাই বুলি ভবা হৈছিল। কিন্তু গোলাঘাটত থকা সময়ত আমাৰ পৰিয়ালৰ কাৰো টান

নৰিয়া হোৱা মোৰ মনত নপৰে।

আধুনিক শিক্ষাৰ অন্যতম ফল আধুনিক চিকিৎসা বিজ্ঞানৰ প্ৰতি আস্থা, আৰু দেউতাৰ মাজত এইটো আছিল সবল। ডাঙৰ বাইদেউহঁতৰ মুখত শুনিছোঁ গোলাঘাটৰ আগতে শিৱসাগৰত থকা কালছোৱাত দেউতাই সন্তানবৰ্গক নিয়মিয়াকৈ চিতা দিয়াইছিল, যি সময়ত চিতা দিলে আই শীতলাৰ জগৰ লগোৱা হয় বুলি বহুতৰে ধাৰণা আছিল। সৰুতে চিতাদাৰে সৰু চোকা কটাৰি এখন স্পিৰিট-লেম্পত পুৰি তাৰে বাহুত ৰেপ দি কিবা বিজল বস্তু এবিধ এম্পল্ ভাঙি সুমুৱাই দিছিল। অভিজ্ঞতাটো সৰুবোৰৰ বাবে বৰ সুখকৰ নাছিল। ঘৰত বেছি উৎপাত কৰিলে ডাঙৰে চিতাদাৰক খবৰ দিম বুলি ক'লেই যাদুৰ প্ৰভাৱত যেন হুলস্থূল তৎক্ষণাৎ শান্ত হৈছিল।

তাহানি গোলাঘাটৰ ডাঃ প্ৰমোদ সৰকাৰৰ বাহিৰে এগৰাকী খ্ৰীষ্টান মহিলা ডাক্তৰৰ কথা চকামকাকৈ মনত পৰে। তেখেত বোধহয় প্ৰসূতিৰ চিকিৎসাৰ বিশেষজ্ঞ (গাইনে'কলজিষ্ট) আছিল। সেই সময়ত সন্তান প্ৰসৱৰ সময়ত গৰ্ভৱতী মাতৃক এটা আছুতীয়া কোঠালিত ভূমিশয্যাত ৰখা হৈছিল। কোঠালিটোত কলপাতৰ ওপৰত ধূপধুনা দি থোৱা হৈছিল। কেঁচুৱায়ো তুলি বা কেঁথাৰ ওপৰত পাৰি দিয়া কলপাতত ভূমিষ্ঠ হৈয়েই স্থান পাইছিল। বোধহয় কলপাত কোমল বাবে। পৃথিবীত প্ৰৱেশ কৰিয়েই পিঠিত চেঁচা পাই কেঁচুৱাই প্ৰাণৰ কাতৰে চিঞৰি আপত্তি ঘোষণা কৰিছিল। কিন্তু কেঁচুৱাৰ আৱেগ-অনুভূতি সংসাৰে বৰ কেৰেপ নকৰে, বৰং জন্মৰ পৰা তাক কেতবোৰ বাধ্যবাধকতা মানিবলৈ শিক্ষা দিয়ে।

আমাৰ ঘৰত আছুতীয়া কোঠালিত ধাই আৰু চুবুৰিৰ বয়স্কা, অভিজ্ঞা মহিলাৰ তদাৰকিৰ উপৰি উক্ত মহিলা ডাক্তৰণীগৰাকীয়েও ভূমুকি মাৰিছিল। যিমান দূৰ মনত পৰে তেখেতে গাউন জাতীয় পোছাক এটা পিন্ধিছিল, কিন্তু সল্‌সলীয়া অসমীয়া কৈছিল।

সেই সময়ৰ মিছন হস্পিতেল (যোৰহাটৰ) তাৰ পৰহিতব্ৰতী চিকিৎসাসেৱাৰ বাবে বিখ্যাত আছিল। এনেয়েও তাহানিৰ প্ৰায় সকলো ডাক্তৰৰ বাবে ডাক্তৰি কেৱল জীৱিকা নাছিল, আছিল কম-বেছি নিষ্ঠাৰে অনুসৰণ কৰা বৃত্তি। কিন্তু তাৰ মাজতে খ্ৰীষ্টান মিছন হস্পিতালবোৰৰ চিকিৎসাৰ উচ্চমান, দায়িত্বশীলতা আৰু সেৱাৰ মনোভাৱে সমাজত গভীৰ প্ৰভাৱ পেলাইছিল। অসমীয়া সমাজত এনেবোৰ অভিজ্ঞতা সত্ত্বেও তেনেধৰণৰ অনুষ্ঠান তথা পৰম্পৰাই গঢ় নোলোৱাটো দুখৰ কথা। হয়তো পৰাধীন ঔপনিবেশিক পৰিবেশত পৰমুখাপেক্ষী মনোভাব দকৈ শিপোৱা বাবেই তেনে হৈছিল।

সৰু ল'ৰা ছোৱালীবোৰক স্বাস্থ্যৰ বাবে নিয়মীয়াকৈ খুউৱা এবিধ ঔষধৰ কথা মোৰ এতিয়াও মনত পৰে। সেইটো হৈছে কৃমিৰ প্ৰতিষেধক হিচাপে খুউৱা "কেষ্টৰ অয়ল" বা এড়াৰ তেল। তাৰ সোৱাদ মনত পৰিলে এতিয়াও গা ইচাট-বিচাট কৰে। সেই সময়ত ডাক্তৰক লগ কৰিবলৈ তপস্যা কৰিবলগীয়া হোৱা অৱস্থা নাছিল। খবৰ দিলেই ডাক্তৰ দৌৰি আহিছিল, কিন্তু তাৰ বাবে তেওঁ ৰোগীৰ পৰিয়ালৰ শ্ৰদ্ধা, কৃতজ্ঞতা তাকৰকৈ পোৱা নাছিল। তথাপি আইহঁতৰ তথা মহিলাসকলৰ মাজত পৰম্পৰাগত বনৌষধিৰ চুৰ্চুৰিয়া চৰ্চা আছিল। বছৰটোৰ বিভিন্ন ঋতুত শেৱালি ফুল, দোৰোণ শাকৰ খাৰ, মৌ-দি মৰা তুলসী পাতৰ ৰস, তিতা বাহাকা, নিমপাত ভজা, এইবোৰৰ উপৰিও স্বাস্থ্যৰ প্ৰয়োজনতে চন্দা মাছ আৰু আদাৰ জোল, আই ওলালে "মোৱা মাছ পকনি, খৰিচা শুকনি", আদি আমাক আথে-বেথে আয়ে খুৱাইছিল। তাৰে বেছিভাগেই খুৱাইছিল বুলি কোৱাতকৈ কটিয়াইছিল বুলিলেহে খাপ খায়- কাৰণ তিতিকি সোৱাদ আছিল বেছিভাগৰে বৈশিষ্ট্য।

গোলাঘাটত থকা কালত সাধাৰণতে কি খাইছিলোঁ এতিয়া বৰকৈ মনত নপৰেচোন। এতিয়াৰ দৰে প্ৰতি সাজতে আমিষ খোৱা মনত নপৰে। সপ্তাহত এবাৰেই মঙহৰ জোল, তাৰ বাবে আশাৰে বাট চাই থাকোঁ আমি। লগাভগা সকলৰ মাজত আইৰ খ্যাতি আছিল ৰন্ধাবঢ়াত হাত ভাল বুলি। ঘৰত শাক-পাচলি নাথাকিলে বাৰীলৈ গৈ আমি চিনি নোপোৱা কিবা কিবি বনশাক বুটলি আনি তাকে জুতিলগাকৈ ৰান্ধিছিল। এবিধ জুতিলগা খাদ্যৰ কথা মোৰ লখিমপুৰীয়া বন্ধু সোমনাথ চেলেঙে কেইবছৰমান আগতে মোক মনত পেলাই দিছিল।সেইটো হৈছে মছমছিয়া পোৰা আলুৰ পিটিকাৰ লগত শুকান বগৰীৰ গুড়ি আৰু পেৰাৰ পৰা ওলোৱা নতুন মিঠাতেলৰ মনোহৰণ মিলন। আয়ে ৰন্ধা হাঁহকণীৰ জোলখন বৰ উপাদেয় আছিল, যদিও নিয়ম আছিল এটা হাঁহকণীৰ আধাহে জোলৰ বাটিত দিয়া। (সকলোৰে ঘৰতে সেয়ে আছিল 'ছিষ্টেম'। গুৱাহাটীত এজন অৱস্থাপন্ন ঘৰৰ বন্ধুৱে সৰুতে আমাৰ আগত উৎফুল্ল গৌৰৱেৰে কৈছিল- "বুইছ, যোৱাকালি উৰুকা বুলি আমি এটা-এটা কণী খাইছিলোঁ।" সম্ভৱতঃ অসমীয়াৰ জীৱনধাৰণৰ মান তেনেকুৱাই আছিল তেতিয়া)। দাইলত টেঙামৰা-মিঠামৰা দিয়া, কণী-বাবৰি শাক ভজা—এইবোৰো আছিল আমাৰ সৰল আনন্দৰ কাৰণ। মিষ্টান্নৰ ভিতৰত কাচিৎ দোকানৰ পৰা ৰসগোল্লা আহিছিল। পিঠাপনাই বেছি। আয়ে নাৰিকলৰ লাডু বৰ সোৱাদ লগাকৈ বনাইছিল। ডাঙৰ-ডাঙৰ চেহেৰাৰ চেনি আৰু নাৰিকলৰ দানাৰ চাফা বগা লাৰু বৈয়াম ভৰাই ৰখা হৈছিল। অথচ চোবাবলৈ বৰ কষ্ট নহয়।

অলপ কর্পূৰৰ গোন্ধ আছিল। তিলপিঠা ঘিলাপিঠাও আছিল নিয়মীয়া জোখ আৰু আকৃতিৰ—ওখোৰা মোখোৰা আৰু অপ্রাকৃতিক চেহেৰাৰ নহয়। মোৰ আটাইতকৈ পছন্দ আছিল কণীৰ লেও দিয়া পালেংপাতৰ পিঠাখন। পায়স আৰু চেঁউই (SEMOLINA) ৰন্ধাত আইৰ লগত ফেৰ মাৰিব পৰা সুপকাৰ বেছি নোলাব বুলি মোৰ এতিয়াও বিশ্বাস। পিঠাপনা ভাজি থকাৰ সময়ত কিবা চেলু লৈ বাৰে-বাৰে পাকঘৰত সোমোৱা অথবা ছল পালে পিৰা পাৰি লৈ আইৰ কাষত বহি লোৱা আছিল সকলোৰে ৰীতি। সেই নীৰৱ সাধনাৰ পুৰস্কাৰো মিলিছিল।

তেতিয়া ডাইনিং টে'বলৰ নিয়ম নাছিল। গোটেই পৰিয়ালটো একেলগে ঘূৰণীয়াকৈ পিৰাত বহি মজিয়াত ভাত খাইছিলোঁ, বিশেষকৈ ৰাতি। সাধাৰণতে ভাত হয় মানে সকলোৰে চকু দোৰ্ঘোৰ টোপনিয়ে জপাই ধৰিছিল। ওচৰতে কোনো বয়সীয়াজনে বহি গাত ধৰি হেঁচুকি-জোকাৰি খাবলৈ বাধ্য কৰিছিল, নতুবা নিজেই খুৱাই দিছিল। দেউতাৰ অভ্যাস আছিল খাবৰ সময়ত চবকে ভালকৈ চোবাই খাবলৈ কোৱা। খোৱা কাৰবাৰটো উৎসৱৰ দৰে হ'ব লাগে। পিতৃদেৱে তাকো স্বাস্থ্যকৰ কছৰতত পৰিণত কৰাটো আমাৰ বৰ ভাল লগা নাছিল। তেখেতে আৰোপ কৰা আন চৰ্ত আছিল এয়ে যে খাবৰ সময়ত কোনো এপদ বস্তু ৰন্ধা বেয়া হৈছে বুলি কোৱা নিষেধ, আৰু খাবৰ সময়ত ভাল-ভাল কথা পাতি খাব লাগিব। এই "ভাল-ভাল কথা"ৰ ক্ষেত্ৰত ডাঙৰ আৰু সৰুৰ মাজত প্ৰবল মতভেদ আছিল। কাৰ মাৰ্বল বেছি ডাঙৰ আৰু ধুনীয়া, কোন জোপা গছৰ কোনটো ডালত ভাটৌ চৰাইৰ পোৱালী আছে, মনে মনে চোৱা "ফিলিম"ৰ কোনটো দৃশ্য ৰোমহৰ্ষক, কোন ছোৱালীৰ মাকে তাইক নতুন চেইন গঢ়াই দিছে, এইবোৰ দেউতাৰ বিচাৰত যেতিয়া "ভাল কথা" নাছিল, সেয়ে ককাইদেউ-বাইদেউহঁতে নীৰৱেই ভোজনপৰ্ব সমাপ্ত কৰিছিল। অৱশ্যে বাইদেউহঁতে প্ৰায়ে আইৰ লগতহে খাবলৈ বহিছিল যেন ধাৰণা হয়।

চিনে'মাৰ কথা ওলাল যেতিয়া কওঁ যে সৰুতে দুখনমান চিনে'মা চোৱা মনত পৰে। গোলাঘাটত চিনে'মা হল আছিল নিশ্চয়, কাৰণ হলত চিনে'মা চোৱা স্পষ্টকৈ মনত আছে। এখন আছিল "তানসেন'। তাত অভিনেতাসকলে পিন্ধা যোধপুৰী পাজামা আৰু কঁকাল চিএগা আৰু তলপিনে ঘূৰণীয়া পোছাকৰ বাহিৰে মোৰ মাত্ৰ এটা দৃশ্য মনত আছে। তানসেনে (তেতিয়াৰ প্ৰসিদ্ধ অভিনেতা সাইগল বুলি পিছত গম পাইছিলোঁ) "দিয়া জ্বালাও, দিয়া জ্বালাও" (দীপ জলোৱা, দীপ জলোৱা!") বুলি দৰাজ গলাৰে যেন কাৰোবাক অন্তৰস্পৰ্শী সুৰীয়া আহ্বান দিছে আৰু চিনেমাৰ পৰ্দ্দা জুৰি, সমুখত, দিগ্‌বলয়ত জ্বলি উঠিছে জক্ মক্ জুইৰ শিখা।

গীতৰ সুৰটোৱে মোৰ মনত শিহৰণ তুলিছিল। দ্বিতীয় চিনেমাখন বোধহয় আছিল জ্যোতিপ্ৰসাদৰ "জয়মতী"। তাত কেৱল জয়মতীক শাস্তি দিয়া চাওদাং কেইটাৰ ফোৰোহনি আৰু তলমূৰকৈ জয়মতীয়ে কষ্ট সহ্য কৰাৰ বাহিৰে আন একো মনত আছে বুলিলে মিছা মতা হ'ব। কি কাৰণে নাজানোঁ, তাতকৈ স্পষ্টকৈ মনত আছে মূল চিনেমাখনৰ আগতে দেখুৱা ট্ৰেইলাৰৰ মাজতে তেতিয়াৰ দিনৰ বিখ্যাত অভিনেত্ৰী কাননবালাৰ বিয়াৰ বিষয়ে দেখুৱা এখন ছুটি ছবি ! জল্‌মলোৱা শাড়ী পিন্ধা অভিনেত্ৰী গৰাকীৰ বিয়া ৰাজকীয় আড়ম্বৰ আৰু ৰীতিৰে পতা হৈছিল। দৰাঘৰত সোমাওঁতে তেওঁক শাৰী-পাতি এদল কিশোৰে ফুলৰ থোপা যাচিছিল আৰু তেওঁ প্ৰত্যেককে ট্‌পৰ্‌টপৰ্ চুমা একোটাকৈ উপহাৰ দিছিল। মোৰ কিন্তু সেই বয়সতে ধাৰণা হৈছিল, এইবোৰ অলপ আতিশয্য হৈছে বুলি !

আজিকালি মানুহৰ ঘৰলৈ ফুৰিবলৈ যোৱা প্ৰায় নহয়েই। আত্মীয়-কুটুম্ব বা কাম-কাজৰ সহকৰ্মীৰ কথা বেলেগ। তেতিয়া কিন্তু এইটো এটা সামাজিক আচাৰ বা ৰীতিয়েই আছিল। আবেলিৰ সময়খিনি আলহী অহাৰ বাবে আজৰি কৰি ৰখা হৈছিল। দূৰ সম্পৰ্কীয় আত্মীয় আৰু চা-চিনাকি বন্ধুভাবাপন্ন পৰিয়ালৰ মানুহে এই সময়তে দেখা দিছিল, কথা-বতৰা হৈ জা-জলপান খাই পৰিতৃপ্ত হৈ বিদায় লৈছিল। ওচৰ সম্পৰ্কীয় বা দূৰৰ আলহী যেতিয়াই-তেতিয়াই আহিছিল। তেজৰ সম্পৰ্ক নথকা সকলৰ প্ৰতি অতিথিসেৱা আগবঢ়াওঁতে আৰু তেওঁলোকক বহুৱা-মেলাৰ পৰা তেওঁলোকৰ লগত আলাপ কৰা সময়ত বিশেষ সম্ভ্ৰম আৰু সম্প্ৰীতিৰ ভাব গৃহস্থ আৰু তেওঁৰ পৰিয়ালে প্ৰদৰ্শন কৰিছিল। সৰুবোৰকো হাই-উৰুমি নকৰিবলৈ আৰু আলহীৰ আগত সজাই দিয়া লোভনীয় খাদ্যদ্ৰব্যৰ প্ৰতি আগ্ৰহ প্ৰদৰ্শন নকৰি ঋষি-মুনিৰ দৰে নিৰ্বিকাৰ থাকিবলৈ বাৰে-বাৰে সঁকিয়াই দিয়া হৈছিল। এই আচাৰ বা ৰীতিৰ জৰিয়তে সমাজৰ বান্ধোন নিকপ্‌কপিয়া হৈ আছিল। আনহাতে এই আচাৰে গৃহস্থ পৰিয়ালৰ মনো প্ৰফুল্ল কৰিছিল।

গোলাঘাটত মটৰ গাড়ী বেছি দেখা মনত নপৰে। চিক্‌চিকিয়া ক'লা ৰঙৰ দুখনমান গাড়ীয়ে দিনটোৰ ভিতৰত এবাৰ-দুবাৰ ধূলি উৰুৱাই গ'লে আমি ডিঙি মেলি চাইছিলোঁ। আমাৰ ঘৰলৈ কেতিয়াবা কোনোবা মটৰত উঠি আহিলে বাটত ৰখা মটৰ গাড়ীৰ বহিৰাবৰণত থকা ষ্টেইন্‌লেছ ইস্পাতৰ চেপেটা পাতবোৰত মুখবোৰ চাই আমি হাঁহিত বাগৰি পৰিছিলোঁ। হয় আমাৰ মুখবোৰ অসম্ভৱ দীঘল, নহ'লে অদ্ভুত ধৰণে চেপেটা হৈ প্ৰতিবিম্বিত আমাক সিঞাৰিছিল। আজিকালি প্ৰতিজন মানুহৰ অহংবোধ এনে প্ৰবল যে ঘৰে ঘৰে তেনে ভাঁজ লগা আয়না দুখনমান ৰাখিব পাৰিলে ভাল হয়। সৰু-সৰু ল'ৰা ছোৱালীৰ এনে অদম্য হুলস্থূলীয়া

কৌতূহলৰ সমুখত গাড়ীৰ চালকে ছদ্ম গাম্ভীৰ্য্যৰে নিজৰ আৰু গাড়ীৰ গৌৰৱ ৰক্ষা কৰিছিল।

যিহেতু বিভিন্ন ঠাইৰ মাজত যোগাযোগ আছিল সেৰেঙা, বাট-পথৰ অৱস্থাও আছিল তথৈবচ। আমাৰ ডাঙৰ বাইদেউক বেতিয়নীৰ হেম ৰাজখোৱালৈ বিয়া দিয়া হৈছিল। বেতিয়নীলৈ মাজে মাজে গোলাঘাটৰ একমাত্ৰ টেক্সিখন লৈ আমাৰ পৰিয়ালটো ফুৰিবলৈ গৈছিলো। (পিকুমণি দত্তৰ মতে তেওঁৰ ককাক আছিল সেইখন টেক্সিৰ মালিক আৰু চালক।) ঋত্বিক ঘটকৰ "অযান্ত্ৰিক" ছবিখনৰ গাড়ী আৰু চালকজনক যি দেখিছে সি গোলাঘাটৰ টেক্সি আৰু চালকৰ চেহেৰা অনুমান কৰিব পাৰিব। ওপৰ পিনে কেনভাছৰ চন্দ্ৰাতপ আৰু ছীটৰ কাষত যাত্ৰীয়ে হাতেৰে ধৰিবলৈ লোহাৰ ৰড। গাড়ী মজবুত, কিন্তু "আৰাম হাৰাম হায়" বুলি পৰবৰ্ত্তী কালত জৱাহৰলালে দিয়া শ্লোগানত বিশ্বাসী।

সেইখন টেক্সিতে পৰিয়ালৰ ৭/৮ জন মানুহ বোজাই হৈ বেতিয়নীলৈ যোৱাটো আছিল আজিকালিৰ টি-ভিত দেখা দুঃসাহসিক যাত্ৰাৰ লেখীয়া। ৰাস্তা সমতল কৰাৰ বিন্দুমাত্ৰ প্ৰয়াসো তেতিয়াৰ চৰকাৰে কৰা নাছিল। প্ৰকাণ্ড-প্ৰকাণ্ড কোণীয়া শিল পুতি ৰাস্তাৰ মাটি বান্ধি বৰষুণে উটাই নিব নোৱাৰা কৰি ৰখাৰ প্ৰচেষ্টা কৰা হৈছিল। সেই ৰাস্তাৰে আজিকালিৰ গাড়ী মটৰ যাব নোৱাৰিলেহেঁতেন। কিন্তু গোলাঘটিয়া টেক্সিয়ে তাহানিৰ ৰথৰ দৰে কেতিয়াবা মাটিৰে কেতিয়াবা আকাশ-মাৰ্গেৰে ভয়ংকৰ ঘৰ্ঘৰ শব্দৰে ধূলিৰ কুণ্ডলি উৰাই দুৰ্বাৰ গতিৰে আগবাঢ়িছিল। একোবাৰ যদি সোঁহাতে একতিয়া হৈ ৪৫° কোণেৰে চলিছিল, পিছ মুহূৰ্ত্ততে তাৰ শোধ ল'বলৈ পশ্চিম পিনে ৩৫° কোণেৰে একতিয়া হৈ দৌৰিছিল। যাত্ৰীসকলো ইজনে সিজনৰ গাত বাগৰি পৰিছিল। আনবিলাকে কি অনুভৱ কৰিছিল নাজানোঁ, মই কিন্তু প্ৰতি মুহূৰ্ত্ততে গাড়ীৰ পৰা উফৰি পৰাৰ ভয়ত অস্থিৰ হৈছিলোঁ আৰু বেতিয়নি নোপোৱালৈকে মনত শান্তি পোৱা নাছিলোঁ। মাজে-মাজে ট্ৰেক্সিখনৰ হৰ্ণটোৱে বলিশাললৈ নিয়া ডাঙৰ ছাগলীৰ দৰে আৰ্ত্তনাদ কৰি যন্ত্ৰণা বা আতংকৰ জাননী দিছিল।

ভিনদেউৰ দেউতাক বেছিভাগ সময় বিছনাত পৰি আছিল। তেওঁৰ একোঁচা ডাঙৰ টিকনি আছিল। পিছত জানিব পাৰিছিলোঁ যে তাহানিৰ বহু আহোম পুৰুষে মূৰৰ মাজভাগত একোঁচা শকত টিকনি ৰাখিছিল। টিকনিৰ ফাংচন মোৰ অজ্ঞাত। সেই টিকনি দেখি মই ভিনদেউৰ দেউতাকক বামুণ বুলি ভাবিছিলোঁ আৰু তেওঁক বামুণ বুলি উল্লেখ কৰিছিলোঁ। অতিশয় গম্ভীৰ সেই বৃদ্ধই মোৰ সেই ধাৰণাত আমোদ পাইছিল আৰু মেঘৰ মাজত বিজুলিৰ চিকমিকনিৰ দৰে তেওঁৰ গোমোঠা

মুখত হাঁহি বিৰিঙিছিল।

বেতিয়নিত ৰাজখোৱা আৰু সন্দিকৈ উপাধিৰ কেইটামান পৰিয়াল আছিল। জাৰকালি ফুৰিবলৈ গৈ তেওঁলোকৰ ঘৰবোৰত জুহালৰ উমৰ কাষত গৰম-গৰম পিঠাপনা খোৱা মনত পৰে। মানুহবিলাকৰ অৱস্থা যিমানদূৰ মনত পৰে বৰ স্বচ্ছল নাছিল, জাৰৰ দিনতো মহিলাসকলে চাদৰৰ ওপৰত এখন চেলেং পিন্ধি জাৰৰ কষ্ট দূৰ কৰিছিল। কিন্তু তেওঁলোকৰ স্বতঃস্ফূৰ্ত, উষ্ণ মৰম-চেনেহ স্পষ্টকৈ মনত পৰে। সা-সম্পত্তিৰ প্ৰাচুৰ্য্যই মৰম চেনেহ কমাই দিয়ে নেকি, এতিয়াও মাজে মাজে ভাবোঁ। ব্যক্তিগত সম্পত্তিৰ লোভে আনৰ ভোক-পিয়াহ আৰু অভাৱৰ কথা মনত নেপেলায়।

গোলাঘাটৰ উৎসৱ-পৰ্বৰ কথা বেছি মনত নাই। হয়তো ল'ৰাকালি অকলে-অকলে ফুৰাৰ সুযোগ নোপোৱা বাবেই ক'ত কি হৈছিল গম পোৱা নাছিলোঁ । আৰু এটা কাৰণ থাকিব পাৰে। গোলাঘাট সৰু চহৰ হোৱা বাবে গাঁৱতকৈ বেলেগ হৈও চহৰীয়া কৃষ্টিৰ পূৰ্ণ সংস্কৰণ, আয়ত্ত কৰিব পৰা নাছিল। গুৱাহাটীত পূজাই বাটে-ঘাটে যি জনস্ৰোত নমাইছিল, দোকান-পোহাৰ, ৰংচঙীয়া বেলুন-খেলনাৰ চটকদাৰ প্ৰদৰ্শনীৰে মন উচাটন কৰিছিল, তেনে সমাৰোহ গোলাঘাটত দেখা মনত নপৰে। ঘৰত কাম কৰা ভৃত্যৰ কান্ধত উঠি গোসাঁনী উটুৱা চাবলৈ যোৱা ৰিণিকি-ৰিণিকি মনত আছে। বহাগ বিহুত ঘৰৰ আগত ওখকৈ মেজি সজোৱা হৈছিল। ৰাতি হুচৰি আহিছিল। হুঁচৰিৰ সুৰ বিহুনামতকৈ বেলেগ আছিল। কিন্তু হুঁচৰিত কেৱল ধৰ্মীয় গীতমাতেই নাছিল, ধেমেলীয়া গীতো আছিল। সেই সময়ত মিত্ৰদেৱ মহন্তৰ নেতৃত্বত এখন হুঁচৰিৰ ৰে'কৰ্ড ওলাইছিল আৰু সেই ৰে'কৰ্ডখনৰ সুৰ, কণ্ঠ ভাষা আছিল অনবদ্য। সেইখন যদি কেনেবাকৈ উদ্ধাৰ কৰিব পৰা যায় হুঁচৰি কেনে বিচিত্ৰ আৰু চিত্তাপহাৰক হ'ব পাৰে, আজিৰ পাঠকে বুজিলেহেঁতেন। মাঘ-বিহুত লগভাত খাইছিল যদি মোৰ মনত নাই। ভেলাঘৰ কামৰূপৰ পৰা লখিমপুৰলৈ গাঁৱে গাঁৱে আছে, শিৱসাগৰৰ চহৰবোৰত নাছিল। হয়তো সেইবোৰক গৰখীয়াৰ কৃষ্টি বুলি অৱহেলা কৰা হৈছিল।

তেতিয়াৰ শিক্ষিত অসমীয়া মধ্যবিত্তৰ মাজত বিহুগীতৰ আদৰ নাছিল। সেইবোৰ অসভ্য বনৰীয়া বস্তু বুলি বৰ্জন কৰা হৈছিল। অথচ ডেকা বিলাকে কেনেবাকৈ অ'ত-ত'ত শুনি সেইবোৰ গুণ্‌গুণাইছিল বা সুহুৰিয়াইছিল। শুনিলে নিশ্চয় বয়স্কসকলেও তেজত কিবা অচিনাকী পিৰ্‌পিৰণি অনুভৱ কৰিছিল। কাৰণ ক'ৰবাত বিহুনাম এফাকি কাণত পৰিলেই গাজনি-ঢেৰেকনি মাৰি সেই ভয়ংকৰ প্ৰলোভন দমন কৰিবলৈ বয়স্কসকলে চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

আনুষ্ঠানিক ধৰ্মৰ প্ৰতি দেউতাকৰ কোনোকালেই আগ্ৰহ নেদেখিলোঁ। অলপ বয়স হোৱাত গম পাইছিলোঁ যে গীতাখন তেখেতৰ চিৰসংগীৰ দৰে আছিল। বিচাৰি খোঁচাৰি তাৰ যিমান সংস্কৰণ আৰু টীকা পায় গোটাই আনি মনপুতি পঢ়িছিল। চিঠিৰ ওপৰত “শ্ৰীহৰিসহায়” বা “শ্ৰীহৰিশৰণম্” লিখিছিল সদায়। কিন্তু তাৰ বাহিৰে তেখেতে আন কোনো ধৰ্মচৰ্চা কৰা নাছিল, আমাকো ধাৰ্মিক কৰিবলৈ কোনো চেষ্টা কৰা নাছিল। আমাৰ গোঁসাইঘৰত আইৰ প্ৰায় একচেতিয়া অধিকাৰ। তাত বেদীৰ ওপৰত থাপনাত পুৰণা গামোছাৰে মেৰিয়াই থোৱা এখন কীৰ্ত্তন। কৃষ্ণৰ মূৰ্ত্তি আছিল নে নাই পাহৰিলোঁ, থকা যেন লাগে। জন্মাষ্টমী, লক্ষ্মীপূজা, এইবোৰ উপলক্ষে প্ৰসাদ খোৱা মনত পৰে। তাৰ বাহিৰে নিয়মিয়াকৈ ঘৰত আইসবাহ, গোপিনীসবাহ আদি সবাহ হৈছিল। তাত পুৰুষ নিমন্ত্ৰিত হোৱাৰ প্ৰশ্নই নাই। কোৱা বাহুল্য যে সেইবোৰ নাম আৰু সবাহত আমাৰ একমাত্ৰ স্বাৰ্থ আছিল মাহচাউল, পকা মিঠৈ আৰু পায়সৰ।

গোলাঘাটৰ নামঘৰত থকা নামঘৰীয়াক আটায়ে দেউ বুলি মাতিছিল। তেওঁৰ টিকনিত এপাহ ফুল আছিল। মই দেখা সময়ত তেওঁ আদহীয়া, শৰীৰত অলপ ভাজ লাগিছিল। কিবা ৰাজহুৱা নামপ্ৰসংগৰ বেলিকা (যেনে বহাগ বিহুৰ সময়ত) দেউতাও অনিচ্ছাসত্ত্বেও নামঘৰলৈ যাবলৈ বাধ্য হৈছিল। তেনে এবেলি ময়ো দেউতাৰ সংগী হৈছিলোঁ। আনে মণিকুটৰ পিনে মূৰ থৈ সেৱা কৰা সময়ত মই চাৰিওদিশে মূৰ থৈ সেৱা কৰিছিলোঁ মহাভক্তিৰে। এবাৰ ভৰি দুখনো মণিকুটৰ পিনে যোৱাত বয়স্ক দুজমানে হাঁহিলে, দুজনমানে “হৰি হৰি” কৰিলে, আৰু কিছুমানে “হওক তেওঁ, ল'ৰাটিয়ে ভক্তিভাবেই কৰিছে” বুলি অপ্ৰস্তুত দেউতাক সান্ত্বনা দিছিল!

এইদৰে গোলাঘাটত কৰ্মজীৱন আৰু ধৰ্মজীৱনৰ পাতনি মেলোঁতেই বিদায়ৰ ক্ষণ আহিল। দেউতা গুৱাহাটীলৈ বদলি হ'ল। ঘৰে ঘৰে নিমন্ত্ৰণ আহিল। বহুতে খা-খবৰ ল'লে। ডাঙৰবিলাক কিছু বিমৰ্ষ হ'লেও আমি সকবোৰ নতুন এড্‌ভে'ঞ্চাৰৰ আশাত উৎফুল্লই হলোঁ। কিন্তু গুৱাহাটীযাত্ৰা আমাৰ বাবে নৰকৰ অভিজ্ঞতা সদৃশ হ'ল। সেই সময়ত কেউপিনে পিয়াপি দি বিদেশী সৈন্য। এখন ঘৰৰ মানুহ আৰু বস্তু বাহানি নিবলৈ ইণ্টাৰ ক্লাছৰ কোঠালি এটা ভাড়া কৰা হৈছিল। ট্ৰে'ইন্‌খন বাটে-বাটে কিমানবাৰ যে ৰৈছিল তাৰ ঠিকনা নাই।

প্ৰতিবাৰেই বন্দুকৰ কুন্দাৰে ট্ৰে'ন্‌ইনৰ ডবাৰ দুৱাৰত খুন্দিয়াই পালে-পালে ৰঙা মুখৰ মাৰ্কিন সৈনিকে জোৰকৈ ডবাত সোমাই আমাক উলিয়াই দিবলৈ বিচাৰিছিল। দেউতাক জীৱনত এবাৰো কাৰো লগত কাজিয়া কৰা দেখা

নাই। দেউতা যুক্তিতহে বিশ্বাসী। গৰমত বিতত হৈ পৰা, ৰাইফল আৰু শ্বেতাংগ জাতিৰ অভিমানে গৰ্বিত কৰা ব্ৰিটিছ আৰু মাৰ্কিন সেনাই যুক্তিৰ ধাৰ-ধাৰে ক'ত? গোঁৱাৰৰ দৰে মূৰ জোঁকাৰি আমাক আন ডবালৈ যাবলৈ কয়, কঠোৰ দৃষ্টিৰে চায়। দেউতাই উত্তেজিত উচ্চকণ্ঠে প্ৰতিবাদ কৰে। এবাৰ সৰু ককাইদেৱে ভয় খাই চিঞৰিলেই। কিন্তু দেউতাই শেষলৈকে সিহঁতৰ হুকুম নামানিলে। আমি আমাৰ সংৰক্ষিত ডবাতে আহি গুৱাহাটী পালোঁহি।

দ্বিতীয় মহাযুদ্ধই নিৰীহ, শান্তিপ্ৰিয় অসমীয়া মানুহৰ বাবে কেনেকুৱা বিপদ সৃষ্টি কৰিছিল, সৰুতেই মোৰ অভিজ্ঞতা হৈছিল। ❑

# সংসাৰৰ দুৱাৰ-দলিত

আচলতে মোৰ বাল্যকাল গুৱাহাটীত আৰম্ভ হ'ল। গোলাঘাটৰ স্মৃতিবোৰ এতিয়াও সপোনৰ দৰে লাগে। যেন ৰ'দালি আৰু কুঁৱলিয়ে আলফুলকৈ সাবটি ৰখা দূৰৰ এখন পৰ্বতীয়া গাঁও। কিন্তু গুৱাহাটীৰ স্মৃতিবোৰত আছে এক বাস্তৱ অনুভূতিৰ কাঠিন্য। তাৰ ভালখিনিত সন্দেহৰ বা সপোনৰ ৰহন নাই, আৰু বেয়ালগা, ভয়লগা, খং উঠাখিনিত কল্পনাৰ মলম সনাৰ উপায় নাই। সেইবোৰৰ মাজেৰে ডাঙৰ হলোঁ, কেনেবাকৈ ভৱিষ্যতৰ "মই"টোৰ এটা প্ৰাথমিক তৰপে মনত থিতি ল'লে অমোঘ নিশ্চয়তাৰে। যদিও বহুকেইখন দুৱাৰ আধাখোলা বা কাণিদুৱৰী হৈ ৰৈ থাকিল, কেইখনমান চিৰকাললৈ বন্ধ হৈ যোৱা বুলি তেতিয়াই এক অনিৰ্বাচনীয় অনুভৱ হৈছিল।

কিন্তু মানুহৰ আত্মপৰিচয় ইমান সচেতন নিৰ্বাচনেৰে গঠন কৰা নহয়। সত্তাৰ লগত পৰিবেশৰ আদান প্ৰাদান এক ৰহস্যময় ব্যাপাৰ— যি বাবে একে পৰিবেশত একে চেহেৰা, সামৰ্থ্য আৰু সম্ভাৱনা থকা দুটা শিশুৱে দুটা ভিন্ন ব্যক্তিত্ব বা চৰিত্ৰৰ অধিকাৰী হৈ পৰে—অথচ পৰিবেশৰ প্ৰভাৱ বাদ দিলে যাৰ ভিন্নতাখিনিও বুজা টান হয়।

গোলাঘাটৰ পৰা গুৱাহাটীলৈ আহি মই যেন শান্ত জান জুৰিৰ দৰিকণা মাছ আহি টৌৱে খলক লগাই থকা বাৰিষাৰ বৰলুইতত পৰিলোঁহি। পৰিয়ালৰ আশ্ৰয়েও সংশয়, উদ্বেগ, আশংকাৰ পৰা মোক ৰক্ষা কৰা নাছিল। নিত্য নতুন অভিজ্ঞতাৰ পুলকেও অসহ্য আনন্দ দিছিল। কেতিয়াবা, মনত পৰে কিমান সোনকালে ৰাতি পুৱাব, তাকে ধিয়াই বিছনাত পৰিছিলোঁ। কেতিয়াবা আকৌ ভাব হৈছিল যে উদ্বেগ আৰু আশংকাৰ ৰাতি কেনেকৈ যে পাৰ হ'ব ! মই কি অতি আবেগপ্ৰৱণ আছিলোঁ? হ'বও পাৰে। অলপতে এম-চি-এম-ই স্কুলত একেলগে পঢ়া এজন সহপাঠী বন্ধুৱে আমাৰ তাহানিৰ শ্ৰেণীটোৰ "গ্ৰুপ্ ফটো" এখন মোৰ সমুখত মেজৰ ওপৰত যেতিয়া ৰাখিলে, মই তাৰ মাজত প্ৰথমতে নিজকে বিচাৰি

নাপালো। শেষত বন্ধুৰ সহায়ত যেতিয়া নিজকে সেই সতীৰ্থৰ দলৰ মাজত আবিষ্কাৰ কৰিলোঁ, নিশ্চিত হলোঁ যে হয়, এই ল'ৰাটো এই শ্ৰীমানেই, তেতিয়া বিস্ময়ত ডুব গলোঁ। চাৰিওপিনে পিট্‌পিটাই ঘূৰি ফুৰা, চিএৰ বাখৰ, কাজিয়া-পেঁচাল, উৎপাত কৰি সময়ে সময়ে ডাঙৰৰ গালি খোৱা সমনীয়া কামত নাথাকিলে তৃপ্তি নোপোৱা, ৰাতিৰ এন্ধাৰে পৃথিৱীখন গিলিপ মাৰি নধৰালৈকে খেলি থাকিবলৈ বিচৰা, মোৰ চিনাকি সেই ল'ৰাটোৰ ঠাইত দেখিলোঁ চাৰিওকাষৰ পৃথিৱীৰ পৰা নিজকে দূৰলৈ আঁতৰাই নিয়া এক স্বপ্নাতুৰ বালক। কোনজন আছিলোঁ মই? হয়তো নতুন পৰিবেশৰ প্ৰত্যাহ্বানে দুটা বিপৰীত আকাংক্ষাৰ জন্ম দিছিল মোৰ মনত—উৎসাহী আসক্তিৰ, আৰু নিৰুৎসাহ নিৰাসক্তিৰ।

আগতেই কৈছোঁ তেতিয়া দ্বিতীয় মহাযুদ্ধ, ধুমুহাৰ ছাটি লাগিছিল অসমৰ পথাৰত। ডাঙৰৰ মুখত শুনিছিলো বস্তুৰ জুই-ছুঁই দামৰ কথা। আৰু বহুত অচিনাকি অবাঞ্ছিত ঘটনাই ধূলিৰ ধুমুহাৰ দৰে আহি হঠাতে মানুহৰ চকুকাণ ঢাকি ধৰিছিল। তেনে এক সময়তে আইৰ ডাঙৰ ককায়েক আমাৰ নিছাদেউ ঈশ গগৈৰ চেনিকুঠিৰ ঘৰত আমাৰ প্ৰকাণ্ড পৰিয়ালটো আহি সোমালোঁ। নিশ্চয় বোজাটো ডাঙৰ নিছাদেউৰ বাবে সাধাৰণ সহনীয় বিধৰ নাছিল। কিন্তু সেই উদাৰ হৃদয়, স্বল্পভাষী, শান্ত অথচ একাচেকা প্ৰকৃতিৰ মানুহজনৰ মুখত কোনো দিনে তাকে লৈ অসন্তোষ বা বিৰাগৰ ভাব প্ৰকাশ পোৱা নাছিল। আপাদেউ বা ডাঙৰ মামী হয়তো বৰ সুখী হোৱা নাছিল, নোহোৱাই স্বাভাৱিক। কিন্তু মই দেখাত তেখেতে আত্মীয়ৰ কৰ্ত্তব্যপালনত একো ক্ৰুটি ৰখা নাছিল। আমি কিন্তু সৰুকালৰ মনেৰেই ধৰিব পাৰিছিলোঁ যে আমি সেইখন ঘৰৰ আলহীহে, আৰু আমি অলপ বেছি দিন আলহী হৈ আছোঁ। আই, ডাঙৰ বাইদেউহঁতে নিশ্চয় তেওঁলোকৰ স্বাধীনতা কিছু খৰ্ব হোৱা বুলি ভাবিছিল। ককাইদেউহঁতে কিজানি বেছিভাগ সময় ঘৰৰ বাহিৰত কটাইছিল। কিন্তু নিছাদেউৰ ল'ৰা সোণ আছিল গুৱাহাটীত মোৰ প্ৰথম সংগী।

গুৱাহাটীত তেতিয়া ভাড়াঘৰ ব্যৱসায় হিচাবে গঢ়ি উঠা নাছিল। ইপিনে, মূল্যবৃদ্ধিৰ বাবে সংসাৰ চলোৱাৰ খৰচ অতিপাত বৃদ্ধি পোৱাত দেউতাই সপ্তাহৰ সৰহভাগ সময় টুৰ (স্কুল পৰিদৰ্শন) কৰি তাৰ বাবে পোৱা বানচেৰে জোৰা মাৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছিল। দেউতা ঘৰৰ পৰা বেছিভাগ সময় আঁতৰি থকাত পৰিয়ালৰ প্ৰয়োজনীয় শৃংখলা দেউতাৰ অজ্ঞাতে লাহে লাহে সোলোক-ঢোলোক হ'বলৈ ধৰিছিল। আমি সৰুবোৰৰ প্ৰত্যেকেই নিজৰ মতে চলিবলৈ ধৰিলোঁ আৰু শিকিলোঁ। অনুশাসন মানি চলাৰ প্ৰয়োজনীয় শিক্ষা কিছুমান পোৱা নাছিলোঁ বুলি এতিয়া ধাৰণা হয়। মাজে সময়ে দেউতা ঘৰত থাকিলে আমাৰ

আচৰণ দেখি অতি বিতুষ্ট আৰু ক্ষুব্ধ হয়, আৰু খণ্ডত জ্বলি-পকি আমাক প্ৰচণ্ড পিটন দিয়ে। তেখেতৰ মনৰ তিক্ততা বুজাৰ ক্ষমতা আমাৰ হোৱা নাছিল। অবোধ ল'ৰা-ছোৱালীৰ ওপৰত ডাঙৰৰ মনৰ তিক্ততাৰ জ্বালা বা সিহঁতক "সৎপথে" নিবলৈ নিজৰ অক্ষমতাৰ জ্বালা তেনেদৰে পুৰোৱা যে অৰ্থহীন বা ক্ষতিকৰ, অভিভাৱকে কেতিয়াবা নুবুজে। দেউতায়ো সেই সময়ত বুজা নাছিল। তেখেতৰ বয়স তেতিয়া ৪৫ বছৰ মান হ'ব। তাতে অভাৱৰ সংসাৰত দিনৌ মাতৃদেৱীৰ নানা ওজৰ-আপত্তিয়ে তেখেতৰ মন অশান্তিৰে ভৰাই তুলিছিল। ৰাজহুৱা জীৱনত তেখেতৰ সততা আৰু কৰ্তব্যনিষ্ঠা জনা বা বুজাৰ কোনো সুযোগ আমি তেতিয়া পোৱা নাছিলোঁ। আমাৰ ধাৰণাত তেখেত তেতিয়া আছিল এজন অতি খঙাল, বদমেজাজী স্বেচ্ছাচাৰী ৰজা।

অলপ ডাঙৰ হোৱাৰ লগে লগে মই দেউতাৰ ওচৰ চাপি গৈছিলোঁ। সংসাৰৰ নিষ্ঠুৰ আঁচোৰত সমানেই ক্ষতবিক্ষত আয়ে তেওঁৰ স্বভাৱসুলভ স্নেহশীলতা আৰু মাধুৰ্য্য সত্ত্বেও দেউতাৰ কথা শুনিবলৈ বা বুজিবলৈ তেতিয়া সাজু হোৱা নাছিল। আনৰ তুলনাত অভাৱ-অনাটনে কেনেকৈ তেওঁৰ ঘৰখন জুৰুলা কৰিছে সেই চিন্তাতে তেওঁ কাতৰ হৈ আছিল। পছন্দৰ ভাল কাপোৰ এযোৰ পিন্ধিবলৈ যেতিয়া সামৰ্থ্য নাছিল, তেতিয়া দেউতাৰ ত্যাগ আৰু তিতিক্ষাৰ আদৰ্শ তেওঁৰ বাবে আছিল এক নিষ্ঠুৰ সাঁথৰ। আমাৰ ল'ৰা-ছোৱালীবিলাকৰ প্ৰায় প্ৰত্যেকেই মনে-মনে সংকল্প কৰিছিলোঁ যে ডাঙৰ হ'লে আইৰ এই কষ্ট দূৰ কৰিম, এন্ধাৰ ঘৰখনলৈ স্বাচ্ছন্দ্যৰ পোহৰ আনিম।

ঘৰৰ এই অসহনীয় পৰিস্থিতিত তেতিয়া বৰকৈ ওলাই-সোমাই ফুৰিব নোৱাৰা বাইদেউ কেইজনীয়ে মনপুতি পঢ়াত লাগিছিল, আৰু ককাইদেউহঁতে ঘৰৰ বাহিৰৰ বন্ধু বান্ধৱক লৈ চেমনীয় বয়সৰ স্বাভাৱিক হাঁহি, ফুৰ্ত্তি, উৎসাহ-আমোদ, এড'ভেঞ্চাৰ-উদ্ভাৱনৰ সোৱাদ লৈছিল। ডাঙৰ ককাইদেউ সৰুৰে পৰা পঢ়াশুনাৰ প্ৰতি অমনোযোগী আছিল, পিছত নিয়মিতভাৱে বঙালী উপন্যাস আৰু ভ্ৰমণকাহিনী পঢ়িলেও (তেওঁ ঘৰলৈ অনা ৰামনাথ বিশ্বাসৰ অগতানুগতিক দুঃসাহসী ভ্ৰমণ কাহিনীবোৰ ময়ো তেওঁ নথকাত চুৰকৈ পঢ়িছিলোঁ) তেওঁৰ নানা হাতৰ কামতহে ৰাপ আৰু নৈপুণ্য আছিল। সৰু ককাইদেউ মেধাৱী কিন্তু অতি সংগপ্ৰিয় আছিল। বোধহয় তেওঁৰ বন্ধুবৎসলতাই তেওঁক পঢ়াশুনাৰ পৰা ক্ৰমে আঁতৰাই নি দেউতাক হতাশ কৰিছিল।

দেউতাহঁতৰ কৈশোৰ আৰু যৌৱনকালত পৰিয়ালত যি কঠোৰ কৰ্তৃত্ববাদী

শাসন চলিছিল, চল্লিশৰ দশকৰ গুৱাহাটীত তাৰ প্ৰভাৱ নানা কাৰণত হ্ৰাস পাইছিল। বিশেষকৈ দ্বিতীয় মহাযুদ্ধই আনি দিয়া অৰ্থনৈতিক আৰু সামাজিক চঞ্চলতাই সামন্তযুগীয়া ধ্যান-ধাৰণাবোৰ ক্ৰমে অচল কৰি আনিছিল। স্বাধীনতা আন্দোলনৰ ৰাজনৈতিক প্ৰভাৱেও কেতিয়াবা অবাঞ্ছনীয় পৰিণামৰ জন্ম দিছিল। স্কুলঘৰৰ ভিতৰত বন্ধ হৈ বহু কিশোৰে তেওঁলোকৰ স্বাভাৱিক সজীৱ সৃষ্টিক্ষমতা হেৰুৱাই পেলায়। স্কুলৰ পৰিবেশ আৰু যান্ত্ৰিক পাঠ্যক্ৰম তথা শিক্ষণ পদ্ধতিয়ে তেওঁলোকৰ শাৰীৰিক আৰু মানসিক সামৰ্থবোৰৰ বিকাশ ঘটাব নোৱাৰে। এনে অৱস্থাত কিছুমান দুঃসাহসিক আৰু বলিষ্ঠ দেহ-মনৰ যুৱক অসামাজিক কামকাজত লিপ্ত হৈ পিতৃ-মাতৃৰ দুশ্চিন্তাৰ কাৰণ হৈ উঠে। তেওঁলোকৰ কিছুমানে জীৱনৰ উপযুক্ত পথ বিচাৰি নেপাই নিজকে ধ্বংস কৰে, কিছুমান সৌভাগ্যবশতঃ (যেনে কোনো ব্যক্তিত্বশালী অথচ সহৃদয় শিক্ষকৰ প্ৰভাৱত) বাচি যায়, কিছুমানে নিজেই প্ৰচণ্ড সৃষ্টিক্ষমতা আৰু বৈপ্লৱিক সাহসেৰে নতুন পথ গঢ়ি লয়। কিন্তু ৰাজনৈতিক আন্দোলন এটা প্ৰবল হৈ থাকিলে এনে পথভ্ৰান্তিৰ গ্লানি আৰু যন্ত্ৰণাৰ পৰা পলায়ন কৰিব পাৰি। নিয়মিত অধ্যয়নৰ বোজাও বৰ নালাগে, অথচ অবাবত সময় নষ্ট কৰা বুলি নিজেও অপৰাধী বোধ কৰিব নালাগে। স্বাধীনতা আন্দোলনে বিশেষকৈ বিয়াল্লিশৰ আন্দোলনৰ পিছৰ পৰা তেনে এক সুযোগ যুৱছাত্ৰৰ ওচৰলৈ আনি দিলে।

ইতিমধ্যে যুদ্ধৰ কল্যাণত এচাম লোকৰ হাতলৈ প্ৰচুৰ ধন আহিছিল। তাৰে তেওঁলোকে আগতে নেদেখা বা দুৰ্লভ সামগ্ৰী কিনি বা ৰাজহুৱাভাৱে ব্যৱহাৰ কৰি সমাজৰ চকু জলক্ তবক্ লগাই দিছিল— বিধে বিধে চৌখীন কাপোৰ আৰু জোতা, ৰে'ডিয়', গাড়ী ঘড়ী— যিবোৰ তাহানিৰ অধিকাংশ মধ্যবিত্ত অসমীয়াৰ বাবে আছিল অকল্পনীয়। কোনো চকুত লগা যোগ্যতা বা সামৰ্থ্য নোহোৱাকৈ এনে এচাম লোকে সংগ্ৰহ কৰা অথবা দেখ্‌দেখ্‌কৈ অন্যায় কাম (যেনে চোৰাং বেপাৰ, গাঁৱৰ দুখীয়া ছোৱালী ফুচুলাই মিলিটাৰিৰ ভোগত লগোৱা) কৰি গোটোৱা এই বিপুল ধন সম্পদৰ প্ৰতি সমাজৰ লোভ, ঈৰ্ষা আৰু ঘৃণা একেলগে যে হৈছিল চুবুৰিয়ে-চুবুৰিয়ে বাটে ঘাটে কৰা মন্তব্যৰ পৰা গম পাইছিলোঁ।

কিন্তু মুকলিমুৰীয়াকৈ বাটে-ঘাটে নুফুৰিবলৈ, যাৰে-তাৰে লগ নল'বলৈ ঘৰত দিয়া বাধাই মনত প্ৰচণ্ড খুন্দা এটা দিলে। সকলো মানুহ যে বন্ধু বা বিশ্বাসযোগ্য নহয়, তেনে ধাৰণা এটা প্ৰথমবাৰৰ বাবে মনত সোমাল। একেটা চুবুৰীতে থকা নিম্নশ্ৰেণীৰ আৰু নিম্ন জাতৰ মানুহৰ লগত নিমিলিবলৈ সমাজৰ কঠোৰ হেঁচা অনুভৱ কৰিলোঁ। কাৰণ বুজা আমাৰ দৰে সৰু বোৰৰ পক্ষে আছিল

দুঃসাধ্য। এজন বঙালী মিস্ত্ৰীৰ (তেওঁ ঘৰতো অসমীয়া কৈছিল) ল'ৰাজনৰ হাতত আমাৰ মধ্যবিত্ত অসমীয়া ল'ৰাবোৰৰ বাবে অতি লোভনীয় ক্ৰিকেট বেট আৰু টে'নিছ বল এটা আছিল। (মিস্ত্ৰীজনে নীতিবাগীশ মধ্যবিত্ত অভিভাৱকতকৈ সৰু ল'ৰাৰ মন বেছি ভালকৈ বুজি পাইছিল) তাৰ লোভতে মিস্ত্ৰীৰ ল'ৰাজনৰ লগত দুপৰীয়া আমি মনে-মনে "বেট-বল" (ক্ৰিকে'টৰ এক আদিম সংস্কৰণ) খেলিছিলোঁ। ডাঙৰে দেখিলে ধমক দি খেলৰ পৰা টানি নি ঘৰ সুমুৱাইছিল। সেই ল'ৰাজন আছিল সৰল মনৰ আৰু সহৃদয় প্ৰকৃতিৰ। কিন্তু তাক আন এজন মিট্‌মিট্‌কৈ নাচি থকা চকুৰ বঙালী অথবা বিহাৰী মূলৰ ডেকাই জোকাই বা উৎপীড়ন কৰি প্ৰায়ে কন্দুৱাইছিল। আমি কেতিয়াবা ডেকাজনৰ এই বিকৃত ৰসিকতাত আমোদ পাইছিলোঁ, কেতিয়াবা ক্ষুব্ধ হৈছিলোঁ। সৰু ল'ৰাৰ প্ৰতি এনে নিষ্ঠুৰ ব্যংগবিদ্ৰূপৰ মনোভাব গোলাঘাটত দেখা নাছিলোঁ। ই আছিল ডাঙৰ চহৰৰ এক নতুন অভিজ্ঞতা। বোধহয় এনে দুৰ্ঘটনাৰ পৰা সৰুৱাবলৈকে অভিভাৱক সকলে "যাৰে তাৰে" লগত মিলাৰ বিৰুদ্ধে আমাক সতৰ্ক কৰি দিছিল। কিন্তু চলন-ফুৰণৰ ওপৰত এই অদৃশ্য শিকলিডাল পৰাত আমি বিতুষ্ট হৈছিলোঁ।

পশু হাস্পাতালৰ ওচৰত থকা বৰদলৈ পৰিয়ালৰ ডাঙৰ জীয়ৰীৰ বিয়া হৈ ওচৰতে আছিল। তেওঁৰ নাম আমাৰ বাবে আছিল মাকণ বাইদেউ। তেতিয়ালৈকে সন্তানহীন হৈ থকা বাইদেৱে আমাক মৰম কৰিছিল, ইটো-সিটো বস্তু খুৱাইছিল। তেওঁ বঙালী উপন্যাস, আলোচনী প্ৰচুৰ পঢ়িছিল। দেখি আলোচনীবোৰ ময়ো লিৰিকিবিদাৰি চাইছিলোঁ। ফটো বোৰত দেশবিদেশৰ খবৰ পাই "থ্ৰিল্‌ড্‌" হৈছিলোঁ। মাকণ বাইইদেউৰ কথা' ওচৰৰ আন এগৰাকী গৃহিনীক কওঁতে তেওঁ মুখ বিকটাই ক'লেঃ এনে মানুহৰ মুখ চাব নাপায়, ল'ৰাছোৱালী নাই !" মই বৈ গলোঁ। দুদিন পিছত দেখিলোঁ তেৱেঁই মাকণ বাইদেউৰ ঘৰৰ পৰা সাদৰ মাত লগাই ওলাই আহিছে ! ভাগ্যে সোনকালে মাকণ বাইদেউৰ কোলা ভৰাই সন্তান হৈছিল। চহৰৰ ভণ্ডামিৰ·এইবোৰ উদাহৰণ মোৰ মনত পৰে, কিন্তু মোৰ তেতিয়াৰ প্ৰতিক্ৰিয়া মনত নাই। কাৰণ ময়ো ভণ্ডামি শিকিলোঁ।

তাহানিৰ শাসন আছিল গুৰুভাৰ, অলংঘণীয়। পিতৃ-পিতৃব্যৰ পিছতে ল'ৰাৰ অভিভাৱক আছিল শিক্ষক। বিশেষকৈ "হাইস্কুলৰ হেড্‌মাষ্টৰ" শব্দ দুটাই ল'ৰাৰ বুকু কঁপাই দিছিল। নিয়ম ভংগ কৰিলে বা অবাধ্য হ'লে সন্তানক প্ৰচণ্ড প্ৰহাৰ দিয়া অভিভাৱকে নিজৰ কৰ্ত্তব্যৰ ভিতৰত বুলি ধৰিছিল। শিক্ষকসকলৰতো কথাই নাই। শান্ত শিষ্ট আপোনাভোলা শিক্ষকক উদণ্ড ছাত্ৰই গুৰুত্বই দিয়া নাছিল। কিন্তু কঠোৰ শাসন কৰিব পৰা, ল'ৰাক গৰু মৰাদি পিটিব পৰা, শিক্ষকে সমাজৰ শ্ৰদ্ধা

আদায় কৰিছিল। বিশেষকৈ দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত স্কুলবোৰ কিছুকাল অস্থায়ী সৈন্যশিবিৰত পৰিণত হোৱাৰ ফলত এচাম কিশোৰ আৰু যুবকে পঢ়াশুনাৰ নিয়মিত বান্ধোনৰ পৰা মুকলি হৈ এৰাল ছিঙা বলদগৰুৰ দৰে হৈ পৰিছিল। এনেদৰে "প্ৰহাৰেণ ধনঞ্জয়ঃ" কৰা শিক্ষকসকলে ছাত্ৰৰ অহিত চিন্তা কৰা নাছিল বা তেওঁলোকৰ শত্ৰুতা কৰা নাছিল। তেওঁলোকে এই পদ্ধতিৰে অবাধ্য ল'ৰাৰ মনত সুমুৱাই দিবলৈ বিচাৰিছিল যে সমাজত কিছুমান নীতি-নিয়ম আছে, "পায়" আৰু "নাপায়" আছে। সেইবোৰ অলংঘনীয়। তেনেদৰেই উঠি অহা উৎসাহী, শক্তিমান কিশোৰৰ মনত সামাজিক নীতিবোধ সমূহ বেতৰ সাঁচৰ দৰে বহুৱাই দিয়া হৈছিল। শ্ৰদ্ধাভাজন ভৰত চলিহা, জেহিৰুদ্দিন আহমদ, ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁই, বিমান বৰুৱা, অন্নৰাম বৰুৱা আৰু বহুকেইজন বিখ্যাত হে'ডমাষ্টৰ কঠোৰ শৃংখলা আৰু দুৰ্দান্ত ব্যক্তিত্বৰ বাবে ল'ৰাৰ ত্ৰাস আৰু সমাজৰ সমাদৰৰ পাত্ৰ হৈছিল।

কিন্তু ক'ব নোৱাৰাকৈ সমাজলৈ পৰিৱৰ্তন আহিছিল। নানা সুৰুঙাৰে স্বাধীনতাৰ সোৱাদ পোৱা ছাত্ৰ-যুৱকৰ দলে আগৰ প্ৰচণ্ড নিপীড়নমূলক শৃংখলাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। এগৰাকী প্ৰসিদ্ধ হে'ডমাষ্টৰৰ হাতৰ বেত কাঢ়ি বিদ্ৰোহী ছাত্ৰই যেতিয়া তেওঁৰ গাত হাত তুলিলে, সমগ্ৰ অসম স্তম্ভিত হৈছিল। তাৰ পিছত লাহে লাহে এনে নিপীড়ন হ্ৰাস পালে, কিন্তু আমাৰ দিনলৈকে তাৰ ৰেৱাজ চলি আছিল। আমি কলে'জিয়ে'টত পঢ়া কালত আমাৰ হে'ডমাষ্টৰ মহাশয়ে এঘাৰমান বজাত আহি যি ক্লাছতেই হাই-উৰুমি শুনে, তাতেই একো নগণি সোমাই নিৰ্বিচাৰে সকলোৰে পিঠিত চেংচেঙাই যোৱাকৈ বেতেৰে পিটন দিছিল। এই কথাও ক'ব লাগিব যে তেখেতে অংক শিকালে অতি নিৰ্বোধ ছাত্ৰয়ো বুজিছিল আৰু মন্ত্ৰমুগ্ধ হৈ আছিল।

আমাৰ ঘৰতো দেউতাৰ শাসন আছিল এনে "প্ৰচণ্ড মাৰ্ত্তণ্ড সদৃশ"। সকলো ঘৰতেই অবাধ্য ল'ৰাক শাসন কৰিবলৈ মাকে হুমিয়াইছিল— "ৰ আজি, দেউতাৰ আহক, কি অৱস্থা হয় চাবিচোন।" কোৱা বাহুল্য যে এই ভাবুকিক যথাযোগ্য সন্মান নিদিয়া দুঃসাহসী কিশোৰ নাছিলেই। বাহিৰৰ সংসাৰৰ ঘাত-প্ৰতিঘাতত তিক্ত-বিৰক্ত হৈ বিশ্ৰামৰ আশাৰে ঘৰত সোমোৱা দেউতাকক এনেদৰে এফ-আই-আৰ দিয়াৰ ফলত বহুতৰ ভাগ্যত ঘটিছিল নিমৰ্ম প্ৰহাৰ। তেতিয়া মাকেই চোঁচা মাৰি আহি "হৈছে আৰু, নিজৰ ল'ৰাকে মাৰি পেলাবলৈ ওলাইছে নেকি?" বুলি দাগী আচামীকো সৰুৱাইছিল। সেই মুহূৰ্তত বেছিভাগ পিতৃয়েই "এঃ, তুমিয়েই লাই দি লাই দি ল'ৰা ছোৱালীক খালা," বুলি এচাৰি বা বেত পেলাই আঁতৰি গৈছিল।

মোৰ ওপৰত পিতৃদেৱৰ আক্ৰমণ বন্ধ হৈছিল আকস্মিকভাবে। লাহে লাহে প্ৰতি সপ্তাহে পোৱা এই ঔষধৰ ড'জ মোৰ পক্ষে অসহনীয় হৈ আহিছিল। ককাইদেউহঁতে পোৱা বেত্ৰাঘাত তলমূৰকৈ, অসহ্য যন্ত্ৰণাও অবজ্ঞাৰ ভাব ফুটাই ঢাকি ৰাখি, কেতিয়াবা নাকেৰে ঘোঁৎ কৈ শব্দ একোটা উচ্চাৰণ কৰি সহ্য কৰিছিল। মই কিন্তু বেদনা, ক্ষোভ, অপমানত টেঁটুফালি চিঞৰি প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিলোঁ। এবাৰ এঘাৰ কি বাৰবছৰ বয়সত ময়ো হাতত বেত এডাল তুলি লৈ ক্ৰোধ আৰু প্ৰতিশোধৰ আকাংক্ষাত জ্বলিপকি দেউতাৰ বিৰুদ্ধে অস্ত্ৰচালনা কৰি আত্মৰক্ষা কৰিছিলোঁ। মই এনেদৰে বীৰ-বিক্ৰমে যুদ্ধ দিয়াত দূৰৰ পৰা "হৰি হৰি"কৈ আয়ে মূৰে কপালে হাত দিছিল। কিন্তু পৰিস্থিতিৰ বিসংগতি উপলব্ধি কৰি পিতৃদেৱে হাঁহিবলৈ ধৰিলে, আৰু হাঁহি-হাঁহি মোৰ লগত ভীম-দুৰ্যোধনৰ গদাযুদ্ধৰ ভাও দি যুদ্ধ কৰিবলৈ ধৰিলে। বীৰৰসত এই অপ্ৰত্যাশিত যতি পৰাত মই কিছু নিৰাশ মনে প্ৰস্থান কৰিলোঁ। সেইদিনৰে পৰা পিতৃদেৱ আৰু মোৰ মাজত এক অলিখিত যুদ্ধবিৰতি চুক্তি হ'ল।

কলেজিয়েট স্কুলত অলপ ডাঙৰ বয়সত এনে এটা ঘটনা ঘটা হঠাৎ মনত পৰিছে। উল্লিখিত সতীৰ্থজন বৰ্তমানো জীৱিত কাৰণে (আৰু তেওঁৰ বৰ্তমান মেজাজ কেনে ধৰণৰ, সঠিক নজনাৰ বাবে) তেওঁৰ নাম উল্লেখ নকৰিলোঁ। তেওঁ গহীন-গপচ, প্ৰবল আত্মসম্মান থকা, অথচ পঢ়াশুনাৰ প্ৰতি সম্পূৰ্ণ নিস্পৃহ মতগজ চেহেৰাৰ ব্ৰহ্মচাৰী আছিল। লগৰীয়া আৰু বলশক্তি থকা সমনীয়া বিলাকেও তেওঁক সমীহ কৰি চলিছিল। এদিন এগৰাকী শিক্ষকৰ ব্যংগবিদ্ৰূপত জ্বলি উঠি শিক্ষকজন শ্ৰেণী এৰি যোৱাৰ পিছত এই মৌন মুনিগৰাকীয়ে ঘোষণা কৰিলে যে "মই তাক আজি চে'— ছ (শেষ) কৰিম।" সময় যোৱাৰ লগে লগে ধূম্ৰাচ্ছাদিত দাবানলৰ দৰে তেওঁৰ ক্ৰোধবহ্নি ব্ৰহ্মতেজৰ দৰে প্ৰকাশ পাবলৈ ধৰাত আমি আটাইবোৰে ভয় খালোঁ আৰু নতুনকৈ অহা হে'ডমাষ্টাৰ উমা শৰ্মা ছাৰক কথাটো জনালোঁ।

উমা শৰ্মা ছাৰ চুটি-চাপৰ কিন্তু পৰিপাটি আৰু ব্যক্তিত্বশালী লোক আছিল। তেওঁ সততে প্ৰহাৰ পন্থা বৰ্জন কৰিছিল, কাচিৎহে নিয়মৰক্ষা কৰিবলৈ দুই-এচাট বেত দিছিল। আমাৰ সতৰ্কবাৰ্ত্তা শুনি তেওঁ অবাক হ'ল আৰু আমাৰ ব্ৰহ্মতেজী অসুৰজনক কমলৈ মতাই নি সদয় কণ্ঠে সুধিলেঃ "বাৰু, বাৰু, তুমি কোৰাচোন, তোমাৰ ইমান খং উঠিছে কিয়? অমুক ছাৰে কি কৈছিল তোমাক?" কিন্তু আমাৰ মুনিবৰৰ মুখৰ পৰা কোনো সমিধান নাই। বৰং তেওঁৰ চকুমুখে ভিতৰি জ্বলি উঠা আগ্নেয় ভাবে ৰক্তবৰ্ণ ৰূপ ধাৰণ কৰিলে। উমা শৰ্মা ছাৰে নানা ধৰণে ভালৰি বোলাই

তেওঁৰ মনোকষ্টৰ কাৰণ উলিয়াবলৈ চেষ্টা কৰিলে। ত্ৰিশ-পয়ত্ৰিশ মিনিট মান পাছত বোমা ফটাদি তেওঁৰ মুখৰ পৰা ওলালঃ "ছাৰ! সি-সি-সি মোৰ প্ৰে'ষ্টিজ্ পাম্‌চাৰ কৰি দিলে।"

পেটৰ পৰা হা-হাকৈ ওলাই অহা হাঁহিটো অতিকষ্টে সম্বৰণ কৰি উমা শৰ্মা ছাৰে ডেকাজনৰ পিঠিত হাত বুলাই ক'লেঃ "ইচ্! তোমাৰ প্ৰে'ষ্টিজ্ পাম্‌চাৰ্ কৰিলে! বৰ বেয়া কথা হ'ল, বৰ বেয়া কথা। বাৰু তুমি ক্লাছলৈ উভতি যোৱা, মই অমুক ছাৰক বকিম।" উমা শৰ্মা ছাৰে উল্লিখিত শিক্ষকজনক মতাই নি ভৱিষ্যতে এনে অঘটন নঘটাবলৈ সতৰ্ক কৰি দিলে।

এম-চি-এম-ইৰ কামেশ্বৰ শৰ্মা ছাৰে (ছাত্ৰ সমাজত "কেংমৰা" বুলি পৰিচিত শৰ্মা ছাৰ আমাৰ বাবে কিং কঙেই আছিল।) আকৌ একাধাৰে যমদূত আৰু ক্লাউনৰ ভাও দি তৃপ্তি পাইছিল। তেখেতে যিখিনি পঢ়াইছিল ভালেই পঢ়াইছিল, আৰু কথাবোৰ স্পষ্টকৈ জানিছিল। কিন্তু কাকো খাটিৰ নকৰিছিল আৰু ল'ৰাৰ মাজত জনপ্ৰিয় হ'বলৈ চেষ্টা কৰাতকৈ অদ্ভুত ৰসেৰে আতংক সৃষ্টি কৰাতহে মন দিছিল। স্কে'লডাল কান্ধত পৰশুৰামৰ কুঠাৰখনৰ দৰে লৈ তেওঁ গজেন্দ্ৰ গমনে ক্লাছত সোমাইছিল আৰু জয়জয়তে ক্লাছৰ সকলোকে এক ৰাউণ্ড্ পিটন দি ছাত্ৰসকলৰ আৰু নিজৰ গা গৰম কৰি লৈছিল। মেপ বা মানচিত্ৰ অঁকাত তেওঁ আমাৰ সহপাঠী নগেনৰ বাহিৰে আন সকলোকে দহৰ ভিতৰত ১/২, ১ ১/২, ২, ২ ১/৪ আদি নম্বৰ দি চমৎকৃত কৰিছিল। এইদৰে সদায় ১ ১/২ আৰু ২ ১/২ ৰ ভিতৰত নম্বৰ পাই মোৰ কিবা জেদ লাগিল আৰু মই এদিন ওৰে নিশা বহু যত্নকৈ চাফ চিকুণ আৰু শুদ্ধ ৰূপত কামৰূপৰ মানচিত্ৰ এখন তেখেতৰ আগত সগৰ্বে দাখিল কৰিলোঁ। তেখেত অদ্ভুত ভংগীৰে দুটা ওঁঠ কোঁচাই লৈ বিস্তৰ ভাবি চিতি মোক দহৰ ভিতৰত ৩ ৩/৪ নম্বৰ দিলে!! তেওঁ নিৰপেক্ষভাবে সকলো ছাত্ৰৰে উপনাম দিছিল। এজন সহপাঠী দঁতুৱা আছিল বাবে তেওঁৰ মুখখন অনবৰত মেল খাই থাকে। তেওঁৰ নাম হ'ল "মেলেং"— তাকো চাহাবী ধৰণে উচ্চাৰণ কৰে। এজন চতুৰ সপ্ৰতিভ সহপাঠী "পানী কাউৰী" নামেৰে সন্মানিত হ'ল। আন এজন সহপাঠীৰ দুৰ্ভাগ্য যে তেওঁৰ ঘৰৰ আগেদি যাওঁতে ছাৰে দেখিলে তেওঁ এটা ছাগলীক মাৰি মাৰি নেখেদি শিং দুটাত ধৰি ঠেলি উলিয়াই দিছে। আৰু যায় ক'ত? পিছ দিনাই তেওঁ নতুন নাম পালেঃ "ছাগলীবীৰ"। সেই নামৰ মাহাত্মাই অসুবিধাত পেলায় বুলি পৰৱৰ্তী জীৱনত তেওঁ সাংঘাতিক ধৰণে গম্ভীৰ আৰু ভয়ানক ধৰণে স্বল্পভাষী হ'বলৈ বাধ্য হৈছিল। মোৰ নিজৰ উপনাম কি দিছিল,

পাঠকসকলক খোলোচাকৈ জনাবলৈ মই আজি পয়ষষ্ঠি বছৰ বয়সতো কুণ্ঠাবোধ কৰিছোঁ। তাৰ পৰাই পাঠক সকলে বুজিব কামেশ্বৰ শৰ্মাৰ বাক্যবাণ কেনে অব্যৰ্থ আছিল।

এম-চি-এম-ই স্কুলৰ ডেওনা চেৰাই মই কলেজিয়েটত ভৰ্ত্তি হোৱাৰ পিছত ক্লাছ নাইনত পঢ়া সময়ত এবাৰ এম-চি-এম-ইৰ আগেদি খোজ কাঢ়ি যাওঁতে কামেশ্বৰ শৰ্মা ছাৰে ক্লাছৰ পৰা দেখি মাতিলেঃ "এই হীৰেন। এই পিনে আহ।" কোৱা বাহুল্য যে মাত শুনি মোৰ জীৱ উৰি গ'ল। মই থৰক বৰক খোজেৰে ক্লাছত সোমাই দাৰোগাৰ আগত চোৰৰ দৰে থিয় দিলোঁ। ছাৰে ছল্‌ছলীয়া চকুৰে মোলৈ চাই সকৰুণ কণ্ঠে ক্লাছ ছিক্সৰ ছাত্ৰ বিলাকক ক'লে ঃ "ঐ গোটাগৰুহঁত! ইয়াক চিনি ৰাখ। ইয়াৰ নাম হীৰেন গোহাঁই, হীৰাৰ টুকুৰাৰ দৰে ছাত্ৰ আছিল। তহঁতৰ দৰে বলদ নাছিল।" ছাৰক প্ৰণাম জনাই ওলাই আহিলোঁ। ছাৰে কি সেইদৰেই মোক জনাইছিল যে আমাক কঠুৱা আচৰণ কৰিলেও মনৰ এচুকত আমাৰ প্ৰতি ছাৰৰ মৰম আছিল?

আমি পশু হাস্পাতালৰ কাষত থাকোঁতে আমাৰ জাতৰে ডাক্তৰ এজনে ওচৰতে ঘৰ ভাড়া লৈছিল। উপাধি বৰুৱা আছিল। নাম পাহৰিলোঁ। তেওঁৰ ডাঙৰ ল'ৰা আমাৰ ডাঙৰ ককাইদেউৰ বন্ধু, আৰু সৰু ল'ৰা সোণকণ মোৰ বন্ধু আছিল। সোণকণ অতি সৰল আৰু কিছু জেদী স্বাভাৱৰ আছিল। তেওঁৰ সৰলতাও আছিল মোৰ বাবে এক বিচিত্ৰ অভিজ্ঞতা। এবাৰ ক্লাছ ছিক্সৰ লগত আমাৰ ফুটবল মেচ্ছ্ হ'ব। আমি হৰাটো নিশ্চিত, কাৰণ তেওঁলোকৰ দুজনমান ওস্তাদ প্লেয়াৰ আছিল। মই বুধি দিলোঁ সোণকণক আমাৰ দলত সুমুৱাই তেনে দুজনমান প্লেয়াৰক কৌশলেৰে লেং মাৰি বগৰাই দিবলৈ তালিম দিয়া হওক। বাকীবোৰ মোৰ কথাত লগে লগে সন্মত হ'ল। ভালেমান দিন সোণকণক তালিম দিয়াৰ পিছত খেল যেতিয়া আৰম্ভ হ'ল আমি তেতিয়া হাফ টাইমলৈকে দুগ'ল খালোঁ। সোণকণক ছিগ্‌নেল দিয়া হ'ল। কিন্তু সোণকণে দুবাৰমান কায়দা কৰিবলৈ গৈ ব্যৰ্থ হৈ শেষত গোবাঁৰ খণ্ডত বিপক্ষৰ খেলোৱাৰ বিলাকক আগপিনৰ পৰা দুহাতেৰে ধৰি ৰাখি লেং মাৰিবলৈ বাৰে বাৰে প্ৰচণ্ড চেষ্টা চলালে। ৰেফাৰীয়ে আমাৰ বিৰুদ্ধে পাঁচটামান 'ফাউল' ঘোষণা কৰিলে। পিছৰ হাফত আমি সেয়ে চাৰিটা গ'ল খালোঁ। খেলাৰ শেষত মোক উজাৰি তিৰস্কাৰ কৰিলে। সোণকণ ক্ষুব্ধ— তেওঁৰ চেষ্টাই প্ৰাপ্য স্বীকৃতি নোপোৱাত।

গুৱাহাটীৰ আৰু এক ৰহস্যই মোক বিভ্ৰান্ত কৰি ৰাখিছিল বহুকাল। সেইটো

হ'ল অনবৰত এক আত্মসচেতন প্ৰতিযোগিতাৰ ভাব— কোনো কাৰো তুলনাত সৰু হ'ব নোখোজে। মৰ্যাদা আদায় কৰাৰো বিচিত্ৰ কিটিপ আৰু কৌশল। সেইবোৰ মই প্ৰথমতে বুজাও নাছিলোঁ, আৰু বুজাৰ পিছতো আয়ত্ত কৰিবলৈ বৰ ইচ্ছা হোৱা নাছিল। পিছলৈ গম পাইছিলোঁ, এইটো আধুনিক চহৰীয়া মধ্যবিত্ত শ্ৰেণীৰ ৰীতি। কিন্তু সেই মৰ্যাদা আদায় কৰাত সদায় যোগ্যতা বা ব্যক্তিৰ নিজৰ গুণাগুণ বিচাৰ কৰা নহৈছিল। জাত-পাত, শ্ৰেণীগত অৱস্থান, কোৱা ভাবাৰ ধৰণ, কপটালিত দক্ষতা, চতুৰালিৰ মাত্ৰা, এইবোৰেও প্ৰতিযোগিতাৰ ফলাফল সততে নিৰ্ণয় কৰিছিল। পৰচৰ্চা আছিল তাৰ এক সতেজ দিশ। কাৰণ আধুনিক নাগৰিক জীৱনৰ লক্ষণ আৰু উপাদান গুৱাহাটী তথা অসমৰ চহৰবোৰত নাছিল। সেয়ে আন কিছুমান তুচ্ছ কথাৰেই আত্মপ্ৰতিষ্ঠা আৰু প্ৰতিযোগিতাৰ চেষ্টা কৰিছিল নাগৰিকসকলে। একমাত্ৰ স্বাধীনতা সংগ্ৰামেই বেছিভাগ মানুহৰ মনত কম বেছি পৰিমাণে এনে তুচ্ছতাৰ পৰা উদ্ধাৰ কৰিব পৰা কেতবোৰ মহৎ আদৰ্শ আৰু নীতি সজীৱ কৰি ৰাখিছিল। সেই বিষয়ে আৰু কেতিয়াবা লিখিম।

ইতিমধ্যে চেনিকুঠিৰ আশ্ৰয় এৰি উজানবজাৰৰ সীমাত ভেটেৰিনাৰি হাস্পতালৰ সমুখৰ ভাড়াঘৰ এটালৈ উঠি আহিছিলোঁ। বয়স কিছু বঢ়াত, আৰু মোৰ পিছতো দুটা ভাই-ভনীৰ জন্ম হোৱাত আই আৰু বাইদেউহঁতৰ বিছনাৰ পৰা দেউতাৰ বিছনালৈ মোৰ প্ৰমোচন ঘটিল। এই উন্নতিত কিছু গৌৰৱান্বিত বোধ কৰিলেও ভিতৰি অলপ সন্ত্ৰস্তও হ'লোঁ। দেউতাই টোপনি যোৱাৰ আগতে দিনটো কেনেকৈ কটালোঁ তাৰ হিচাব লৈছিল, আৰু মই ৰাজহুৱা ধন লুট কৰাত পাকৈত কৰ্মচাৰীৰ দৰে জুখিমাখি সেই হিচাব দিছিলোঁ। দেউতাই কেতবোৰ নীতিবাক্যও সোঁৱৰাই দিছিল সেই সময়ত। আত্মসন্মান কেতিয়াও হেৰুৱাব নালাগে। একে সময়তে আকৌ কৈছিল বিনয়ী হোৱাৰ গুৰুত্বৰ কথা। যীশুখ্ৰীষ্টৰ বাণী সোঁৱৰাইছিল, "যিজন সকলোৰে ওপৰত উঠিব খোজে তেওঁ প্ৰথমতে সকলোৰে সেৱক হওক।" মোৰ ক্ষুদ্ৰ মগজুত দুইটা কথা পৰস্পৰবিৰোধী যেন লাগিছিল। দেখিছিলোঁ চহৰীয়া পৰিবেশত পিতৃদেৱৰ পৰামৰ্শ কেতিয়াবা আত্মঘাতী হ'ব পাৰে।

ইতিমধ্যে খোৱা-পিন্ধাৰ কষ্টৰ কথা লৈ আয়ে সদায় তিক্তকণ্ঠে ওজৰ আপত্তি কৰি গৈ আছিল। আমাৰ নিজৰ কষ্টৰ পৰা উপলব্ধি কৰিছিলোঁ আইৰ কথাত এক নিদাৰুণ সত্য আছিল। অমুকে ঘৰত অমুকটো বস্তু ল'লে, অথচ অফিচাৰতো নহয়, কেৰাণী কামহে কৰে। তমুক মহৰীৰ ঘৰত নে'টৰ আঠুৱা।

আমাৰ কি চাবা? নামতহে অফিচাৰ— কামত ধোবাং বাং। মৰ্মে মৰ্মে আইৰ অন্তৰ্দাহ উপলব্ধি কৰিছিলোঁ। কিন্তু ৰাতি দেউতাই যেতিয়া বুজাইছিল, চা, মই কেনেকৈ চৰকাৰী পয়চা চুৰ কৰোঁ, খাব নোপোৱা পণ্ডিতৰ পৰা কেনেকৈ ঘোচ লওঁ? আৰু নে'টৰ আঠুৱাতেতো মানুহৰ দাম লুকাই নাথাকে। মানুহৰ দাম তাৰ মনুষ্যত্বত ... আৰু দেউতাৰ আহত কণ্ঠৰ অভিমানতো মোৰ মনে সঁহাৰি দিছিল। ভাবিছিলোঁ, এই মানুহজনক ঘৰৰ আন বহুতে বুজিবলৈ চেষ্টা কৰা নাই। কেতিয়াবা আকৌ ভাব হৈছিল, আইৰ মনোকষ্টৰ প্ৰতি দেউতা কি ইমান উদাসীন? ... দুই পক্ষৰ টনা আঁজোৰাত প্ৰায় বিদীৰ্ণ হৈছিল মোৰ ক্ষুদ্ৰ হৃদয়। ডাঙৰৰ বোজাৰ ভাৰ ববলৈ মোৰ বয়স হোৱা নাছিল হ'বলা।

সৰুতে কিমান স্পৰ্শকাতৰ আছিলোঁ, এতিয়া আৰু মই মনত পেলাব নোৱাৰোঁ। কিন্তু সৰুকালিতে কিছুমান ল'ৰা-ছোৱালী বৰ অনুভূতিশীল হোৱা দেখিছোঁ। এজন আত্মীয়ৰ ঘৰত থাকোঁতে গধূলি দেখিছিলোঁ ঢুলু ঢুলু চকুৰে শুকান মুখেৰে তেওঁলোকৰ পাঁচবছৰীয়া ল'ৰাটো ঘূৰি ফুৰিছে। কাষলৈ মাতি আমি মৰম কৰি সুধিলোঁ, কি হৈছে বুলি। সি ক'লে ঘৰত বন কৰা নেপালী ডেকাজনে গাভৰু ঘৈণীয়েকক ঘৰত থৈ আহিছিল, তাই আন কাৰবাৰ লগত পলাই গৈছে। খবৰটো পাই ধনবাহাদুৰে বৰ মন মাৰি আছে। সকলো কথা তাক কৈছে। নিষ্পাপ শিশুৰ দৰে দুখবেদনাৰ ভাল শ্ৰোতা আৰু ক'ত ওলাব?

এতিয়া সেই অকণমান ল'ৰাটো চফল ডেকা, পাকৈত ব্যৱসায়ী। সংসাৰৰ চালাকিবোৰ শিকিছে। সি নেপালী ডেকাজনৰ দুখত এতিয়া সহজাত কৰুণাৰে সঁহাৰি দিব নে হাঁহিব? ❑

# বংশ পৰিয়াল

হৰকান্ত সদৰামীনৰ আত্মজীৱনী তথা দিনপঞ্জীত আছে যে আহোম ৰাজবংশৰ অন্যতম শেষ প্ৰতিনিধি কামেশ্বৰ সিংহ এবাৰ গুৱাহাটীৰ নাগৰিকসকলৰ কোনো এখন সভালৈ যাওঁতে "কোনেও সম্ভাষা নকৰিলে," অৰ্থাৎ বিশেষ আদৰ-সাদৰ নকৰিলে। তাৰ আগলৈকে যিকোনো সভা-সমিতিত স্বয়ংক্ৰিয়ভাবে কামেশ্বৰ সিংহই আছিল সৰ্বাগ্ৰগণ্য পুৰবাসী। সভাপতিত্বৰ আসনো আগতে সদায় তেওঁকে এৰি দিয়া হৈছিল। ঘটনাটোৱে যুগ তথা অসমীয়াৰ সামাজিক চেতনাৰ পৰ্বান্তৰ সূচনা কৰিছিল। বংশ-পৰিয়ালৰ গুৰুত্ব লাহে-লাহে হ্ৰাস পাইছিল। নাগৰিকৰ ব্যক্তিগত কৃতিত্ব আৰু অৱদানৰ ওপৰত নিৰ্ভৰ কৰিছিল সমাজত তেওঁৰ স্থান।

স্বাধীনতা সংগ্ৰামে টৌৱাই যোৱা পৰিবেশত মই চকু মেলিছিলোঁ। বংশ-পৰিয়ালৰ মহিমা দেউতাহঁতৰ প্ৰজন্মৰ তুলনাত মোৰ বাবে মূল্যহীন নহলেও অমূল্যও নাছিল। তাতে গুৱাহাটীত বেলেগ-বেলেগ সম্প্ৰদায়ৰ মানুহৰ মাজত ডাঙৰ হোৱা বাবে আহোম সকলৰ মাজত সচৰাচৰ প্ৰবল হৈ থকা বংশ গৌৰৱে মোক বৰকৈ স্পৰ্শ কৰা নাছিল। মোৰ সহপাঠী কিছুমানে "গোহাঁই" মানে "গোসাঁই" বুলিও ভাবিছিল! গুৱাহাটীৰে এজন বঙালী ভদ্ৰলোকে মোৰ কৈশোৰ কালত মোক এই বুলি চমক খুৱাইছিলঃ "আপনাৰা ব্ৰাহ্মণ, আপনাদেৰ প্ৰণাম কৰতে হয়!" গতিকে উজনি অসমৰ আহোম সকলৰ মাজত থকা বংশ, খেল, মেল, সাতঘৰীয়া আৰু বাৰেঘৰীয়া আহোমৰ অন্তহীন গৰিমা মোৰ বাবে কিছু দুৰ্বোধ্য হৈ থাকি গ'ল। অৱশ্যে দেউতা-আইতাৰ (আইৰ) প্ৰভাৱত উচ্চ বংশৰ আহোম সন্তান বুলি এক অস্পষ্ট গৌৰৱবোধ ময়ো পোষণ কৰিছিলোঁ। এই কথা মই বাহিৰত প্ৰদৰ্শন কৰিবলৈ টান পাইছিলোঁ। কিন্তু উচ্চ বংশৰ মানুহে কিছুমান কাম কৰিব নোৱাৰে, তেনে এক ভাব অজানিতে মোৰ মনতো ঠাই পাইছিল তাহানিতে।

দেউতাই আমাৰ বংশৰ আঁতি-গুৰি মোক জনাবলৈ তথা মোৰ মনত মচিব নোৱাৰাকৈ তাৰ সাঁচ বহুৱাবলৈ দঢ়াই-দঢ়াই মোৰ আগত বৰ্ণাইছিল। মই সেইবোৰলৈ বিশেষ মনকাণ দিয়া নাছিলোঁ, কাৰণ সমাজত দেউতা আৰু পুঠাদেউতাৰ (দেউতাৰ মোমায়েক, নগাঁৱৰ ডাক্তৰ জিতেন গোহাঁইৰ পিতৃ শম্ভু বুঢ়াগোহাঁই) বাহিৰে আন

কাকো সেই কথা লৈ মূৰ ঘমোৱা দেখা নাছিলোঁ। এতিয়া অৱশ্যে ভাবোঁ, জানি থলে এৰো লোকচান নাছিল। যিখিনি মনত পৰে আমি মূলতে মাদুৰিয়াল বৰগোহাঁই, লাইথেপেনা ফৈদৰ। জয়মতী কুঁৱৰীৰ ফৈদ। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ বিশেষ আস্থাৰ পাত্ৰ আছিল আমাৰ এগৰাকী উপৰিপুৰুষ। ৰাজেশ্বৰ সিংহৰ ছীলমোহৰ এটা আমাৰ ঘৰত এতিয়াও আছে। কোন ৰজাৰ দিনত নাজানোঁ, "কাজলিমুখীয়া গোহাঁই" (গুৰুত্বপূৰ্ণ কাজলিমুখ অঞ্চলৰ প্ৰধান বিষয়া) নিৰ্বাচিত হৈ এজন পূৰ্বপুৰুষ বৰ্তমানৰ নগাঁও জিলালৈ ভটিয়াই আহে। তাৰ পিছত কি হ'ল মোৰ মনত নাই, কিন্তু কোনোবা এজনে মায়ং মৌজা চলাইছিল। নগাঁৱৰ মৰিগাঁৱত আমাৰ লগাভগা মানুহ এতিয়াও আছে। কিন্তু সম্পৰ্ক নথকাৰ দৰেই। আৰু দেউতাৰ মোমায়েকহঁতৰ বংশ মায়ঙতে আছিল। তাৰ বহুকাল পিছত গুৱাহাটীত পুঠাদেউতা (দেউতাৰ দেউতাক) ৰা ককাদেউতা আনন্দ ৰাম গোহাঁই ওৰফে বালি গোহাঁইক অতীতৰ কুৱঁলিৰ পৰা উঠি অহা দেখোঁ।

দেউতাই আমাৰ পুৰুষনামাখন মুখস্থ কৰাবলৈ মোক যথেষ্ট হেঁচা দিছিল। কিন্তু 'ভোবোক", "ভালুক", এইধৰণৰ নামৰ সংখ্যা বেছি হোৱাত মই তেওঁলোকৰ লগত আত্মীয়তা স্থাপন কৰিবলৈ বৰ ইচ্ছুক নাছিলোঁ। মানুহৰ আগত যদি মই দৃপ্তকণ্ঠে কওঁ, "শুনা শুনা সভাসদ, মই ভোবোকৰ বংশধৰ!" মানুহে শ্ৰদ্ধাভক্তিত গদ্গদ্ হোৱাৰ বেছি আশা নাই। এই দশা হৈছিল মোৰ এজন সহপাঠীৰ। তেওঁ দেউতাকৰ নাম সদায় "কে' দুৱৰা" বুলি কৈছিল। পিছতহে জানিলোঁ, দেউতাকৰ নামটো আছিল কেৰকণ। মই দেউতাক সুচিন্তিত পৰামৰ্শ দিলোঁ যে এনে নাম থকা পুৰুষনামা এখন লুকুৱাই পেলোৱাই জ্ঞানীলোকৰ কাম হ'ব। কিন্তু হিতে বিপৰীত হ'ল। দেউতাই খণ্ডত ঘৃতাহুতি দি মোক চুইহে নিকিলালে। হয়তো সৰগৰ পৰা ভোবোক ডাঙৰীয়াই অদৃশ্য হস্তক্ষেপ কৰি তেওঁৰ কণমানি বংশপ্ৰদীপক এপিটনৰ পৰা সৰুৱাইছিল সেই দিনা।

মই শুনামতে পুঠাদেউতা (ককাদেউতা) আনন্দৰাম বা বালি গোহাঁই সৰুতে ঘাটমাউৰা হৈছিল। ভাল বংশৰ ল'ৰা এজনৰ আলাই-আথানি হোৱা বুলি গম পাই কোনো অজ্ঞাতনামা ইংৰাজ প্ৰশাসকে তেওঁৰ ভৰণপোষণৰ দায়িত্ব লৈ আত্মীয়ৰ ঘৰত ৰাখি পঢ়োৱাৰ ব্যৱস্থা কৰিলে। মেট্ৰিক পাছ কৰাৰ পিছত চাহাবেই মতাই আনি শ্বিলঙত চাকৰি এটা দিয়ালে। বোধহয় কেৰাণীৰ চাকৰি। অৱসৰ পোৱাৰ পিছত তেওঁ উত্তৰ গুৱাহাটীলৈ আহি মাজগাঁৱত ভেটি মাটি কিনি ঘৰ সজালে। সেইখিনিতে কলাজ্বৰে পিছত উছন কৰা বহুত শিক্ষিত আৰু সম্পন্ন পৰিয়াল আছিল। অন্যান্য মানুহো আছিল। স্থানীয় দিহিং সত্ৰৰ লগত আমাৰ পুঠাদেউতাৰ কিবা সম্পৰ্ক আছিল;

শিষ্য যে নাছিল খাটাং, বোধহয় সত্ৰলৈ তেওঁ কিছু দান-দক্ষিণা কৰিছিল। আৰু অলপ পূব পিনে তেওঁ ৬৪ বিঘা জলাটক মাটি কিনি জান খন্দাই তাক কৃষি উপযোগী কৰিলে আৰু স্থানীয় দৰিদ্ৰ এচাম লোকক ৰায়ত হিচাবে বহুৱালে। তেওঁলোকৰ বংশধৰ কোনেও এতিয়া খেতি নকৰে। তেওঁলোক টোকৰ জাতিৰ লোক আছিল, যি সকলৰ উপাস্য দেৱী টুক্ৰেশ্বৰীৰ মন্দিৰ অবিভক্ত গোৱালপাৰা জিলাত আজিও বিদ্যমান। ইতিমধ্যে বন্দী-বেটি মুকলি কৰি দিবলৈ ইংৰাজ চৰকাৰে কঢ়া ব্যৱস্থা লৈছিল- মানবীয় সহানুভূতিৰ প্ৰেৰণাত নে খাজনা বঢ়োৱাৰ আশাত, খাটাং কৈ কোৱা নাযায়। বন্দী-বেটিবিলাকে পুঠাদেউতাৰ ওচৰলৈ আহি ক'লেঃ দেউতা ঈশ্বৰ, আমি আদিতে কেওঁট-কলিতা কুলৰ মানুহ আছিলোঁ। আপোনালোকৰ ঘৰুৱা মানুহ হৈ আমি জাত হেৰুৱালোঁ। আমাক আহোম বুলি চিনাকী দিবলৈ অনুমতি দিয়ক।" পুঠাদেউতাই অনুমতি দিলে, কিন্তু গোহাঁই উপাধি লিখিবলৈ মানা কৰিলে।

স্বল্পবাক পুঠাদেউতাৰ কথা দেউতাৰ মুখত কমেই শুনিছোঁ, যদিও দেউতা পিতৃভক্ত আছিল। আইৰ মুখত শুনি যিমানদূৰ ধাৰণা কৰিব পাৰিছোঁ, সৰুতে পিতৃমাতৃহীন হোৱা বাবে পুঠাদেউতা অতিশয় গহীন আৰু নিঃসংগতাপ্ৰিয় আছিল। বংশগৌৰৱৰ বাবেই হওক বা আন যি কাৰণতে নহওক, তেওঁ কাৰো ঘৰলৈ নগৈছিল। তেওঁৰ বোৱাৰীয়েক আমাৰ আয়ে তেওঁক ভয় আৰু সমীহ কৰিছিল, কিন্তু বোধহয় ভালপোৱা নাছিল। পুঠাদেউতাৰ কথা ক'বৰ সময়ত তেওঁৰ মুখত কোনোদিনে আবেগৰ পোহৰ দেখা নাছিলোঁ। স্থানীয়ভাবে তেওঁ যে প্ৰতিপত্তিশালী মানুহ আছিল, সন্দেহ নাই।

পুঠাদেউতাৰ অন্ততঃ এটা গুণৰ শলাগ লব পৰা হৈছোঁ। বিভিন্ন ফলৰ গছ ৰোৱাত আৰু আপডাল কৰাত তেওঁৰ বৰ উৎসাহ আছিল। আমাৰ মাজগাঁৱৰ বস্তি-মাটিত তেওঁ এজোপা কেঁচা-মিঠা আম ৰুইছিল। কেঁচাতে মিঠা হয়, আকাৰত একোটা মালদহীয়া আমৰ সমান, খাবলৈ বৰ সোৱাদ। আমবোৰ পকা দেখা নাছিলোঁ, বৰ কেঁচাতে ফাটি সৰি পৰিছিল। সপেটা, নাৰিকল, লেটেকু, প্লাম আদি বিভিন্ন ধৰণৰ গছ নিজ হাতে লগাইছিল। আম জোপা এতিয়াও আছে, এতিয়া আৰু ফল নধৰে। নাৰিকল কেইজোপামানো কাকিনী তামোলৰ দৰে ওখ হৈ এতিয়াও আছে পুঠাদেউতাৰ হাতৰ পৰশ লৈ। হয়তো নিচেই সৰুতে স্নেহ-মৰমৰ পৰা বঞ্চিত সেই পিতামহে গছ-গছনিৰ আপডাল কৰিয়েই হৃদয়ৰ শূন্যতা পূৰণ কৰিছিল।

তেওঁ তিনিগৰাকী পত্নী বিয়া কৰাইছিল একাদিক্ৰমে। পত্নী কেইগৰাকীও

বেছিদিন জীয়াই থকা নাছিল। দেউতাক ডাঙৰ কৰিছিল মাহীমাকে। কিন্তু মাহীমাক হ'লেও দেউতাক অনাদৰ বা অত্যাচাৰ কৰাৰ কোন মনোৰম উপাখ্যান প্ৰচলিত হৈ থকা নাই। দেউতায়ো তেওঁক দেবীজ্ঞানে ভক্তি কৰিছিল। এগৰাকী মাহীমাকৰ ভায়েক আছিল পূৰ্বে উল্লেখ কৰা নগাবঁৰ শম্ভু পুঠাদেউতা। আন এগৰাকী ভায়েকৰ নাম আমি "বাপি" বুলিয়েই শুনিছিলোঁ। তেওঁ বৈষয়িক উন্নতিৰ প্ৰতি উদাসীন আৰু নাটক লিখাত উৎসাহী বুলি শুনিছিলোঁ। বোধহয় তাহানি চলা বঙলা ভাষাত নাটক লিখিছিল। ভাওনাৰ নাটো হ'ব পাৰে। মই নিশ্চিত নহওঁ। তেওঁৰ প্ৰতিও দেউতাৰ তাহানিৰ আহোম মানুহৰ জেষ্ঠ জনৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তি আছিল। আন এগৰাকী পত্নী সাহিত্যিক সত্যনাথ বৰাৰ ভনীয়েক আছিল বুলি শুনিছিলোঁ। বংশগৌৰবৰ প্ৰতি এসময়ত আন সম্প্ৰদায় বা জাতিৰ মাজতো যে শ্ৰদ্ধা আছিল, ঘটনাটো তাৰেই প্ৰমাণ।

পুঠাদেউতাৰ বিশেষ আদৰ বা চেনেহ নোপোৱাকৈ ডাঙৰ হোৱা দেউতাৰ এগৰাকী ভনীয়েকে নীৰস নিঃসংগতাৰ বোজা বব নোৱাৰি আনজাতৰ সাধাৰণ মানুহলৈ পলাই গ'ল। পুঠাদেউতা (আৰু দেউতায়ো) তেওঁৰ সেই "বংশ কলংকিত কৰা" অপৰাধ ক্ষমা নকৰিলে। দেউতাৰ বাবে সেই ভনীয়েকৰ অস্তিত্বই নাছিল। সামন্তবাদী বংশ গৌৰবৰ এই কঠোৰতা আমাৰ বাল্যকালত আমাৰ চকুতেই হৃদয়হীন আৰু অমানুষিক যেন লাগিছিল।

উত্তৰ গুৱাহাটীৰ সেই অঞ্চলত শিক্ষাৰ প্ৰতি ধাউতি আছিল তাকৰ। কিন্তু দেউতাৰ সৰুৰে পৰা পঢ়াশুনাৰ প্ৰতি বেলেগ ধৰণৰ আগ্ৰহ আছিল। তেতিয়া আজিৰ দৰে নিয়মিত ফে'ৰিসেৱা বা ভট্‌ভটি নাও নাছিল। নৈ পাৰ হ'বলৈ যথেষ্ট পানী গোট নাখালে নাৱো ঘাটৰ পৰা ওলাই নাহিছিল। দেউতাৰ শিক্ষানুৰাগ ইমান প্ৰবল আছিল, যে নিজহাতে নাও মাৰি নৈ পাৰ হৈ সদায় সোণাৰাম স্কুলৰ ক্লাছত উপস্থিত হৈছিল। তেখেতৰ উদাহৰণে সেই অঞ্চলৰ পিছপৰা সম্প্ৰদায়ৰ কেইবাজনো লোকক শিক্ষাৰ প্ৰতি আগ্ৰহী আৰু উৎসাহী কৰা বুলি স্থানীয় মানুহৰ মাজত এতিয়াও জনশ্ৰুতি আছে।

আমাৰ আইতাৰ (আইৰ) লগত দেউতাৰ মনোবৃত্তিৰ বিশেষ সাদৃশ্য নাছিল, বৰং তাৰ বিপৰীত। দেউতাই পুঠাদেউতাৰ কঠোৰ শাসনত সকলো ধৰণৰ আৰামদায়ক, বিলাসী উপকৰণ আৰু আৰামদায়ক, তৃপ্তিদায়ক অভ্যাসক ভয় আৰু অৱজ্ঞা কৰিছিল। আয়ে আকৌ চৌখিন বস্তু, ধুনীয় সাজপাৰ, বিলাসী সৰঞ্জাম আদি পছন্দ কৰিছিল। ৰং-ধেমালি, ফুৰ্ত্তি, গল্পগুজব, অলপ অচৰপ পৰচৰ্চ্চা আদিৰ প্ৰতি আইৰ আকৰ্ষণ আছিল। ধাৰণা হয় এটা সময়ত দেউতাৰো কিবাকিবি

চখ আছিল। এছুৰাজ এখন আমাৰ ঘৰত বহুদিন আছিল, দেউতাই শিৱসাগৰত থকা কালত চৌখিন ফটোগ্ৰাফি শিকিছিল, ডাৰ্ক ৰুমত বহুপৰ অকলে থাকি ফটো ডেভেলপ্ কৰিছিল। কিন্তু মই লগ পোৱা সময়ত "আৰাম হাৰাম হ্যয়" আৰু "কৰ্ম আমাৰ ধৰ্ম" নীতি আখৰে-আখৰে পালন কৰি, আৰু পৰিয়ালৰ আনকো পালন কৰিবলৈ বাধ্য কৰি, সকলোৰে থৰ-কাচুটি হৰুৱাইছিল। জীৱনৰ আনন্দ সংসাৰৰ নানা ঘাত-প্ৰতিঘাতে শুকাই পেলোৱাত মানুহজনে কঠোৰ কৰ্তব্যপৰায়ণতাৰে নিজৰ দৈনন্দিন জীৱন পৰিচালনা কৰিছিল।

দেউতাই শিক্ষকতা কৰি থকা কালত আৰু স্কুল সহ-পৰিদৰ্শক হিচাবে চাকৰি কৰা কালৰ প্ৰথম ছোৱাত আমি বিলাসী জীৱন যাপন নকৰিলেও খোৱা-পিন্ধাৰ কষ্ট পোৱা নাছিলোঁ। কিন্তু মহাযুদ্ধৰ সময়ত চাৰিওপিনে খাদ্য-বস্ত্ৰকে ধৰি সকলো বস্তুৰ চাহিদা ব্যাপক হাৰত বাঢ়ি গল। ঘাইকৈ যুদ্ধৰ প্ৰয়োজনত। ফলত প্ৰচণ্ড মূল্যবৃদ্ধিয়ে মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত মানুহৰ জীৱন যাত্ৰা দুৰ্বহ কৰি তুলিলে। ইংলেণ্ডতে **War Economy** চলোৱা ব্ৰিটিছ চৰকাৰে ভাৰতীয় চাকৰিয়ালৰ বেতন-বৃদ্ধিৰ কথা সমূলি নাভাবিলে। ফলত ব্যৱসায়ী আদি এচাম মানুহৰ বাহিৰে সকলো নিদাৰুণ অৰ্থকষ্টত ভুগিছিল। সাধাৰণ মানুহে তাৰ উৱাদিহ নাপাইছিল, অথচ নিষ্পেষিত হৈছিল। চকুৰ আগতে পৰিয়ালৰ দুৰ্দ্দশা আৰু সেই দুৰ্দ্দশা দূৰ কৰিবলৈ নিজৰ অক্ষমতা দেউতাৰ দৰে দায়িত্বশীল মানুহৰ বাবে কেনে গ্লানিময়, জ্বালাময় আছিল, বুজাই ক'ব নালাগে। সেয়ে দেউতা দিনদিনে ৰূঢ়, কটুভাষী, গহীন হৈ পৰিছিল। পত্নী আৰু সন্তান সকলৰ সৰুসুৰা চখ মিটোৱা দূৰৰ কথা, খোৱাপিন্ধাৰ ব্যৱস্থা কৰিবলৈ তেখেতে সপ্তাহৰ অধিক সময় বানচৰ (**TA/DA**) বাবে দূৰ-দূৰণিত পৰিদৰ্শনৰ কামত কটাব লাগিছিল। আমাৰ লগত দেখাদেখি প্ৰায় নহৈছিলেই।

ইয়াৰ কিছু আভাস্ পাঠকসকলে "লষ্ট্ লাগিজ"ত পাব। টুৰত যাওঁতে কেতিয়াবা দেউতা ৰোমহৰ্ষক পৰিস্থিতিত পৰিছিল। এবাৰ ৰিজাৰ্ভ ফৰেষ্টৰ মাজৰ বাটেদি যাওঁতে মঙ্গলদৈত (বোধহয় পানেৰী) অস্পষ্ট জোনাকত দেখিলে, ৰাস্তাৰ মাজত কেইটামান ডাঙৰ জন্তু বহি আছে। এৰাল দিয়া গৰু বুলি ভাবিছিল। কাষেদি পাৰ হৈ যাওঁতে দেখিলে ভালুক! শিলগুটিৰ ওপৰেদি যোৱা চাইকেলৰ শব্দ শুনি ভালুক কেইটায়ো দেউতাক দেখিলে, আৰু লগে লগে খেদি আহিল। প্ৰাণৰ কাতৰে চাইকেল চলাই দেউতা সাৰিল। শিলগুটি দিয়া ৰাস্তাত ভালুকেও বেছি বেগাই দৌৰিব পৰা নাছিল। আৰু এবাৰ এটা সেউজীয়া ৰঙৰ সাপে চাইকেলৰ পিছে-পিছে আচৰিত ধৰণে আহি আছিল, বোধহয় খেদি আহিছিল।

প্ৰথমতে সাপটোৱে ৰাস্তাত কুণ্ডলি পকায় আৰু তাৰ পিছত স্প্ৰিঙৰ দৰে জপিয়াই ৮।১০ ফুটমান যায়, আকৌ কুণ্ডলি পকায়, আকৌ স্প্ৰিঙৰ দৰে ছিটিকি আহে। পিছত গন্তব্যস্থলত শিক্ষকসকলে বোলে কৈছিলঃ "ছাৰ, আপুনি ভাল সাৰিল আজি। অতি বিষাল সাপ সেইবিধ।" এইবোৰ কথা শুনি মোৰ মনত গৌৰৱবোধ হৈছিল, কিন্তু দেউতাই সেই অভিজ্ঞতাত পোৱা আতংক আৰু উদ্বেগৰ কথা মোৰ মনলৈ অহা নাছিল।

দেউতা অৱশ্যে সাহসী মানুহ আছিল, তেখেতৰ নিমাখিত অমায়িক চেহেৰাই যাৰ ফুটকে নিদিয়ে। স্কুল চাবলৈ যাওঁতে এবাৰ ভূতৰ ভয়ৰ পৰা এখন গাঁৱক উদ্ধাৰ কৰিছিল। ৰাতি হোৱাৰ লগেলগে গাঁওখনৰ মানুহে দুৱাৰত দাং দি বিছনাত পৰে, কোনো কাৰণতে ঘৰৰ পৰা ৰাতি নোলায়। দেউতাকো তেনে পৰামৰ্শ দিয়াত তাৰ পম খেদি দেউতাই জানিলে যে ৰাতি-ৰাতি "ঘোঁৰাবাক" ওলায়। ই "ঘোঁৰাবাক" কেনে বস্তু, জানিবলৈ দেউতাৰ কৌতূহল হ'ল। ৰাতি দহমান বজাত সঁচাকৈ শুনিলে কেবাটাও ঘোঁৰা একেলগে চেকুৰি যোৱাৰ শব্দ। চাৰি বেটাৰিৰ টৰ্চ্ এটা হাতত লৈ মনে-মনে নিৰ্জন নিশাৰ এন্ধাৰত উমানে-উমানে শব্দটো অনুসৰণ কৰি দেখিলে, ঘোঁৰা নহয় জাক জাক শিয়াল। ওচৰৰ বিল এখনৰ পৰা ওলাই অহা কেঁকোৰা ধৰিবলৈ শিয়ালৰ মাজত নিৰ্বাচনৰ টিকেট প্ৰাৰ্থীৰ মাজত লগাৰ দৰে হেতা-ওপৰা লাগে। এজাকে আন এজাকক খেদি যায়, আকৌ কেঁকোৰা ধৰিবলৈ দৌৰি আহে। এনেকৈ বছৰ-বছৰ ধৰি তাকেই ঘোঁৰাবাকৰ লীলা বুলি গাঁৱৰ মানুহ ৰাতি চেপেটা লাগে। দেউতাই মিছা ভয়ৰ পৰা সন্তান সকলকো মুক্ত কৰিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিছিল। কিন্তু সৰু ল'ৰাছোৱালীৰ মনস্তত্ত্বৰ জ্ঞান দেউতাৰ নথকা বাবে অলপ ভীতু স্বভাৱৰ সন্তানক সাহসৰ শিক্ষাই মানসিকভাবে ক্ষতিগ্ৰস্তই কৰিছিল বুলি অস্পষ্ট ধাৰণা এটা কৰিছিলোঁ। ভূতৰ ভয় থকা এজন ককাইদেউক গছ-গছনিৰ মাজত পুখুৰিৰ পাৰত দুপৰ নিশালৈকে থাকিবলৈ বাধ্য কৰি দেউতাই তেওঁৰ ভয়-ভীত কমালেও তেওঁক আবেগ-অনুভূতিৰ পিনৰ পৰা কিছু কঠিন কৰিছিল বুলি ঘৰত কোৱাকুই কৰা শুনিছিলোঁ। জীৱনৰ শেষ পঁচিছটা বছৰত বিভিন্ন মানুহৰ লগত ঘনিষ্ঠতা হোৱাৰ পিছত আৰু মোৰ স্বৰ্গীয়া ভনী ৰুমাৰ আদৰ [illegible] ফলত দেউতাৰ আচৰণ আৰু মনোভাবৰ বহুত সলনি হৈছিল। তেখেতৰ বা[illegible]ৰ নে[illegible]চক দিশবোৰ তলপৰি তেখেতৰ স্বভাৱগত সাধুতা, উদা[illegible] পৰোপকাৰী [illegible]বৃত্তিয়ে তেখেতক সমাজত সৰবৰহী কৰি তুলিছিল। পূৰ্বে কৰা ভুলবোৰ শুধৰাবলৈ [illegible]ৰ্যায়মানে চেষ্টাও ক[illegible]ছিল, কিন্তু কিছুমান ভুল আৰু শুধৰাব নোৱাৰি।

দেউতাৰ আকোৰগোঁজ স্বভাৱৰ এক কৰুণ বলি আছিল মোৰ ওপৰৰ জন ককাইদেউ ৰবীন গোহাঁই (অকণ)। সঁচাকৈ তেওঁ অতি মেধাবী, সৰলচিতীয়া আৰু তজবজীয়া আছিল। সকলো সন্তানৰ ভিতৰত তেওঁৰ প্ৰতিয়েই দেউতাৰ মৰম বোধহয় বেছি আছিল, আৰু তেওঁৰ উপদ্ৰৱ বা কটু কথা দেউতাই শেষলৈকে নীৰৱে সহ্য কৰিছিল। কিন্তু ককাইদেউ অলপ খেয়ালী **(Impulsive)** আৰু সংগপ্ৰিয় স্বভাৱৰ। আমি গুৱাহাটীতে থিতাপি লোৱাৰ পিছত দেউতাই টুৰত ঘূৰি ফুৰি ৰাতিহে উভতি আহিছিল। ককাইদেৱে পঢ়াশুনা বাদ দি দুপৰ ৰাতিলৈকে বন্ধুবান্ধৱৰ লগত ঘূৰি ফুৰিছিল, আৰু চুৰ্চুৰিয়া সাহিত্য-নাটক আদিৰ চৰ্চাও আৰম্ভ কৰিছিল। সাহিত্যৰ নিছা বৰ সাংঘাতিক নিছা। মেধাবী ছাত্ৰ ককাইদেউ ক্লাছৰ একেবাৰে পিছপৰা ছাত্ৰখিনিৰ লগ লাগিল আৰু দেউতাৰ মনৰ জ্বালা দুগুণে বঢ়াই তুষ্টমনে পঢ়াশুনালৈ পিঠি দিলে। লগৰ ল'ৰাখিনি যে একেবাৰে অপদাৰ্থ আছিল তেনে নহয়। কোনো কোনো খেলা-ধূলা, কোনোবা সংগীতবিদ্যা, কোনোজন আকৌ অভিয়নত পাৰদৰ্শী আছিল। ব্ৰজেন বৰুৱাৰ ভায়েক দিবন বৰুৱাৰ লগত ককাইদেউৰ বন্ধুত্ব আছিল। আন এজন আছিল বিখ্যাত খেলুৱৈ প্ৰফুল্ল হাজৰিকা, যি পিছলৈ খেলৰ সামগ্ৰীৰ দোকান দিছিল। হাজৰিকাই মোক বাটেপথে লগ পালেই কয়ঃ "হেৰা, জানানে, ৰবীনৰ কাৰণেই মই মেট্ৰিকত পাছ কৰিব নোৱাৰিলোঁ। মই তাৰ বহী চাই চাই উত্তৰ লিখিছিলোঁ, এটা শব্দও বাদ দিয়া নাই। বেটা সিও ফে'ল, ময়ো ফে'ল।" হাজৰিকা দাদাই তেওঁ মেট্ৰিক-পৰ্বত আৰোহন কৰিব নোৱাৰাৰ এই অকাট্য যুক্তি আবিষ্কাৰ কৰি সেই অলংঘ্য গিৰি লংঘণৰ আৰু দ্বিতীয় চেষ্টা নকৰিলে!

ককাইদেৱে আনন্দিৰাম দাসে সুৰ দিয়া দুটামান গান লিখিছিল, যেনে "সাক্ষী ৰ'ল পুৰঁতীৰ শেষ তৰাটি।" তেওঁৰ পঢ়ামেজ, বুকশ্বেল্‌ফ, টিনৰ ট্ৰাংক সম্পূৰ্ণ-অসম্পূৰ্ণ পাণ্ডুলিপিৰে ঠাহ খাই আছিল। পিছলৈ "ৰামধেনু"তো তেওঁৰ গল্প লিখাৰ চেষ্টা চলিছিল। কিন্তু তেওঁৰ কৈশোৰৰ শিল্প সাহিত্যৰ প্ৰতি অনুৰাগ দেউতাৰ "চকুৰ কুটা দাঁতৰ শাল" হৈ পৰিছিল। দেউতাক দেখি আমিও ককাইদেউৰ এইবোৰ প্ৰয়াসক যুক্তিহীন বাতুলতা বুলি ভাবিছিলোঁ। আজি হয়তো ককাইদেউৰ অৱস্থা বেলেগ হ'লহেঁতেন। কিন্তু তেতিয়া ককাইদেউ "বেয়া ল'ৰা"ৰ শাৰীত পৰিছিল। ককাইদেউৰ এই "বিচ্যুতি"য়ে দেউতাৰ মনত অভাবনীয় তিক্ততাৰ জন্ম দিছিল, আৰু ককাইদেউৰ লগ বিলাকেও দেউতাক দেখিলে দূৰতে ফাট মাৰিছিল। আচলতে শিল্পসাহিত্য কৰি তেতিয়া জীৱিকা অৰ্জন কৰা দুঃসাধ্য আছিল। সেয়ে দেউতাৰ উদ্বেগৰ কাৰণ।

ডাঙৰ ককাইদেৱেও মেট্ৰিক পৰীক্ষাত দুবাৰমান "আনছিডিউলড্ ষ্টপে'জ"ৰ আশ্ৰয় লৈছিল। ৰবীন ককাইদেৱে যদি পৰীক্ষাৰ নৈৰাশ্যকৰ খা-খবৰ পালেও কেৰেপ নকৰাকৈ ঘূৰি ফুৰিছিল, ডাঙৰ ককাইদেৱে তিনিদিনমান দুৱাৰত খিলি লগাই সোমাই আছিল। ডাঙৰ ককাইদেউ যুগৰ হাৱাত ৰেডিকেল ষ্টুডেণ্ট্‌ছ্ ইউনিয়নৰ সদস্য হোৱাৰ উপৰি ধীৰেশ্বৰ কলিতাৰ অড্ডাৰ সংগী আছিল। কি বুজিছিল, ক'ব নোৱাৰোঁ। কিন্তু পৰবৰ্ত্তী জীৱনত তেওঁ এনে বামপন্থী চিন্তাৰ কোনো চিনাকি দিয়া নাছিল। তেওঁ আই এছ-চি পাছ কৰাৰ পিছত আন দুজন অসমীয়া যুৱকৰ সৈতে বৃহৎ ৰে'লৱেই ৱৰ্ক্‌শ্বপত শিক্ষানবীচ হৈছিল। যন্ত্ৰশিল্পৰ বিষয়ে ক্ৰমে তেওঁৰ জ্ঞান আৰু অভিজ্ঞতা পৰিপক্ক হৈছিল। সেই বিষয়ত মোৰ আগ্ৰহ থাকিলেও পটুতা আছিল নগণ্য। তেওঁৰ **Tool Box** বা হাতীয়াৰৰ বাকচ লণ্ডভণ্ড কৰা বাবে প্ৰায়ে তেওঁৰ গালি আৰু কাণচেপা খাইছিলোঁ।

দুৰ্জন পুতেক তেওঁৰ পৰা আবেগিকভাবে আঁতৰি যোৱাত মোৰ প্ৰতি দেউতাৰ নজৰ পৰিল। মই কেনেবাকৈ দেউতাৰ মনৰ ভাব বুজি তেখেতৰ প্ৰতি সহানুভূতি অনুভৱ কৰিছিলোঁ। কিন্তু আইৰ মানত দেউতা আছিল সংসাৰৰ আও-ভাও নুবুজা অকৰ্মণ্য অজলা লোক। ককাইদেউহঁতেও দেউতাক এক মান্ধাতাৰ যুগৰ অৱশেষ বুলি গণ্য কৰিছিল, কথাটো এশ-শতাংশই ভুল বুলিও ক'ব নোৱাৰি। কিন্তু মোৰ চকুত তাৰ লগেলগে ধৰা পৰিছিল দেউতাৰ নিৰ্মল, বিশুদ্ধ জ্ঞান-পিপাসা, দৰিদ্ৰ আৰু অৱহেলিতৰ প্ৰতি স্বতঃস্ফুৰ্ত্ত সহানুভূতি, আৰু সৎ জীৱন যাপন কৰিবলৈ প্ৰাণান্তকৰ চেষ্টা। পোহৰ-এন্ধাৰে মিহলি জীৱনত কেৱল পোহৰ দেখিব খোজা যেনেকৈ অসংগত আছিল, তেনেকৈ সেই চেষ্টাত একধৰণৰ মানবীয় মহিমাও আছিল।

আই আছিল তাহানিৰ অসমৰ গঞা জীৱনৰ নিভাঁজ প্ৰতিনিধি। তেওঁ স্বভাৱতে ৰঙিয়াল, সংগপ্ৰিয়, আৰু মৰমীয়াল আছিল, মানুহৰ দোষ-ক্ৰটি দেউতাতকৈ সহজে ক্ষমা কৰিব পাৰিছিল, আৰু আত্ম-অৱদমনত আগ্ৰহ-হীন আছিল। তাহানিৰ গঞাজীৱনৰ নানা কথাৰ, জনশ্ৰুতি আৰু কিংবদন্তীৰ, চহা জ্ঞান-বিজ্ঞানৰ, বিভিন্ন পৰিয়ালৰ কীৰ্ত্তি আৰু কেলেংকাৰীৰ খবৰৰ মেটমৰা ভঁড়াল আছিল তেওঁ। উৎসৱ-পাৰ্বন ভাল পাইছিল, চৌখীন সাজপাৰৰ প্ৰতি আকৃষ্ট আছিল— দেউতাই যিটো চখ মিটাবলৈ কেতিয়াও কোনো চেষ্টা কৰা নাছিল। আইৰ মুখত শুনা জীৱ-জন্তুৰ কথা মোৰ এতিয়াও মনত আছে— যেনে চৰাইৰ ভিতৰত আটাইতকৈ ধুনীয়া ভৰি ফেঁচাৰ, বগা পছমী নোমেৰে ঢকা। দলনিত ৰঙা-ৰঙা শ'লমাছৰ পোনাৰ মাজে মাজে মাকজনী ফুৰা দেখিলে বৰ ভাল লাগে,

আকাশেদি যেতিয়া ভেলা চৰাই (**Pelican**) উৰি যায়, দেখিবলৈ বহুত ওপৰত এজাক তৰা গৈ থকা যেন লাগে ইত্যাদি। দেউতাৰ তুলনাত আইৰ মৰম-চেনেহ, সহানুভূতি আছিল অধিক স্বতঃস্ফূৰ্ত্ত। শৈশৱৰ কোনো মানসিক আঘাত বা আবেগিক বঞ্চনাই তেওঁক চিৰকাললৈ আহত কৰা নাছিল। দেউতাক বুজাটো তেওঁৰ পক্ষে অসম্ভৱ আছিল। কিতাপৰ জ্ঞানৰ প্ৰতি তেওঁৰ আগ্ৰহো বেছি নাছিল। দেউতাই লিখা-পঢ়া শিকোৱাৰ পিছত কীৰ্ত্তনখনকে তেওঁ সদায় মাজে মাজে পঢ়ি থাকিল। সুৰ লগাই পঢ়িছিল গুণ্‌গুণ্‌কৈ। তেওঁ নাটক চাই আৰু গান শুনি ভাল পাইছিল। কিয় নাজানোঁ, দেউতা নাটকৰ মহিমাৰ প্ৰতি আছিল সম্পূৰ্ণ শ্ৰদ্ধাহীন। নাটকৰ মানুহৰ প্ৰতিও তেখেতৰ সেই সময়ত আছিল অসীম অশ্ৰদ্ধা আৰু অৱজ্ঞা। (মনত ৰখা দৰকাৰ যে স্বৰ্গীয় প্ৰদীপ চলিহাদেৱে নৃত্যকলাত মনোযোগ দিয়া সময়ত সেই সময়ৰ একমাত্ৰ অসমীয়া বাতৰি কাকতত শিৱসাগৰৰ সংবাদদাতাই খবৰ প্ৰকাশ কৰিছিল যে সম্ভ্ৰান্ত বংশৰ সন্তান নাচনী হ'বলৈ ওলোৱাত সকলোৱে ধিক্কাৰ দিছে!!)

এইবোৰ কথাতে দেউতা আৰু আইৰ মাজত খুট্-খাট্ লাগি আছিল, আৰু আমাৰ বাবে সেইবোৰ দাম্পত্য কলহ আছিল অতি নিৰুৎসাহজনক। বিশেষকৈ মই দুয়োপক্ষৰে প্ৰতি সহানুভূতিশীল আছিলোঁ, দুয়ো পক্ষৰে হক তেতিয়াই বুজি পাইছিলোঁ। এদিন দেউতাৰ কিবা মন্তব্যত উত্যক্ত হৈ আমাৰ নিৰ্জু আয়ে ফেট তুলি কৈছিলঃ "মনত ৰাখিব, ময়ো দিহিঙীয়াৰ ঘৰৰহে।" দেউতা অবাক হৈ ৰৈ গৈছিল।

কিন্তু এনেদৰে ভাবিলেও ভুল হ'ব যে দেউতাৰ এই জেদ আৰু গোড়ামি সত্ত্বেও আইৰ মনত দেউতাৰ প্ৰতি এক গভীৰ আনুগত্যবোধ নাছিল। দেউতাই যেতিয়া কোনো দুৰ্ভাগিনী শিক্ষয়িত্ৰীৰ প্ৰতি সুবিচাৰ কৰিবলৈ উঠিপৰি লাগিছিল, আইৰ অসন্তোষৰ সীমা নাছিল। বহাগী নামৰ তেজেফুটো-ফুটো গালৰ ওঁঠৰ-উনৈশ বছৰীয়া এল্‌পি স্কুলৰ শিক্ষয়িত্ৰী কছাৰী (বড়ো) গাভৰু আছিল অতি অমায়িক আৰু নম্ৰ। তেওঁক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল দেউতাই। তেওঁৰ চাকৰি স্থায়ী, নিয়মিত কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু বহাগী আহিলেও আইৰ ছাতিফুতি লগা আমাৰ চকুত পৰিছিল।

শেষৰ কেইবছৰমান পাৰিবাৰিক আৰু সাংসাৰিক আঘাতে-আঘাতে জৰ্জৰিত কৰা আই মানসিকভাৱে অপ্ৰকৃতিস্থ অৱস্থাত আছিল। মাজে মাজে দেউতাই মূৰত হাত ফুৰাই দিলে শান্ত হৈ পৰিছিল। সেই অৱস্থাতে দেউতাৰ অপঘাত মৃত্যুৰ সংবাদ পাই আই অস্থিৰ হৈ পৰিছিল। বিস্ফাৰিত নয়নেৰে নিঃসহায়, কাতৰ কণ্ঠেৰে চিঞৰি-চিঞৰি সদাশিৱৰ গীত গাইছিল। ক'ত শুনিছিল, কেনেকৈ মনত

আছিল নাজানোঁ। কিন্তু মোৰ ভাব হয় সদাশিৱৰ দৰে আপোনভোলা, উদাৰহৃদয়, খেয়ালী, অথচ সময়ে-সময়ে ৰুদ্ৰৰূপী দেউতাৰ কথা আয়ে সেইদৰেই মনত পেলাইছিল আৰু প্ৰকাশ কৰিছিল।

আইৰ লগ আৰু আশ্ৰয় পুত্ৰ সন্তান নাছিল, ডাঙৰ বাইদেউহঁতহে আছিল। একেবাৰে ডাঙৰ গৰাকী বাসন্তীৰ বিয়া হৈছিল মোৰ শৈশৱত। তাৰ পিছৰ গৰাকী কমলা (সৰুমাই) আছিল কলিকতাত। ঘৰখনৰ অভাৱৰ দিনত সেই মেধাবী ছোৱালীজনীয়ে তাহানিখনতে কলিকতা বিশ্ববিদ্যালয়ত ষ্টাৰ পাইছিল। কিমান কষ্ট কৰি হোষ্টেলত পঢ়িছিল, পিছতহে গম পাইছিলোঁ। কেতিয়াবা হোষ্টেলৰ দেয়ধন দিব নোৱাৰি একেৰাহে কেইবাদিনো পাওৰুটি খাই থাকিবলগীয়া হৈছিল। অসমীয়া সহপাঠী সকলৰ পৰা ধাৰ বিচাৰি বিমুখ হৈছিল। মই কিন্তু সেইবোৰ কথা একো জনা বা বুজা নাছিলোঁ। মোৰ বাবে বাইদেউ যাদুৰ দেশৰ পৰীৰ দৰে আছিল। মই তেওঁক আবদাৰ কৰি মে'কানো ছেট্, বুক্ অব নৌলে'জ (এটা খণ্ডতে সমাপ্ত) আদি দামী বস্তু উপহাৰ দিবলৈ খাটনি ধৰিছিলোঁ আৰু তেওঁ মোক নিৰাশ নকৰি সেইবোৰ পঠাই দিছিল। বিনিময়ত কিমান কষ্ট নীৰলে ভোগ কৰিছিল, নাজানোঁ! **Illustrated Weekly of India** সেই সময়ৰ ভাৰতৰ অভিজাত সাপ্তাহিক। তাৰ **Children's Page**ত আৰু বিজ্ঞাপনত পোৱা সেইবোৰ জকমকীয়া খেলনা তথা কৈশোৰৰ মনোৰঞ্জনৰ সামগ্ৰীয়ে মোৰ মনত কেনেকুৱা শিহৰণ আনিছিল, এতিয়া বুজাই ক'ব নোৱাৰিম। বোধহয় দাৰিদ্ৰ্য ক্লীষ্ট পৰিবেশৰ মাজত সেইবোৰে কিবা অজানা মুক্তিৰ সংবাদ পৌছাঁই দিছিল মনৰ একোণত। বাইদেউৰ স্বভাৱ আছিল মৃদু আৰু স্নিগ্ধ, ধৈৰ্য্যশীল আৰু আনৰ তুলনাত নিঃস্বাৰ্থ। তেওঁ ঘৰলৈ আহিলেই মই তেওঁক গল্প ক'বলৈ ধৰোঁ। তেওঁ মোক অস্কাৰ ৱাইল্ডৰ "হেপি প্ৰিন্স্" (সুখী কোৱঁৰ)ৰ সাধুটো ইমান মৰ্মস্পৰ্শীকৈ কৈছিল যে বহুদিন মই তাৰ যাদুত নিবিষ্ট হৈ আছিলোঁ। হয়তো গল্পটোৰ প্ৰভাৱ কেনেবাকৈ মোৰ মনত ৰৈ গৈছিল।

কমলা (সৰুমাই) বাইদেউৰ মে'ডিকেল পঢ়াৰ বৰ উৎসাহ নাছিল। তেওঁ সৰুতে লেখিকা হ'ব বুলিহে ভাবিছিল। তেওঁ স্কুলতে সম্পাদনা কৰা হাতে লিখা আলোচনী এখন আমাৰ ঘৰত বহুদিন আছিল। অনাদৰত ক'ৰবাত হেৰাই থাকিল। আনন্দৰ কথা যে তেওঁ জীৱনৰ বিয়লি পৰত অসমীয়ালৈ অনুবাদৰ জৰীয়তে পুনৰ সাহিত্য-চৰ্চা আৰম্ভ কৰিব পাৰিছিল। বেছিভাগ কিতাপ প্ৰকাশৰ ব্যৱস্থা মই কৰি দিছোঁ। কিতাপবোৰ পাঠকেও আদৰি লৈছে। তেওঁৰ কিছুমান সমস্যাৰ সমাধানতো সহায় কৰিব পাৰি মোৰ ভাল লাগিছে এই ভাবি যে কলিকতাত পঢ়া

কালতে তেওঁ মোক যেনে আশাশুধীয়া সহায় কৰিছিল, তাৰ সামান্য প্ৰতিদান দিব পাৰিছোঁ। ক'বলৈ পাহৰিছোঁ কলিকতাত পঢ়া কালত তেওঁৰ সহপাঠী আৰু ঘনিষ্ঠ বান্ধবী আছিল ডঃ মেঘনাদ সাহাৰ কন্যা কৃষ্ণা। মেঘনাদ সাহাৰ বিৰাট ব্যক্তিত্বৰ কথা তেওঁ আমাৰ আগত কৈছিল।

কমলা বাইদেউৰ লগত আটাইতকৈ ঘনিষ্ঠ আছিল তেওঁতকৈ এবছৰ সৰু অন্নদা (পুতুলি)। স্বভাৱ সম্পূৰ্ণ বিপৰীত। কমলা বাইদেউ যদি ঠাণ্ডা, অন্নদা বাইদেউ চোকাটেকেলা— তেজী, নিৰ্ভয়, আত্মবিশ্বাসী আৰু চঞ্চলা। তেওঁ হৈ-চৈ কৰা ধৰণৰ আনন্দ পছন্দ কৰে, চেলেঞ্জ ল'বলৈ ভাল পায় আৰু পাক লগোৱা কথাত পাকৈত। দেউতাই কন্যাসন্তান পছন্দ নকৰে বুলি তেওঁৰ মনত গভীৰ খেদ আৰু নিজে নিজৰ জীৱন গঢ়াৰ সংকল্প লৈছিল। কিন্তু কিবা অদৃশ্য সূতাই তেওঁক ঘৰৰ লগত বান্ধি ৰাখিলে। বি-এছ-চি পঢ়াৰ সময়ত এবাৰ পৰীক্ষাগাৰত এ'চিড্ পৰি তেওঁৰ পিন্ধা কাপোৰৰ বহু ঠাইত পুৰিলে, তেওঁ কথমপি বাচিল। তেওঁৰ প্ৰাণোচ্ছলতাৰ আকৰ্ষণত কেতিয়াবা কোনো যুৱক আমাৰ ঘৰলৈ আহিছিল। অন্তৰংগতাৰ মাত্ৰা বেছি হ'লেই দেউতাই ৰসভংগ কৰি যুৱকজনৰ আগমন নিষিদ্ধ কৰি দিছিল আৰু বাইদেৱে দেউতাৰ এনে হস্তক্ষেপত নিজকে অতি নিগৃহীতা আৰু অপমানিতা বুলি ভাবিছিল। বাইদেৱে নেজানে, মই কিন্তু দেখিছিলোঁ যে তেনে যুৱকক সভাগৃহৰ পৰা বহিষ্কাৰ কৰি কন্যাৰ ব্যথাবেদনাত দেউতাই নিজেও নীৰৱ অনুশোচনাত ভুগিছিল। কিন্তু তাক অভিভাৱকৰ দায়িত্ব বুলি ভাবিছিল।

কিন্তু বাইদেউৰ মনৰ জোৰ (**Resilience**) আছিল অসাধাৰণ। এনে যি কোনো মৰ্মান্তিক আঘাতৰ পৰা দুদিন পিছতে চিপ্ মাৰি উঠি হাঁহি-ফুৰ্তিত মগন হৈছিল। তেওঁৰ ওঁঠত অনবৰতে লাগি আছিল ৰবীন্দ্ৰনাথৰ "কি পাইনি তাৰ হিসাব মিলাতে মন মোৰ নহে ৰাজী" আৰু **The Miller of the Dee** নামৰ হাইস্কুলতে পঢ়া কবিতা এটাৰ এফাকি

**"I Envy Nobody**
**Nobody Envies me....."**

অন্নদা-কমলা দুয়ো আবদ্ধ পৰিবেশত বৃহত্তৰ জীৱনৰ সন্ধান পাইছিল গল্প-উপন্যাসত। বঙলা সাহিত্য দুয়ো ভালকৈ পঢ়িছিল। শৰৎচন্দ্ৰ, বনফুল, অচিন্ত্যকুমাৰ সেনগুপ্ত আদিৰ ৰচনা তেওঁলোকে পঢ়া মোৰ মনত আছে। কিন্তু তেওঁলোকক সেই বয়সত ৰোমাঞ্চিত কৰিছিল মধ্যবিত্ত ৰোমাণ্টিক ভাববিলাসত নিমজ্জিত "বালিগঞ্জেৰ ট্ৰামে" আৰু "উদয়েৰ পথে" ধৰণৰ আজিকালি কোনেও

নাম নুশুনা কিন্তু তেতিয়া অতি জনপ্ৰিয় উপন্যাসে। লাখ লাখ অভাৱজৰ্জৰিত মধ্যবিত্ত পৰিয়ালৰ আশা-আকাংক্ষা, বেদনা, সপোন সেইবোৰ দ্বিতীয় শ্ৰেণীৰ উপন্যাসত উত্তাল হৈ প্ৰকাশ পাইছিল।

এগৰাকী বাইদেউৰ সেইবোৰ সোণালি সপোন অকালতে মৰহিব লগা হৈছিল মৰুময় বাস্তৱৰ স্পৰ্শত। বি এছ্-চি পাছ কৰাৰ লগেলগে খবৰ পাই পাণবজাৰ গাৰ্লছ্‌ হাইস্কুলৰ সৱৰৱহী উদ্যোগী প্ৰধান শিক্ষয়িত্ৰী প্ৰজ্ঞা চৌধুৰি আমাৰ ঘৰত হাজিৰঃ অন্নদাই তেওঁৰ স্কুলত অংক আৰু বিজ্ঞানৰ শিক্ষয়িত্ৰী হিচাপে যোগ দিব লাগে। তেখেতৰ অনুৰোধ-উপৰোধৰ উপৰি ঘৰতো তেতিয়াও আমাৰ সংসাৰত অভাৱৰ দিন শেষ হোৱা নাছিল। বাইদেউ সেই যি চাকৰিত সোমাল, অৱসৰৰ দিনলৈকে চাকৰি কৰিয়েই থাকিল। (অৱশ্যে অৱসৰ লৈছিল কৃষি বিভাগৰ অতিৰিক্ত সঞ্চালক ৰূপে, আৰু মাজতে বিদেশলৈ গৈ অষ্ট্ৰেলিয়াৰ ছিড্‌নি বিশ্ববিদ্যালয়ৰ পৰা এম-এছ্-চি ডিগ্ৰী লাভ কৰিছিল।) এই কথাটো মনত ৰাখিয়েই পিছলৈ বাইদেউৰ লগত মোৰ সম্পৰ্কৰ কিছু অৱনতি ঘটিলেও মই আজিও তেওঁৰ প্ৰতি বেথাৰ ভাব এৰি দিব পৰা নাই।

অন্নদা বাইদেউৰ তলত আছিল অণিমা (ননী)। সৰুতে তেওঁ লাজকুৰিয়া আৰু অন্তৰ্মুখী চৰিত্ৰৰ আছিল। লাজকুৰিয়া স্বভাৱৰ বাবে কথাও কম কৈছিল আৰু কেতিয়াবা খোনাইছিল। এবাৰ আমাৰ ঘৰত কাছৰ মাংস ৰান্ধিছিল। সেই সময়ত কাছ আছিল অপৰ্য্যাপ্ত আৰু আমিও এনে নিৰীহ প্ৰাণীহত্যা কৰি ভোজ খোৱাৰ নিষ্ঠুৰতাও উপলব্ধি কৰা নাছিলোঁ। ননী বাইদেৱে আখলৰ পৰা ওলাই আমি ভাত খাই থকা অৱস্থাতে দেউতাক মাত দিলেঃ "দেউতা, তোক আৰু অলপ চক্‌লং কব খুজিছিল ছুলং দিম নেকি?" দেউতাই নাকটো অলপ বেকা কৰি হাঁহি ঢাকি ক'লে, "নালাগে আই, চক্‌লং নালাগে।" দেউতাৰ মুখত নিমাত-নিবোল কন্যাৰ প্ৰতি বিৰল এক বাৎসল্যৰ ভাব ফুঠি ওলাইছিল। পিছত আমি সৰু কিটাই "চক্‌লং লাগে, চক্‌লং লাগে?" বুলি জোকাই তেওঁক হাৰাশাস্তি কৰিছিলোঁ। তেওঁ খঙত ৰঙা-ছিঙা পৰি উত্তৰ দিব নোৱাৰি আমাক শাও দিছিল। তেওঁক অতি বিব্ৰত আৰু আমাক আহ্লাদিত কৰি দেউতাই তেওঁক "নানী" বুলি সম্বোধন কৰিছিল। আলহীক চাহৰ কাপ আগবঢ়াই দিয়া তেওঁৰ দায়িত্ব আছিল। এবাৰ চাহ আহোঁতে পলম হোৱাত দেউতাই চিঞৰি "নানী" বুলি মাতিলে। লগে লগে বাটৰ পৰা সালংকৃতা এক নেপালী তিৰুতা "কি বাবু?" বুলি হাজিৰ। দেউতাই থতমত খালেও আমি ৰস পালোঁ। কলেজত পঢ়া কালত তেওঁ এটা ডাঙৰ মানসিক

আঘাত পাইছিল, আৰু তেওঁৰ সেই নিফুট বেদনাৰ প্ৰতি ঘৰৰ কাৰো সহানুভূতি পোৱা নাছিল। ভিতৰি-ভিতৰি দহি যোৱা অন্তৰ এখন লৈ পিছলৈ তেওঁ সম্পূৰ্ণ বিপৰীত চৰিত্ৰৰ হৈ পৰিল। ইমান কথা কয় যে মানুহ উটুৱাই নিব খোজে।

মেট্ৰিকত তেওঁ অসমীয়াত সৰ্বোচ্চ নম্বৰ পাইছিল। ভাষাৰ ওপৰতো তেওঁৰ ভাল দখল আছিল। সন্দিকৈ কলেজৰ কবিতা প্ৰতিযোগিতাত প্ৰবীণা শইকীয়াৰ লগত যুটিয়া প্ৰথম পুৰস্কাৰ পাইছিল। তেওঁ অংক আৰু বিজ্ঞানৰ পৰীক্ষাতো ভাষা লগোৱা বুলি শিক্ষক-শিক্ষয়িত্ৰীয়ে মৰমেৰে ধেমালি কৰিছিল। তেওঁৰ লগত একে বেঞ্চিত বহা সহপাঠিনী বহুতৰ লগত তেওঁৰ এতিয়াও সম্পৰ্ক আছে। এসময়ত যথেষ্ট সৃষ্টিক্ষমতা দেখুৱা এই বাইদেউ গৰাকীৰ পিছলৈ সাহিত্য-চৰ্চাৰ লগত সম্পৰ্ক কমি আহিল আৰু জনসম্পৰ্ক ৰক্ষাত উৎসাহ বেছি হ'ল। ঘৰৰ সকলোকে অবাক কৰি তেওঁ সাঁইবাবাৰ শিষ্যা হ'ল আৰু প্ৰশান্তিনিলয়মত শান্তি বিচাৰি মাজে মাজে ভুমুকি মৰা হ'ল।

অনিমাৰ তলৰ গৰাকী মমতা (মাখনী) আছিল মোতকৈ দুবছৰ ডাঙৰ। তেওঁ সৰলচিতীয়া আৰু মেধাবী আছিল। এম-ই পৰীক্ষাত অসমৰ ভিতৰত প্ৰথম হৈছিল। তেওঁ মেট্ৰিক পৰীক্ষাত প্ৰথম বিভাগ পালেও ইণ্টাৰমিডিয়েট ছায়েন্সত ভাল কৰিব নোৱাৰিলে। ইংৰাজীত অনাৰ্ছ লৈ পঢ়া সময়ত কটনৰ শিক্ষক সকলে তেওঁৰ ৰিজাল্ট্ ভাল হ'ব বুলি আশা কৰিছিল, সেই সময়ত তেওঁ কটনৰ সহকাৰী সাধাৰণ সম্পাদক মনোনীত হয়। তাৰ আগলৈকে কোনো ছাত্ৰীয়ে এই পদ পোৱা নাছিল। অধ্যাপক ৰোহিনী মহন্ত, অধ্যাপক হীৰেন দত্ত, স্বৰ্গীয় বনমালি কাকতি, প্ৰাক্তন অধ্যক্ষ শৈলেন মেধি আদি তেওঁৰ সহপাঠী আছিল।

আমাৰ ঘৰৰ অত্যন্ত কঠোৰ পিয়ৰিটান পৰিবেশত যৌন জীৱন সম্পৰ্কে কোনো আলোচনা বা চৰ্চা নাছিল। তেনে কথাক "পাপ" বুলি ধৰা হৈছিল। কিতাপ-আলোচনীৰ পৰা ভাবাবেশ-পূৰ্ণ ৰোমান্সৰ ধাৰণা আহৰণ কৰা বাইদেউহঁতৰ গাভৰু বয়সত যৌনজীৱন সম্পৰ্কে জ্ঞান আছিল সামান্য, কিন্তু কৌতূহল আছিল অপাৰ। সহপাঠী যুৱকসকলৰ সান্নিধ্যই এক অবুজ অনুভূতি তেওঁলোকৰ মনত জগাই তুলিছিল। পঢ়াশুনাতকৈ সেই অনুভূতিৰ ভু-ভা লোৱাত দুই-তিনিবছৰ তেওঁলোকৰ উৎসাহ বেছি হৈছিল। সামান্য ঘটনাই তেওঁলোকক অতি মাত্ৰাই উত্তেজিত বা বিচলিত কৰিছিল— আন পৰিয়ালত যিটো নঘটিলহেঁতেন। সংসাৰৰ বাট কেনে কাঁইটিয়া, সেই বিষয়ে এইবোৰ দেখিও মোৰ মনত স্পষ্ট ধাৰণা হোৱা নাছিল। মফিজুদ্দিন আহমদ হাজৰিকাৰ কবিতাৰ সেই উতনুৱা ডেকাবোৰৰে এজন

হৈ মই বহুকাল ওপঙি ফুৰিছিলোঁ।

মোৰ তলতে আছিল যতীন (সৰুভাইটি)। যতীন ঘৰৰ সকলোৰে মৰম পাই আলসুৱা আৰু অভিমানী হৈ ডাঙৰ হৈছিল। তেওঁ সৰুতে অলপ অজলা বিধৰ আছিল আৰু স্কুলত "সৎ চৰিত্ৰ"ৰ বুলি পুৰস্কাৰো পাইছিল। কিন্তু এই সৎ চৰিত্ৰৰ মহাত্মাক লগত লৈ স্কুললৈ যাওঁতে মই সদায় বিপাঙত পৰিছিলোঁ। প্ৰায়ে স্কুলৰ কাষ পাই মোৰ হুঁছ হয় যে লগত সৰুভাইটি নাই— উৰ্দ্ধশ্বাসে উভতি দৌৰি দৌৰি গৈ কেতিয়াবা দেখোঁ যে বিড়ীৱালিৰ নাচ চাই হাঁ কৈ মুখ মেলি ৰৈ আছে মন্ত্ৰমুগ্ধ সহোদৰ, কেতিয়াবা আকৌ দেখোঁ বান্দৰ-নচুৱা মানুহে পতা বান্দৰ বিয়া চাই তেওঁ আপোনপাহৰা। স্কুললৈ তাৰ পৰা তেওঁক টানি আনিবলৈ মই দাবি-ধমকিৰ পৰা খাটিৰ-বাতিৰলৈ বহুত কৌশল কৰিবলগীয়া হৈছিল। তেওঁ পঢ়াশুনাতকৈ জীৱনৰ পৰা শিক্ষা ল'বলৈ উদ্যোগী হৈছিল যেন পাওঁ। অলপ ডাঙৰ হৈ তেওঁ খেলা-ধূলা, যন্ত্ৰপাতি মেৰামতি কৰা; এনে কামত মোতকৈ আগবাঢ়ি গৈছিল। মই খেলি ভাল পাইছিলোঁ যদিও ক্ৰিকেটত "ব্লাইণ্ড্ হিটাৰ" আৰু ফুটবলত "মৰিও নমৰা, পৰিও নপৰা" চেণ্টাৰ হাফ বা হাফবেক বুলিহে নমজ্বলা আছিলোঁ। সৰুভাইটিৰ সৰুকালৰ অঁকৰা স্বভাৱৰ বাবে আমি গোটেইখনে মিলি তেওঁক বিভিন্ন জোকোৱা নাম আৰু জোৰা নাম দি জোকাইছিলোঁ। কেতিয়াবা তেওঁ বাৰান্দাৰ একোণত আমাৰ এই উৎপাত সহি মনে মনে জুপুৰা লাগি বহি আছিল। সেইবোৰ স্মৃতি মোৰ বাবে বৰ গৌৰৱজনক নহয়।

সৰুভাইটিৰ তলত আছিল ৰুমা (স্বৰ্গীয়া ডঃ ৰুমা সন্দিকৈ)। ৰুমা সৰুতে পেলুৰ অসুখত আৰু মেলেৰিয়াত ঘনাই ভুগিছিল। আজিৰ কলিযুগৰ দৰে সেই সত্যযুগত এইবোৰ অসুখৰ ভাল দৰৱ নাছিল। যিবোৰ আছিল, সেইবোৰ দেখিলেই তজ্বৰজীয়া ল'ৰা-ছোৱালী নিমিষতে অন্তৰ্দ্ধান হৈছিল। তেওঁ প্ৰায়ে জ্বৰত মুছকছ গৈ দাঁতকপাটি লাগি চকু টেলেকা কৰি ঘৰোৱাহক ভয় খুৱাইছিল। এবাৰতো বাটতে সেই অৱস্থা হোৱাত মহানুভৱ জে' বৰুৱাৰ ঘৰত সোমাবলগীয়া হৈছিল। তেখেতে যেনিবা আথেবেথে দুপাৰি দাঁতৰ মাজত চামুচ এখন লগাই দি তাৰ ফাঁকেৰে কিবা অলপ জুলিয়া দৰৱ খুৱাই দিওঁতে জ্ঞান আহিছিল।

এই কাৰণতে নেকি ৰুমা সৰুৰে পৰা অসম্ভৱ জেদী আৰু অভিমানী হৈছিল। তেওঁৰ একাচেকা স্বভাৱৰ বাবে ঘৰৰ আটায়ে সমীহ কৰি চলিছিল। এবাৰ সৰুতে কিবা ঠেহঁ লাগি মৰিবলৈ মুখত সোপাসোপে জাৰ্মানিবনৰ পাত ভৰাই চোবাইছিল। দেউতাই কথা বিষম দেখি ক'লে, "বেঙী! জাৰ্মানি বনৰ পাত

খালে মানুহ বেছি দিন জীয়াইহে থাকে।" লগেলগে দেহত্যাগ কৰিবলৈ ওলোৱা ৰুমাই থুত্‌কুৰিয়াই জাৰ্মানি বনৰ পাতবোৰ মুখৰ পৰা উলিয়াই মুখখন পানীৰে ভালকৈ ধুবলৈ ধৰিলে। প্ৰাণবিসৰ্জনৰ প্ৰবল বাসনা চেঁচা পানীয়ে শীতল কৰি পেলালে। আমাৰ ডাঙৰ মামা (নিছাদেউ) ঈশ গগৈৰ অতি মৰমৰ ভাগিন আছিল ৰুমা। সদায় স্কুলৰ পৰা আহোঁতে বাহিৰে-বাহিৰে নিছাদেউৰ ঘৰত সোমাবই। এদিন বেছি দেৰীলৈ থকা বাবে নিছাদেৱে বকিলে। সেইযে নিছাদেউৰ ঘৰলৈ যোৱা বন্ধ কৰিলে, নিছাদেউক মাতবোল কৰা বন্ধ কৰিলে, আজীৱন তেনেকৈয়ে থাকি গ'ল।

এটা জেদৰ বাবে তেওঁৰ জীৱনৰ গতিয়েই সলনি হৈ গ'ল। মে'ট্ৰিকত তেওঁ দ্বিতীয় বিভাগত পাছ কৰিছিল, কাৰণ পঢ়াশুনাতকৈ হাঁহ-পোহা, মেকুৰি পোহা, এইবোৰতহে তেওঁৰ চখ বেছি আছিল। মে'ট্ৰিকৰ ৰিজাল্ট্ ওলোৱাৰ পিছত তেওঁৰ লগৰ ছোৱালী বিলাকে যেতিয়া কৈশোৰৰ উচ্ছলতাৰে কলেজত কোনে কি পঢ়িব আলোচনা কৰিবলৈ ধৰিলে তেওঁৰ নামটো কোনেও উচ্চাৰণ কৰা নাছিল। দ্বিতীয় বিভাগৰ আৰু ভবিষ্যত কি? কথাটোত ৰুমা ইমান আহত হ'ল যে তেওঁ মনেমনে সংকল্প কৰিলে, তেওঁলোকক দেখুৱাই দিব। তেওঁ আই-এছ-চিত প্ৰথম বিভাগত কেইটামান লে'টাৰ হৈ পাছ কৰিলে, বি-এছ-চিত প্ৰথম শ্ৰেণী পোৱাৰ উপৰি বিশ্ববিদ্যালয়ত শ্ৰেষ্ঠ স্নাতক হ'ল আৰু এম এছ চিতো প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পালে।

বিলাতত মোৰ বান্ধৱী বিলাকে তেওঁৰ ফটো দেখি আচৰিত হৈ মোক সুধিছিল ৰূপ আৰু বুদ্ধিমত্তাৰে উজ্বল মুখৰ এই তৰুণীজনী কোন? সংসাৰৰ নানা ঘাত-প্ৰতিঘাত মূৰত লৈ চিকিৎসকৰ ঔদাসিন্যৰ ফলত ৰুমাই অকালতে মৃত্যুবৰণ কৰিলে। ডিব্ৰুগড়লৈ মই গ'লেই তেওঁ মোক আদৰ-সাদৰ কৈ ৰাখিছিল। তেওঁৰ জীৱনৰ বিভিন্ন সংকটময় মুহূৰ্ত্তত মই তেওঁক পাৰ্য্যমানে দিহা-পৰামৰ্শ দিয়াৰ উপৰি সহায় কৰিছিলোঁ। মাজে মাজে লগনীয়া মানুহে দুয়োৰে মাজত কিছু ভুল বুজাবুজি সৃষ্টি কৰিলেও আমাৰ মাজত মিলাপ্ৰীতি শেষলৈকে আছিল। দুয়োৰে মাজত কিছু প্ৰতিদ্বন্দ্বিতাৰ ভাবো আছিল, কিন্তু পৰিয়ালৰ দুৰ্ভগীয়া বিলাকৰ প্ৰতি তেওঁৰ স্বতঃস্ফুৰ্ত্ত আৰু নিভাঁজ সহানুভূতি আৰু মৰমৰ বাবে ভিতৰি মই তেওঁক সন্মান কৰিছিলোঁ। দেউতাৰ ভাৰতৰ ইপিনে-সিপিনে ফুৰিবলৈ অলপ আগ্ৰহ আছিল, মই তেখেতৰ এই ইচ্ছাৰ কথা গম পায়ো দেশত বিপ্লৱ আনিবলৈ উদ্বাউল হৈ কথাটো আওকাণ কৰি ফুৰিছিলোঁ। দেউতাৰ এই ইচ্ছা পূৰণ কৰিছিল ৰুমাই। এই

স্নেহপৰায়ণ মানুহজনী সন্তানহীনা হৈ জীৱন কটাবলগীয়া হ'ল।

ৰুমাৰ তলত ৰুবি। তেওঁ এতিয়া কটন কলে'জৰ অধ্যাপিকা। সৰুতে ঘৰৰ কনিষ্ঠ সন্তান হিচাপে তেৰোঁ অভিমানী আৰু স্নেহ-আকলুৱা হৈ ডাঙৰ হৈছিল। কিন্তু তেওঁ বিচৰা ধৰণে পিছলৈ সৰুকালৰ দৰে পখিলা-পাখিৰে দেও দি ফুৰিব নোৱাৰিলে। নানা ধৰণৰ বিৰূপ অভিজ্ঞতাই ৰাংঢালি ছোৱালী জনীক সলাই পেলালে। সেইবোৰৰ মাজতে তেওঁ পি-এইচ্-ডি অৰ্জন কৰিলে। সেইবোৰ প্ৰসংগ আৰু উত্থাপন কৰিব নোখোজোঁ। কিন্তু অত্যন্ত স্পৰ্শকাতৰ স্বভাৱ আৰু পুঞ্জীভূত তিক্ততাৰ বাবে তেওঁৰ লগত সহজ সম্পৰ্ক স্থাপন কৰা সম্ভৱ হ'ল। হয়তো আমাৰ পৰিয়ালৰ প্ৰতিজনেই আত্মাভিমানী আৰু জেদী হৈ পৰা বাবে বুজন বয়স পোৱাৰ পিছত আমাৰ সম্পৰ্কত চিৰালফটা দিলে।

মই কলিকতাত বি-এ পঢ়ি থকা সময়লৈকে আমাৰ দুই ভাগিন মিনতি আৰু হিৰু (হিৰণ্য) আমাৰ ঘৰতে আছিল। গোলাঘাটৰ কাষৰ বেতিয়নিত আমাৰ ভিনদেউ হেম ৰাজখোৱা সম্পত্তিশালী পৰিয়ালৰ একমাত্ৰ বংশধৰ আছিল। তেওঁ গোলাঘাট আদালতৰ পেস্কাৰ নে চিৰস্তাদাৰ চাকৰি কৰিছিল। তেওঁ গানবাজনা ভালপোৱা, কথাচহকী আৰু ৰঙিয়াল মনৰ মানুহ আছিল। টফি লোজেন্সৰে (আমাৰ ভাষাত "লেবেনচোষ্") আমাৰ অন্তৰ সম্পূৰ্ণ জয় কৰিছিল। আমি গুৱাহাটীলৈ অহাৰ পিছত এদিন ভয়ংকৰ খবৰ এটা শুনিলোঁ। ৰাতি এদল ডকাইতে ভিনদেউহঁতৰ গাৱঁৰ ঘৰত সোমাই ভিনদেউ আৰু তেওঁৰ দেউতাকক অস্ত্ৰাঘাত কৰি সাতামপুৰুষীয়া সকলো সম্পত্তি লুটি নিলে। ভিনদেউৰ মন ভাঙি গ'ল। তেওঁ অতিমাত্ৰাই সুৰাপান কৰিবলৈ ধৰিলে। বাইদেউৰ লগত কাজিয়াও আৰম্ভ হ'ল, আৰু তাৰ শেষ স্তৰ পত্নী-নিৰ্য্যাতন। সেই সময়ত আমাৰ নিজৰে এনে অৰ্থকষ্ট (বোধহয় পিতৃদেৱে স্বাধীন চৰকাৰে কৰা অন্যায়ত ক্ষুব্ধ হৈ ছুটি লৈ ঘৰত বহি থকা বাবে) যে ঘৰৰ পৰা সান্ত্বনা আৰু সকাহ দিবলৈ কোনো যাব নোৱাৰিলে। অৱশেষত বাইদেউৰ ডাঙৰ সন্তান দুটিৰ শিক্ষাৰ দায়িত্বই দেউতাহঁতে ল'লে। মিনতি আৰু হীৰুৰ বয়স তেতিয়া ৭।৮ আৰু ৫ বছৰমান হ'ব যথাক্ৰমে। ঘৰৰ চিনাকি, নিৰাপদ আশ্ৰয় এৰি আহি মলিন, অসুখী মুখেৰে দুই অবোধ শিশু যন্ত্ৰৰ দৰে চলি আছিল। কেইদিনমান ধৰি দুয়োৰে মুখত আমি বহু চেষ্টা কৰিও হাঁহি ফুটাব নোৱাৰিলোঁ। পিছত অৱশ্যে দুয়ো সহজ হ'ল, নতুন পৰিস্থিতিৰ লগত খাপ খুৱাই পৰিয়ালৰ সদস্য হৈ পৰিল।

মিনতি সৰুতে চঞ্চল, সংগপ্ৰিয় আৰু ফুৰ্ত্তিবান আছিল। মানুহক জোকাই

আৰু ধেমালিতে ঠগি বা ছুলি ভাল পাইছিল। আমাৰ আইৰ এক বয়স্ক আত্মীয় বাটকুৰি বাই মাজে মাজে আমাৰ ঘৰলৈ আহিছিল। তেওঁ সৰল অন্তঃকৰণৰ, গহীন কিন্তু ভোজনৰসিক আছিল। আয়েও তেওঁৰ বাবে বিধে-বিধে জলপান কৰি আথেবেথে খাবলৈ দিছিল। পৰিবেশনৰ ভাৰ পৰিছিল মিনতিৰ হাতত। তেওঁ তেতিয়া ছেৱেন নে এ'ইটত পঢ়ে। জলপানৰ বাতিটো আৰু গামোছাখন হাতত লৈ দীঘল ভিতৰুৱা বাৰান্দাৰে তেওঁ ককাৰ আগেদি বাৰে বাৰে অহা-যোৱা কৰে। লোলুপ দৃষ্টিৰে চাই থকা ককাৰ মুখত বাৰে বাৰে হতাশাৰ চিন ফুটি উঠে। তাৰ পিছতহে মিনতিয়ে তেওঁৰ ওচৰলৈ টেবুল আনি তাত জলপান থয়!

হীৰু আছিল সৰুৰে পৰা কম কথাকোৱা আৰু আত্মমগ্ন প্ৰকৃতিৰ। ওচৰৰে ডেকাৰামৰ লগত বৰ বন্ধুত্ব। ডেকাৰাম চকিদাৰৰ লগত গহীন হীৰুৱে প্ৰাণখুলি কথা পাতে। এবাৰ ডেকাৰামৰ পৰা শুনিলে দাইলত ভেণ্ডি দি খাবলৈ বৰ ভাল লাগে। ডেকাৰামৰ বাৰীৰ পৰা দুটা ভেণ্ডি ছিঙি আনিলে আৰু খোৱাৰ পাতত বহি দাইলৰ বাতিত ভেণ্ডি দুটা ডুবাই দিলে। আই ভিতৰৰ পৰা আহি দাইলত ক'লা-ক'লা কিবা ওপণ্ডি থকা দেখি চাই দেখে— কেঁচা ভেণ্ডি। দুদিনমান পিছতহে ভেণ্ডি-ৰহস্যৰ অৱসান হৈছিল।

আমাৰ সৰুকালত দেউতাইঁতৰ আত্মীয়কুটুম্ব বৰ বেছি লগ পোৱা নাছিলোঁ। তাৰে এজনৰ কথা "লষ্ট্ লাগিজ"ত ওলাইছে ছদ্মবেশ ধৰি। বাকী যি সকলক পাইছিলোঁ, তেওঁলোক নগাঁৱৰ ফালৰ সহজসৰল গঞা মানুহ আছিল। বহুত পিছতহে তেখেতৰ জেষ্ঠা কন্যা পুতুল বাইদেউৰ পৰা গম পালোঁ যে পুলিচ ইন্‌স্পেক্টৰ স্বৰ্গীয় কনক গগৈৰ মাক আৰু আমাৰ দেউতাৰ মাক বাই-ভনী আছিল। কনক গগৈ (সোণ বৰদেউতা)ৰ পুত্ৰ কন্যা এতিয়া গুৱাহাটীত থাকে। আনহাতে আইৰ বংশ পৰিয়ালক সৰুতে আমি সঘনে আৰু সদলে লগ পাইছিলোঁ। উজান বজাৰৰ ৰাজবাৰীত থকা নাট্যকাৰ প্ৰবীণ ফুকন তেখেতৰ ভায়েক নৰেন আৰু কিৰণ ফুকন আমাৰ ওচৰ সম্বন্ধীয় মোমাইদেউ। নৰেন ফুকন (নানু মামা) এতিয়াও জীৱিত — তেখেত উদ্যোগী, ফুৰ্ত্তিবান, ৰসিক মানুহ, আশী বছৰ পাৰ কৰি এতিয়াও সজীৱ, সক্ষম। তেখেতৰ চুবুৰীয়া স্বৰ্গীয় শৰৎ ফুকন মামা চেহেৰাত তেখেতৰ বিপৰীত — শকত আৰু গোটা, কিন্তু চৰিত্ৰৰ একেধৰণৰ, অৰ্থাৎ ৰং তামাছা ভাল পোৱা, নিজকে লৈ ধেমালি কৰিব পৰা মানুহ। আমাৰ ঘৰৰ গহীন পৰিবেশ এখেত সকলৰ আগমনে চঞ্চল আৰু প্ৰাণৱন্ত কৰি তুলিছিল।

বাৰ বছৰমান প্ৰায় প্ৰবাসী জীৱন কটোৱাৰ পিছত ঘৰলৈ আহি দেখিলোঁ

কথাবোৰ সলনি হৈছে। ভিতৰি-ভিতৰি ভাঙোনৰ চিন। পাৰিবাৰিক বন্ধন দিনক দিনে শিথিল হৈছে। আগৰ মিলাপ্রীতিত কৃত্রিমতাৰ ভাঁজ সোমাইছে। চুবুৰীয়া বিলাকৰ আচাৰ-ব্যৱহাৰো সতর্ক আৰু হিচাবী। মানুহে নিজে গম নোপোৱাকৈ আত্মকেন্দ্রিক, ঈর্ষাপৰায়ণ হৈ পৰিছিল।

কলিকতাত পঢ়ি থকা কালতে এবাৰ ঘৰলৈ উভতি আহোঁতে ৰাতি খাই-বৈ উঠাৰ পিছত ঘৰৰ সমুখৰ ঘাঁহনিত খাট-বিছনা উলিয়াই জুৰ বতাহত জিৰণি লৈছিলোঁ। সময় বোধহয় শৰৎ কাল। আমাক অবাক আৰু মুগ্ধ কৰি আকাশৰ পৰা দলে দলে সৰি পৰিছিল পপীয়া তৰাৰ জাক। ৰঙীণ, অলস জল্পনা-কল্পনাত মন এৰি দি প্ৰত্যেকেই নিজ নিজ ভবিষ্যতৰ সপোনৰ কথা ফুটাই কৈছিলোঁ। ইজনে-সিজনৰ মনৰ টান অনুভৱ কৰিছিলোঁ। কেতিয়া সেই টান ছিঙিল ধৰিবই নোৱাৰিলোঁ। কিন্তু সৰুকালৰ টান আৰু নাথাকিল। ❑

# ভূমিকম্প।

আজিকালি ভূমিকম্পৰ কথা বাতৰি কাকতত প্ৰায়েই পঢ়িবলৈ পাওঁ, সেইবোৰৰ বিধ্বংসী শক্তি আৰু ফলাফলৰ কথাও মানুহৰ মুখে-মুখে। সৰু ল'ৰা-ছোৱালীয়েও ৰিখ্‌টাৰ স্কেলৰ কথা কয়। আমি সৰু থাকোঁতে তেনে ডাঙৰ ভূমিকম্প পোৱা নাছিলোঁ — ১৯৫০ চনলৈকে। সৰু কালত কাচিৎ কেতিয়াবা অনুভৱ কৰোঁ এটা গুম্‌গুমনি উঠিছে, ঘৰৰ দুৱাৰ খিড়িকি ঘট্‌ঘট্‌কৈ ল'ৰিছে, ভৰিৰ তলৰ মাটিও যেন অথিৰ-অবিৰ হৈছে। একে দৌৰে ঘৰৰ বাহিৰ হওঁ। বাহিৰলৈ আহিলেই শুনোঁ কেউপিনে "হৰিবোল ! হৰিবোল" ধ্বনি। আইতাহঁতে কয় কূৰ্ম অৱতাৰ ধৰি ভগৱানে পৃথিবীখন পিঠিৰে ধৰি আছে, পাপী মানুহে বেছি উপদ্ৰৱ কৰিলে সহ্য কৰিব নোৱাৰি পিঠিখন অলপ লৰাই দিয়ে। অৱশ্যে ইতিমধ্যে অস্পষ্টভাৱে আমি পঢ়া কিতাপৰ পৰা শিকিদিলোঁ পৃথিবীখন শূন্যতে ওপঙি আছে, সূৰ্যৰ মহাকৰ্ষণ শক্তিয়ে তাক ধৰি ৰাখিছে। আমি দুয়োটাকে সমান মাত্ৰাত বিশ্বাস কৰিছিলোঁ। ডাঙৰ হৈ অহাৰ লগেলগে কূৰ্ম অৱতাৰৰ মহিমা নিস্প্ৰভ হৈ আহিল আৰু তাৰ ঠাইত ভূ-তাত্ত্বিক ব্যাখ্যা প্ৰবল হৈ উঠিল।

সাম্প্ৰতিক কালত হোৱা প্ৰাকৃতিক দুৰ্ঘটনাবোৰৰ লগত মানুহৰ কাম-কাজৰ সম্পৰ্ক আছে নে নাই নাজানোঁ। মোৰ মতে কিছু হ'লেও আছে। জলবায়ুৰ চমকপ্ৰদ পৰিবৰ্ত্তনৰ কাৰণ যেনেকৈ মানুহৰ কাৰ্যকলাপে জন্ম দিয়া প্ৰদূষণ, সেইদৰে তাৰ শেষফল ভূস্তৰ সমূহৰ স্পৰ্শকাতৰ ভাৰসাম্যৰ বিচ্যুতিও হ'ব পাৰে। অৱশ্যে ১৮৯৭ চনৰ বৰ ভুঁইকঁপৰ পিছত ১৯৫০ চনত হোৱা ভূমিকম্পৰ মূলতে নিৰ্দ্দিষ্ট সময়ৰ ব্যৱধানত ঘটা পৃথিবীৰ উপৰিভাগৰ তলত থকা স্তৰসমূহৰ বা সেইবোৰ মিলি হোৱা বিপুলায়তন খণ্ডবোৰৰ (PLATES) পুনৰ্বিন্যাস (NEW ADJUSTMENTS) হব পাৰে। সেই ভূমিকম্পই অসমৰ ভৌগোলিক প্ৰকৃতি এনেদৰে সলাই পেলালে আৰু এনে কেতবোৰ সুদৰপ্ৰসাৰি পৰিনামৰ জন্ম দিলে, যে বৈজ্ঞানিকসকলে সেই বিষয়ে গৱেষণা কৰি সমগ্ৰ ছবিখন আমাৰ আগত দাঙি ধৰা উচিত। ব্ৰহ্মপুত্ৰ উপত্যকাত দুখনকৈ বিশ্ববিদ্যালয় আৰু কেইবাটাও গৱেষণা কেন্দ্ৰ থকাৰ পিছতো এনে এক সমূহীয়া প্ৰকল্প (Project) নোহোৱাটো অসমৰ বৌদ্ধিক স্থবিৰতাৰে প্ৰমাণ নহয় জানো ?

যাওক সেইবোৰ কথা। ১৯৫০ চনৰ ভূমিকম্পৰ কথা যিখিনি মনত পৰে লিপিবদ্ধ কৰা দৰকাৰ বুলি ভাবিলোঁ।

দিনটো আছিল আচৰিত ধৰণে গোমা। ডাবৰীয়া বুলিব নোৱাৰি, বৰষুণৰ প্ৰশ্নই নাই। অথচ যেন এক ধৰণৰ কুঁৱলিময় পৰিবেশ। সন্ধ কালৰ কথা। ঘৰৰ পৰা ওলাব পাৰিলে ৰ'দ-বৰষুণ কি আছে-নাছে, তাক লৈ মূৰ ঘমোৱা বয়স সেইটো নাছিল। খেলাধূলা সামৰি অকলে ঘৰলৈ উভতিছোঁ বেলেগ-বেলেগ কামৰ পৰা ঘৰমুৱা হোৱা মানুহৰ জাকৰ লগতে খোজ মিলাই। বাৰোৱাৰীৰ চাৰিআলিত এজোপা প্ৰকাণ্ড আঁহত গছ আছিল, সেইখিনি পাইছোঁহে, হঠাতে প্ৰকাণ্ড এটা জোকাৰণিৰে পৃথিৱীখন যেন পূবৰ পৰা পশ্চিমলৈ আকৌ পশ্চিমৰ পৰা পূবলৈ, ইকাতি-সিকাতি হৈ দোল খাবলৈ ধৰিলে। ঠিক যেন ডাঙৰ ঢৌৰ মাজত পৰা সৰু নাও এখন। মাটিত খোপনি ৰখাই যেন টান হৈ পৰিল। চাৰিওপিনে মানুহৰ ভয়, বিস্ময় আৰু উৎকণ্ঠাৰ হাহাকাৰ ধ্বনি। শংখ ঘণ্টা আদিও ক'ৰবাত বাজি উঠা যেন মনত পৰে। কোৱা বাহুল্য যে ভয়ত ময়ো আতুৰ হৈ পৰিছিলোঁ। কোনোমতে ঘৰ পামগৈ নে নাই, ঘৰত বা কি হৈছে, চিন্তাত কলিজা ধুক্‌ধুক্ কৈ কঁপিবলৈ ধৰিলে। লাহে লাহে পৃথিৱীৰ কঁপনিৰ মাত্ৰা কমি আহিলেও কেইবা মিনিটো ধৰি যে সেই অভাৱনীয় দোলন চলি আছিল, সেই বিষয়ে মোৰ সন্দেহ নাই। ঘৰ পাই দেখোঁ, সকলোৱে ভয়াৰ্ত্ত, শুকান মুখেৰে পৰিয়ালৰ সকলো আহি পালে নে নাই, খা-খবৰ লৈছে। মই আহি পোৱা দেখি সকলোৱে কিছু সকাহ পালে। ককাইদেউহঁতৰ খবৰ নাই । আন কেইদিনৰ দৰে সেইদিনাখনো সোণকালে ঘৰলৈ অহাৰ ওপৰত তেওঁলোকে গুৰুত্ব দিয়া নাছিল। তেওঁলোক উভতি অহাৰ পিছতহে আইৰ মুখলৈ পানী আহিল।আটায়ে কলৰৱ কৰি সেই ভয়ংকৰ সময়খিনিৰ কথা পাতিবলৈ ধৰিলে। এনেকৈ কথা পাতি থাকোঁতে কোন টলকত আই আখলত সোমাই ভাত-আঞ্জা ৰান্ধিলে, গমেই নাপালোঁ।

হাতমুখ ধুই সকলোৱে ভাত খাই লোৱা ভাল হ'ব বুলি ভাবি খাবলৈ বহিছোঁ মাত্ৰ, এনেতে আমাক চক খুৱাই আকৌ প্ৰচণ্ড জোঁকাৰণি এটা আহিল। দেউতাই অন্যভ্যস্ত আৰ্ত্তকণ্ঠে চিঞৰি দিলেঃ "ওলা, ওলা, ওলা! ৰাস্তালৈ যা, ৰাস্তালৈ যা !!" ৰাস্তাত থিয় দিয়াৰ পিছত জোঁকাৰণি মৃদু হৈ আহি কেউফালে পুনৰ সুস্থিৰ হ'ল। এৰি অহা ভাতৰ পাতত আকৌ সকলো বহিল। সেই সময়ত মাটিত পীৰা পাৰি পৰিয়ালৰ সৰু বৰ সকলো মিলি খাবলৈ বহিছিল, কেৱল আই আৰু ডাঙৰ বাইদেউ কেইগৰাকীয়ে পিছত খাইছিল। অলপ পিছত, মানে কেইগৰাহমান খোৱাৰ পিছত, আকৌ সেই কলিজা কঁপোৱা জোঁকাৰণি। এইবাৰ

আৰু দেউতাৰ চিঞৰৰবাৰলৈ কোনেও বাট নাচালে। ৰাস্তা পোৱাৰ পিছত আকৌ কঁপনি কমি আহিল। আকৌ পাকঘৰত সোমালোঁ। ভাতৰ পাতত কিন্তু সকলোৱে উগুল-থুগুল অন্তৰেৰে বহিছিল, সামান্য কঁপনিৰ উমান পালেই যাতে বাহিৰলৈ লৰ দিব পাৰে। ভাত খোৱা শেষ হওঁতে-হওঁতে পাচ-ছয়বাৰ মান বাহিৰলৈ দৌৰি ওলোৱা মনত পৰে।

ৰাতিও উজাগৰেই থকা হ'ল। টোপনিয়ে চকুত হেঁচা মাৰি ধৰিছিল যদিও তেনে অৱস্থাতো ঘৰৰ বাহিৰলৈ ওলোৱা মনত পৰে কেইবাৰ মান। দুবাৰমান বোধহয় কোনোবাই দাণ্ডি উঠাই লৈ আহিছিল। পিছদিনাখনলৈকে মাজে মাজে জোঁকাৰণি উঠি আছিল। কিন্তু জোঁকাৰণিৰ তীব্ৰতা কমি আহিছিল। পিছদিনাখন বাতৰিকাতত ডাঙৰ-ডাঙৰ আখৰেৰে ভূমিকম্পৰ বাতৰি ওলাল প্ৰথম পৃষ্ঠাত। উজনি অসমত ভূমিকম্পৰ প্ৰবলতা বেছি আছিল। তেতিয়া খবৰ কাগজ পঢ়িব পৰা হৈছোঁ। কেইবাদিনো ধৰি উজনি অসমৰ বিভিন্ন ঠাইত পুখুৰিৰ পানী ভক্‌ভক্‌কৈ উতলা, মাটিত প্ৰকাণ্ড ফাঁট মেলি ভিতৰৰ পৰা গন্ধক আৰু গৰম বোকা ওলাই অহা, ঘৰ বাৰী আৰু গছ-গছনি বাগৰি পৰা, ইত্যাদি খবৰ ওলাই আছিল। কামৰূপত আই নদীৰ পানী শুকাই তলি দেখা গৈছিল। হঠাতে পাহাৰৰ কুৰুঙত বিস্ফোৰণৰ দৰে শব্দ হৈ দহ-বাৰহাত ওখ বোকাপানীৰ দেৱালৰ দৰে বিশ্বাশবদে নামি আহি দুপাৰৰ ঘৰ-বাৰী মানুহ-গৰু পুতি পেলাইছিল। তেতিয়া অসমৰ যোগাযোগ ব্যৱস্থা ইমান আদিম ধৰণৰ আছিল যে হতাহতৰ সঠিক সংখ্যা বোধহয় প্ৰকাশ নাপালে। আওহতীয়া ঠাইত থকা দুই-চাৰিঘৰ মানুহ, দূৰণিবটিয়া, জনজাতীয় এলেকাৰ মানুহ, বসুমতীৰ গৰ্ভত জাহ গ'লেও তাৰ খবৰ জিলাৰ সদৰ বা ৰাজ্যৰ ৰাজধানী আহি পাইছিল নে নাই নাজানোঁ।

যোৰহাটত বোলে এজন ধনী কিন্তু কৃপণ ঠিকাদাৰে চাইকেলেৰে আহি থাকোঁতেই ভূমিকম্প আৰম্ভ হৈছিল। তেওঁ জাপ মাৰি নামি চাইকেল মাটিত পেলাই আঁঠু কাঢ়ি দুহাত যোৰকৈ ভগৱানক কাতৰ প্ৰাৰ্থনা কৰিছিলঃ "হে প্ৰভু ! এইবাৰলৈ ৰক্ষা কৰা, মই অমুক বিধবাৰ মাটি জোৰকৈ দখল কৰি তাইক উলিয়াই দিছিলোঁ, তমুক বুঢ়াক নগদ এহেজাৰ টকা ধাৰলৈ লৈ ঘুৰাই নিদিলোঁ, বুঢ়া দুখে-কষ্টে মৰিল , তমুক মাওৰা ল'ৰাটোৰ বাপেকে মোৰ হাতত জমা দিয়া টকা খিনি তাক নিদিলোঁ, সি অনাই-বনাই খুজি-মাগি খাই ক'ত হেৰাল কোনেও নাজানে। এইবোৰলৈ ক্ষমিবা প্ৰভু, আৰু পাপ নকৰোঁ, নাৰায়ণ, নাৰায়ণ।" এইদৰে দীঘলীয়া পাপৰ তালিকা আওৰাই বাৰে বাৰে মাটিত মূৰ খুন্দিয়াই প্ৰাৰ্থনা কৰাত হয়তো কলিৰ অজামিলৰ প্ৰতি নাৰায়ণৰ দয়া হ'ল। কূৰ্ম অৱতাৰে আকৌ শান্তমূৰ্ত্তি

ধাৰণ কৰিলে। ভূমিকম্পৰ প্ৰকোপ কমিল। মাজে-সময়ে আকৌ অৱশ্যে আটাইৰে বুকুত হাতুৰি পিটি মৃদু কঁপনি মাজে মাজে আহি আছিল, কিন্তু সৰু-সৰু ঢৌ পাৰত মিলি যোৱাৰ দৰে মাৰ গৈছিল।

পিছদিনা বতাহত এক উৎকট গন্ধকৰ গোন্ধত আটাইৰে নাকত পোৰণি উঠিল। পম খেদি দেখা গ'ল ব্ৰহ্মপুত্ৰৰ পৰাই সেই গোন্ধ ওলাইছে। আৰু এক আচৰিত কথা, ব্ৰহ্মপুত্ৰৰ মাছবোৰে পানীৰ পৰা জপিয়াই পাৰত উঠি ছট্‌ফটাই, ধৰ্‌ফৰাই মৃত্যুবৰণ কৰিছিল হেজাৰে-বিজাৰে। কিছুমান মাছে যন্ত্ৰণাৰ মাত উলিয়াইছিল। বিশেষকৈ দ' পানীত থকা গাগল মাছবোৰে গৰুৰ দৰে হেম্বেলিয়াইছিল। প্ৰথমতে বিষ বুলি মৎস্যালোভী বিলাকেও সেই মাছ বৰ্জন কৰিছিল। তাৰ পিছত গন্ধকৰ গোন্ধ অলপ কমাত সেইবোৰ মানুহে খাবলৈ আৰম্ভ কৰিলে। খাবলৈ সিমান সোৱাদ নহলেও তৎকালেই তাৰ কোনো কুফল দেখা নগ'ল। আমি অৱশ্যে সেই মাছ খোৱা নাছিলোঁ। তাৰ পিছত কিছুকাল মাছৰ আকাল হৈছিল, কিন্তু লুইতে ভূগৰ্ভৰ পৰা ওলাই অহা প্ৰদূষণ জন্মোৱা আবৰ্জনাসমূহ সাগৰলৈ বৈ লৈ গ'ল। তিনি-চাৰিবছৰৰ মূৰত লুইতৰ পানী পুনৰ মাছেৰে ভৰি গ'ল। প্ৰাকৃতিক জগতৰ ই এক আনন্দময় বিস্ময়। অৱশ্যে শিল্পায়ন হ'লে মানুহৰ অৰ্থলিপ্সা আৰু প্ৰদূষণ পৰিষদৰ প্ৰশ্ৰয় মিলি যেতিয়া নিয়মিতভাৱে লুইতৰ পানীত বিহ মিহলাব, তেতিয়া এনে সঞ্জীৱনী দেখা যাব নে নাযায় সন্দেহ।

ভূমিকম্পৰ পিছত লুইতৰ ধীৰ-গম্ভীৰ চৰিত্ৰ সলনি হৈ হঠাতে সুৰাসক্ত হৈ পৰা মানুহৰ দৰে আসুৰিক চৰিত্ৰ হৈ পৰিল— যেন চাৰিওফালে অসুৰৰ দৰে নিজৰ দুৰ্দ্ধান্ত প্ৰতাপ প্ৰদৰ্শন কৰিব খোজে।

নদীৰ সোঁত এনে কোবাল হ'ল যে পুৰণি শদিয়া চহৰ নিশ্চিহ্ন হ'ল, আজি বোলে ডিব্ৰুগড়ৰ তিনিভাগৰ এভাগ গড়াখহনীয়াই নিলে, কালি বোলে পলাশবাৰীৰ আধা খহালে, এনেকুৱা অৱস্থা। বানপানীয়ে কালান্তক ৰূপ ল'লে। মানুহক বচাবলৈ গড়কাপ্তানি বিভাগেও হাবাথুৰি খাই য'তে-ত'তে বান্ধ, মঠাউৰি দিবলৈ ধৰিলে। তেতিয়াই দুটা বিপদে অসমৰ লগ ল'লে— প্ৰথমতে এঠাইত মথাউৰি বান্ধিলে সিপাৰৰ আন এঠাইত পানীৰ ওভতা সোঁতৰ খুন্দাই কি প্ৰলয় সৃষ্টি কৰে সেইবোৰ বাছ-বিচাৰ কৰা নহ'ল; দ্বিতীয়তে মথাউৰিৰ বাবে টকাৰ সোঁত ব'বলৈ ধৰাত গড়কাপ্তানি বিভাগতে প্ৰণালীবদ্ধ লুণ্ঠনৰ মহিমাময় ঐতিহ্যই গঢ় ল'লে। ভূমিকম্পই এনেকৈ অসমৰ ৰাজহুৱা জীৱনতো গড়াখহনীয়া সৃষ্টি কৰি থৈ গ'ল।

উত্তৰ গুৱাহাটীৰ পাণ্ডু প্ৰা... প্ৰকাণ্ড প্ৰস্তৰখণ্ডৰে শিলৰ স্পাৰ দিয়া

সময়ৰ কথা। এদিন সিপাৰে ব্ৰহ্মপুত্ৰৰ পাৰত বহি নতুনকৈ দানবীয় ৰূপ ধাৰণ কৰা নদীখনৰ ৰেহ-ৰূপ চালোঁ। আগৰ দৰে বা সাম্প্ৰতিক কালৰ দৰে নিমজ বুকুৰ ব্ৰহ্মপুত্ৰ তেতিয়া নাছিল। নদীৰ মাজেদি বাসুকী নাগৰ দৰে বিশাল আৰু দীঘলে ইমূৰসিমূৰ মনিব নোৱৰা; অঁকাই-পকাই আক্ৰোশ-মুখৰ গৰ্জনেৰে আকাশ মুখৰিত কৰি খেদি যোৱা একো-একোটা পানীৰ সোঁত। যেন জপিয়াই নদীৰ বুকুৰ পৰা ফণা তুলি ওলাইহে আহিব! চাই থাকিলে মনৰ ভিতৰত শংকা আৰু উদ্বেগ জুমুৰি দি ধৰে। তুলনাত মানুহৰ চেষ্টা অতি টুলুঙা আৰু নিশকতীয়া যেন লাগে। প্ৰকাণ্ড-প্ৰকাণ্ড একোজোপা নিষ্পত্ৰ গছ অসহায়ভাবে বগৰাই নিয়ে সেই দুৰ্বাৰ সোঁতবোৰে। এতিয়া ব্ৰহ্মপুত্ৰ বহুত শান্ত হ'ল। বহু অৰণ্য, গাওঁ-ভূঁইৰে ৰাক্ষসী ক্ষুধা পৰিতৃপ্ত হোৱাৰ পিছত।

ব্ৰহ্মপুত্ৰত কেইদিনমান নাও নমোৱাই বিপজ্জনক হৈ পৰিছিল। নদীৰ পানীত খেৰকুটাৰ দৰে ভাহি আহিছিল— গছেই গছ! ইতিমধ্যে ঢৌৰ খুন্দাত পাৰ খহি, আন গছৰে ঘঁহনি খাই ঠাল ঠেঙুলি ভাঙি বিৰাট গা-গছ ডালহে বাকী থকা গছবোৰে প্ৰবল বেগে অহা হাতীৰ জাকৰ দৰে নদীৰ পানীত উটি আহিছিল। কেইদিনমানৰ মূৰতহে তুলনামূলকভাবে সেৰেঙা হৈছিল গছ বা কাঠৰ কুণ্ডাৰ ভিৰ। তেতিয়া নৈপৰীয়া মানুহৰ বাবে জীৱিকাৰ প্ৰধান উপায় হৈ পৰিছিল ব্ৰহ্মপুত্ৰত উটি অহা কাঠৰ কুণ্ডা ধৰি ফালি খৰি হিচাপে বিক্ৰী কৰা। উজানবজাৰ ঘাটত বহুবছৰলৈ এনে কাঠ পৰ্বতাকাৰে পৰি আছিল, গাড়ীয়ে-গাড়ীয়ে বিক্ৰী হৈও শেষ হোৱা নাছিল। মনত পৰে কিছুমান কাঠ আছিল ৰঙচুৱা আৰু সুগন্ধী। জুই জ্বলালেও ফুৰ্‌ফুৰকৈ ধুনীয়া গোন্ধ ওলাই থাকে।

কেতিয়াবা শুনো এটা হাতী উটি গৈছে। বাচিবলৈ প্ৰাণটাকি চেষ্টা কৰিছে। সহায় কৰিবলৈ কোনো যাবলৈ সাহ কৰা নাই। কেতিয়াবা শুনো এটা কাঠৰ দুমহলীয়া ঘৰ উটি গৈছে। ওপৰ মহলাটো পানীৰ ওপৰত ওলাই আছে, ৰেলিং দিয়া বাৰান্দাত চকী আৰু মেজ তেতিয়াও সজোৱা আছে। আৰু শুনিছিলোঁ সেই কালমূৰ্ত্তি ধৰা ব্ৰহ্মপুত্ৰৰ সোঁতে গ্ৰাস কৰিলে বানপানীৰ খবৰ ল'বলৈ যোৱা ডিব্ৰুগড়ৰ সৰ্ববৰহী নেতা জীৱন ফুকনক।

মুঠতে ভূমিকম্পৰ প্ৰভাৱত চিনাকি চিৰিলুইতখনে এক অচিন কঠোৰ আৰু হিংস্ৰ ৰূপ লৈছিল। অসমীয়া মানুহৰ মনৰ গভীৰত লুইতৰ ক্ৰোধ সম্বৰণ হোৱাৰ পিছতো এটা ভয় বৈ গ'ল। নিজকে প্ৰকৃতিৰ সন্তান বুলি ভবা অসমীয়া মানুহে উপলব্ধি কৰিলে মাতৃ-প্ৰকৃতিৰ আন এক কৰাল ৰূপ আছে। বেছিকৈ জোকাই লোৱা ঠিক নহব ! ❑

# চক্ৰবৎ পৰিৱৰ্ত্তন্তে ....

তাহানিৰ আন চহৰবোৰৰ দৰে গুৱাহাটীৰো গ্ৰাম্যসমাজৰ কুটুম্বিতা শেষ হৈ যোৱা নাছিল। যদিও সকলোৱে সকলোকে চিনি পোৱা নাছিল, তথাপি অধিকাংশ লোক পৰস্পৰৰ মুখচিনাকী আছিল, আৰু পৰস্পৰৰ সুখদুখৰ অংশীদাৰ হ'বলৈ সহজভাৱেই চেষ্টা কৰিছিল। জোকোৱা নাম দিয়াটো এনে হৃদ্যতাৰে লক্ষণ, কিন্তু তাত ডাঙৰ চহৰৰ প্ৰতিযোগিতা আৰু ঈৰ্ষাই এপালি নিষ্ঠুৰতাৰ অনুপান যোগ দিয়ে। তাক বোধহয় চহৰীয়া লোক-কৃষ্টিৰ অংশ বুলিব পাৰি। ৰেণুকাদেৱী বৰকটকীৰ পিতৃ ডাঃ ৰুদ্ৰ শৰ্মা এগৰাকী সৰবৰহী, দক্ষ হোমিওপাথ চিকিৎসক আছিল। আমাৰ পৰিয়ালৰ সৰুবোৰৰ কিবা অসুখ হ'লে আয়ে পোনপ্ৰথমে তেখেতৰ শৰণ লৈছিল, আৰু বেছিভাগ ক্ষেত্ৰতে দুই ড'জ্ মান ঔষধতে বেমাৰ ভাল হৈছিল। দামো আছিল আধলি এটা। কিন্তু তেখেতৰ বিষয়েই চহৰৰ চেমনীয়া আৰু ডেকাবোৰে ফঁকৰা ৰচিছিলঃ

ৰুদ্ৰ শৰ্মাৰ ক্ষুদ্ৰ বড়ি।
দিনে দিনে যায় দাম চ'ৰি।।

এগৰাকী নিষ্ঠাবান কংগ্ৰেছ কৰ্মীয়ে (পিছলৈ সাংসদ হৈছিল) সদায় গান্ধীটুপি পিন্ধি ফুৰে, আৰু ডেকাবোৰে কোৱাকুই কৰে যে তেওঁ টুপিৰ তলত কানিৰ টোপোলা লৈ ফুৰে! তেওঁৰ নামকৰণ হ'ল 'কানি গান্ধী'। বহু সময়তে এনেবোৰ জোকোৱা নাম ভিত্তিহীন বা অতিৰঞ্জিত আছিল। কিন্তু সেই অযাচিত সম্মানৰ পাত্ৰ সকলে তেনে শৰবৃষ্টি ওফৰাই দিব পৰা ঔদাসিন্যৰ কৱচ পিন্ধি লৈছিল।

পাৰা বা চুবুৰিত কাৰোবাৰ ঘৰত কোনোবা টান নৰিয়াত পৰিলে খা-খবৰ কৰা, পৰ দিয়া আৰু নিজৰ বুধি-বিবেচনা মতে কিবা ঘৰুৱা ঔষধপাতিৰ দিহা দিয়া প্ৰচলিত ৰীতি আছিল। এনেকৈয়ে চুবুৰীয়াৰ আত্মীয়তাৰ বন্ধন দৃঢ় হৈছিল। এবাৰ মেলেৰিয়াত মই ভ্ৰম বকাৰ পৰ্যায় পাওঁতে ক'লা টকাৰে ধনী হোৱা আৰু দেউতাৰ

বিতৃষ্ণাৰ পাত্ৰ চুবুৰীয়া ঠিকাদাৰ এজনে এনে ঐকান্তিক সেৱা-যত্ন কৰিছিল যে দেউতাৰ অভ্যন্ত ধ্যান ধাৰণাই মগজুৰ ভিতৰত ভৌতিক নৃত্য কৰাৰ উপক্ৰম হ'ল। তেনেকৈ আৰু এবাৰ ওচৰৰে এগৰাকী বিধৱা আইতাই আমাক অবাক কৰিছিল। তেওঁৰ বাৰীত এজোপা লেটেকু আৰু এজোপা লে'চুৰ গছ আছিল। তেওঁৰ বাৰীৰ দুইজোপা গছৰে ফল আছিল সোৱাদত অমৃতোপম। আচৰিত নহয় যে সেই অমৃতৰ দখল হৈ পাৰাৰ ল'ৰাবোৰ আৰু তেখেতৰ মাজত অহৰ্নিশে দেবাসুৰৰ ৰণ চলিছিল। ল'ৰাবোৰে তেওঁৰ কৰ্কশ কটূক্তিত যেনেকৈ জ্বলি উঠিছিল, অভিভাৱক-অভিভাৱিকা সকলেও তেওঁক চিকটা আৰু কৰাইচ বুলি ধৰি লৈছিল। কিন্তু এবাৰ মোৰ সৰু ভণ্টীৰ অসুখত তেখেত এনে শুশ্ৰুষা কৰিলে আৰু তথাকথিত আসুৰী চিকিৎসাৰে তাইক এনেদৰে আৰোগ্য কৰিলে যে সকলোৰে মুখৰ মাত হেৰাল। কি দুখত মানুহগৰাকী অকলে ঘৰত সোমাই থাকে, কাৰো লগত বিশেষ সম্পৰ্ক ৰক্ষা নকৰে, আজিও ধৰিব নোৱাৰিলোঁ।

ডাঃ ভুবনেশ্বৰ বৰুৱা, ডাঃ নলিনী শৰ্মা, ডাঃ যতীন ৰায়, ডাঃ বিহাৰী চৌধুৰী আদি আধুনিক চিকিৎসাৰ প্ৰশিক্ষণপ্ৰাপ্ত কেইগৰাকীমান ডাক্তৰৰ বাহিৰেও অসমীয়া লোকসংস্কৃতিৰ প্ৰতিনিধিস্বৰূপে কেইজনমান দৈৱজ্ঞও গুৱাহাটীত আছিল। কোষ্ঠী বা সোঁৱৰণী ৰচনা কৰাৰ পৰা অসুখ-বিসুখ, অপায়-অমংগলৰ যথাযোগ্য বিধান দিয়াত এওঁলোক সিদ্ধহস্ত আছিল। উজানবজাৰৰ নামঘৰৰ চ'কটোৰ কাষৰ পাহাৰতে আছিল লোহিত বাপু— ৰ'দে পোৰা, ক্ষীণ, অথচ আটিল দেহৰ, পুৰণা ধাতুৰ ফ্ৰে'মৰ চশমাৰে প্ৰশান্ত আৰু নিৰ্লিপ্ত দৃষ্টিৰে মানুহলৈ চোৱা লোহিত বাপু নামৰ দৈৱজ্ঞজন আছিল উজানবজাৰৰ বাৰোৱাৰী তিনি-আলিৰ কাষৰ টিলা এটাৰ ওপৰৰ পঁজাত। কাষলতিৰ তলত পুথিপাঁজি লৈ পুৰণা তাপলি মৰা ছাতিটো লৈ লোহিতবাপু বাৰাণ্ডালৈ উঠি আহিলেই যেন আইৰ উদ্বেগ-অশান্তি আধা দূৰ হৈছিল। তেওঁৰ দিহামতে গ্ৰহৰ ফেৰ খণ্ডাবলৈ যিবোৰ পূজা-সেৱা, সবাহ আদি আয়ে পাতিছিল, সেইবোৰৰ খৰচ আছিল নিচেই তাকৰ। বিশাল বিশ্বব্ৰহ্মাণ্ডৰ গ্ৰহ-নক্ষত্ৰৰ গতিবিধিত সেইবোৰ অনুষ্ঠানে কিবা প্ৰভাৱ পেলাইছিল নে নাই নাজানোঁ, কিন্তু আইৰ মনৰ উৎকণ্ঠা আৰু অস্থিৰতা যে দূৰ কৰিছিল, সি ধ্ৰুৱপ। আমাৰ খুদখহু, খজুৱতি, কাহ-পানীলগা বা ভৰি মোচোকা খোৱা আদি অসুখ বা ব্যাধিয়ে নেৰানেপেৰা স্তৰ পালে লোহিতবাপুৰ ডাক পৰিছিল। তেখেতে নাড়ী চাই, জুপিজুপি পুথি পঢ়ি, সেই অঘাইটং অসুখবোৰক অপূৰ্ব কাব্যিক সংস্কৃত নামেৰে চিনাক্ত কৰি ঔষধৰ বড়ি বা তেলৰ ব্যৱস্থা দিছিল। (দুখৰ বিষয় নামবোৰ আৰু মনত নাই।)

এনেকৈয়ে বহুবছৰ পাৰ হ'ল। লোহিতবাপুৰ আকালো নাই ভঁড়ালো নাই। ধীৰগতিৰ নিজৰাৰ দৰে আপোনমনে বৈ থাকে। অকস্মাৎ যেন গাড়ী-মটৰ আৰু ব্যস্ত মানুহৰ জুমে গুৱাহাটী ঢাকি ধৰিলে। তাৰ মাজত ক'ৰবাত হেৰাই গ'ল লোহিতবাপু। বিলাতৰ পৰা ঘূৰি আহি এদিন গুৱাহাটীত দেখিলোঁ সাইলাখ লোহিত বাপুৰ চেহেৰাৰ, লোলচৰ্ম এক বৃদ্ধই অতিশয় চিন্তাক্লীষ্ট মুখেৰে বাটেদি খুপি-খুপি গৈ আছে। অভুক্ত চেহেৰা। ল'ৰালৰিকৈ ওচৰ চাপি মই লাহেকৈ মাত দিলোঁ, 'দেউ!' বৃদ্ধৰ ঘোলা চকুত পৰিচয়ৰ কোনো স্বীকৃতি ফুটি নোলাল।

তেনেকৈ ঘৰে-ঘৰে সেৱা আগবঢ়োৱা আন এজন সকলোৰে পৰিচিত লোক আছিল বৰদা নাপিত। তেওঁ ব্যস্ততাৰে পুৱাৰ পৰাই ঘৰে-ঘৰে গৈ চুলি কাটে, স্বাভাৱিকতে গণ্যমান্য সকলৰ প্ৰতি তেওঁৰ মনোযোগ বেছি। কিন্তু আনৰ ঘৰলৈকে কেতিয়াবা আহে। আমাৰ চুলি কটাত বৰ আপত্তি আছিল। চুলিৰ দৰে এটা প্ৰাকৃতিক সম্পদৰ ওপৰত এই অস্ত্ৰোপচাৰ সৰুবিলাকৰ সহ্য নহৈছিল, কিন্তু বৰদা নাপিতে তেওঁৰ দাঁতৰ পাৰিত থকা সোণৰ দাঁত এটা উলিয়াই দেখুৱালে কণ-কণ প্ৰকৃতিপ্ৰেমী বিলাকে ক্ষৌৰকৰ্মৰ বাবে মূৰ পাতি দিছিল সন্তুষ্ট মনে।

ৰাজহুৱা মেল-মিটিং বা খেলৰ পথাৰত এক সঘনে দেখা পোৱা নৰমূৰ্ত্তি আছিল এজন ফটোগ্ৰাফাৰ। আটায়ে তেওঁক 'দেবী পেটলা' (অৰ্থাৎ দেবী পেটুৱা) বুলি মাতিছিল, অৱশ্যে- তেওঁ নুশুনাকৈ, কাৰণ তেওঁৰ গা-গাৰি থুলন্তৰ আছিল। মূৰত সদায় এটা গান্ধীকেপ আছিল। ল'ৰাবোৰে কোৱাকুই কৰিছিল যে 'দেবী পেটলা'ৰ কেমেৰাত ৰীল নাথাকে, তেওঁ এনেয়ে ক্লিক্ কৰি দেখুৱায়। দৈবাৎ তেওঁৰ এজন নাতিয়েকক অলপতে লগ পালোঁ আৰু তেওঁৰ পৰাই গম পালোঁ যে তাহানিৰ বহু অমূল্য ক্ষণৰ স্মৃতি সেই ফটোগ্ৰাফাৰজনে ধৰি ৰাখিছিল।

আমাৰ ঘৰৰ লগত বিশেষ সম্পৰ্ক নথকা কেইবাঘৰো মানুহৰ ঘৰলৈ মোৰ সমনীয়া বন্ধুৰ লগত বন্ধুত্বসূত্ৰে অহাযোৱা কৰিছিলোঁ। তাৰ ভিতৰত দুঘৰৰ কথা মনত পৰে। খাৰঘুলিৰ সৰ্বেশ্বৰ হাজৰিকাৰ ঘৰলৈ গৈ ঘৰৰ সকলোৰে অতি অমায়িক, ভদ্ৰ, সৌজন্যপূৰ্ণ আচৰণত মুগ্ধ হৈছিলোঁ। সৰ্বেশ্বৰৰ ককায়েক হেমেন হাজৰিকা আমাতকৈ বয়সত বহুত ডাঙৰ হলেও আমাৰ প্ৰতি একেই সৌজন্য প্ৰদৰ্শন কৰিছিল। তেওঁ সুগায়ক আছিল, আৰু "পৰ্বতৰে হৰিণীজনী" প্ৰভৃতি গীতে ব্যাপক জনপ্ৰিয়তা অৰ্জন কৰিছিল। খনিজতেল উদ্যোগৰ কৃতী অভিযন্তা হিচাপে আৰব দেশৰ পৰা উভতি অহা সৰ্বেশ্বৰ আজিও একেই আছে।

দ্বিতীয় ঘৰ মানুহৰ প্ৰাণ আছিল নবীন শৰ্মা। তেওঁক পিছলৈ "শিশুপ্ৰাণ" আখ্যা দিয়া হৈছিল। পঢ়াশুনা, ইংৰাজী শিকা, সাঁতোৰ, খেল-ধেমালি সকলোতে

তেওঁৰ অপাৰ উৎসাহ আছিল। শিশুৰ লগত তেওঁ শিশুৰ দৰে আচৰণ কৰিব পাৰিছিল। কণ-কণ সন্তান কেইটিয়ে তেখেতৰ থুলন্তৰ উদৰত হেঁচা দিলে তেখেতে মুখেৰে মটৰ গাড়ীৰ হৰ্ণৰ দৰে শব্দ কৰিছিল। মোৰ লগত ইংৰাজী শব্দ আৰু ফে'জৰ বিষয়ে আলাপ কৰিছিল। পুতেকে দাদু (প্ৰদীপ)ক কঁকালত ৰছি বান্ধি ব্ৰহ্মপুত্ৰৰ মাজলৈকে সাঁতুৰিবলৈ এৰি দিছিল। এবাৰ দেখিলোঁ তেওঁ এঘৰ মানুহৰ ঘৰত অসমীয়া অভিধান বিচাৰিছে। বহুকাল পিছত এবাৰ দেখিছিলোঁ জজ ফিল্ডত পৰমানন্দে কছৰৎ শিকাই আছে। তেওঁৰ সেইবোৰ কামত দেশপ্ৰেমো সোমাই আছিল। দাদুৰ ককায়েক দেউতাকণ (উপদ্ৰজিৎ শৰ্মা) দাদা ভাল খেলুৱৈ আছিল আৰু পিছলৈ ভাল অভিনেতা আৰু প্ৰযোজক ৰূপে পৰিচিত হৈছিল।

তেতিয়া আধুনিক চিকিৎসাশাস্ত্ৰৰ পয়োভৰ বেছি হোৱা নাছিল। হয়তো আজিৰ দৰে দৰবৰ জোৰত আশী-নব্বৈ বছৰলৈকে জীয়াই থকা মানুহো বেছি নাছিল। শৈশৱতে মৃত্যুমুখত পৰা শিশুৰ সংখ্যাও আছিল আজিৰ তুলনাত সৰহ। কিন্তু এবাৰ যৌৱনৰ জপনামুখ পাৰ হ'ব পাৰিলে সেইকালৰ অসমীয়া মানুহে প্ৰায় নিৰ্বিঘ্নে তেতিয়া স্বাভাবিক বুলি ধৰা আয়ুসকাল পূৰ্ণ কৰিছিল বুলি মোৰ বিশ্বাস। আজিৰ দৰে মাজবয়সতে পঞ্চভূতত বিলীন হোৱা লোকৰ সংখ্যা তাকৰ আছিল। টান অসুখতহে সংসাৰৰ মায়া ত্যাগ কৰিছিল কিশোৰ বা যুৱকে। মোৰ আজিও মনত পৰে সহপাঠী মধুৰ স্বভাৱ আৰু স্নিগ্ধ মুখশ্ৰীৰ পৱিত্ৰ অধিকাৰীৰ কথা। আমি এবছৰ একেলগে পঢ়াৰ পিছত চিনাকী সকলোকে, বিশেষকৈ পিতাক প্ৰসিদ্ধ শিক্ষক ভৈৰৱ অধিকাৰীক, ম্ৰিয়মান কৰি পৱিত্ৰই হঠাতে যেন একেলগে আহি থকা সমদলৰ পৰা এন্ধাৰৰ পিনে ফালৰি কাটিছিল। এম-ইৰ পৰা মেট্ৰিকলৈ একেলগে পঢ়া ৰমেশ দত্তৰ ককায়েক আছিল খাৰঘুলি আৰু উজানবজাৰৰ মাজৰ এটা ৰে'লৱেই কোৱাৰ্টাৰত। বহল মুখৰ ৰমেশ আছিল উদাৰ হৃদয়, আৰু সকলোতে সৌন্দৰ্য্য আৰু ৰস আবিষ্কাৰ কৰা উৎসাহী প্ৰাণোচ্ছল কিশোৰ। তেওঁ গছ, ফুল, চৰাই, জোনাক আদিৰ সৌন্দৰ্য্যত সততে উচ্ছ্বসিত হৈ থকা বাবে আমি তেওঁক 'কবি' নাম দিছিলোঁ। এই কথাও কৈ থোৱা ভাল হ'ব হৈ-গুডু খেলত সেই ৰমেশেই কাৰোবাক হেঁচা মাৰি ধৰিলে সেইজনে সতকাই এৰাই যাব নোৱাৰিছিল। এই ৰমেশৰে মৃত্যুসংবাদ কলিকতাত মোলৈ পঠাইছিল আন এজন সহপাঠীয়ে। কিবা বোলে 'মগজুত পানী হোৱা বেমাৰ'ত ঢুকাল। সেই সময়ত মই কলিকতাত এখন বেলেগ জগৎ আবিষ্কাৰ কৰাৰ আনন্দত বিভোৰ। ৰমেশৰ মৃত্যুসংবাদে মোক খন্তেকলৈহে তভ্‌ক খুৱালে। গৰমৰ বন্ধত ঘৰলৈ আহি ৰমেশৰ ঘৰলৈ খবৰ

ল'বলৈ যাওঁতে মোক দেখি ককায়েকৰ বুকুত ইতিমধ্যেই নুমাই আহিব ধৰা শোকৰ জুই আকৌ দপ্‌দপ্‌কৈ জ্বলি উঠিল। আদহীয়া বয়সত সোমোৱা মানুহজনে অসহায়ৰ দৰে হুক্‌হুকাই কান্দিবলৈ ধৰিলে। ময়ো তেওঁৰ সেই শোকৰ দুৰ্বহ ভাৰৰ অংশীদাৰ হৈ জুপুকা লাগি বহি ৰ'লোঁ।

আৰু সৰু থাকোঁতে উজানবজাৰৰ এজন সৰ্বৰহী ডেকা, তৰুণ লেখক সংঘ আৰু বহু সামাজিক অনুষ্ঠানৰ উৎসাহী কৰ্মী প্ৰাণকৃষ্ণ দাসৰ বিয়োগ হয়। সমগ্ৰ উজানবজাৰতে কেইবাদিনো ধৰি তেওঁৰ মৃত্যুৱে এক নিস্তব্ধ প্ৰাণহীন পৰিৱেশ ৰচনা কৰিছিল। তাৰ পিছৰ পৰা তেওঁলোকৰ ঘৰৰ সমুখৰ দুৱাৰ-খিৰিকি সদায় বন্ধ হৈ থকাই দেখিছিলোঁ।

সৰুতে মোৰ মনত ভাব হৈছিল, মৃত্যু তেনে এক বন্ধ দুৱাৰ-খিৰিকিৰ পিছপিনে থকা কিবা অশৰীৰী অস্তিত্ব। অৱশ্যে সেই বিষয়ে বেছি ভবা-চিন্তা কৰা নাছিলোঁ। জীয়াই থকাৰ আনন্দ আৰু উন্মাদনাই সেই বয়সৰ আন ল'ৰাৰ দৰে মোকো আপ্লুত কৰি ৰাখিছিল। অসুখ-বিসুখ ওপৰত কোৱা দৰেই ভাল হৈছিল। কেৱল গছৰ পৰা পৰি বা দৌৰি-জপিয়াই ফুৰোঁতে হাত বা ভৰি ভাঙিলে কাৰাবাসৰ যন্ত্ৰণা ভোগ কৰিবলগীয়া হৈছিল।

আধুনিক চিকিৎসাৰ সুযোগ বিৰল হৈ থকাৰ সময়ত 'কম্পাউণ্ডাৰ' নামে অভিহিত ফাৰ্মাচিষ্ট্ সকলেও ডাক্তৰৰ দৰে চিকিৎসা কৰিব লগা হৈছিল। তেতিয়া পেটেণ্ট ঔষধৰ যুগ নাছিল। ফাৰ্মাচিত বিচিত্ৰ ৰং আৰু গোন্ধৰ তৰল পদাৰ্থ বটলত সজোৱা থাকে। ডাক্তৰে ব্যৱস্থাপত্ৰত 'মিক্‌চাৰ'ৰ দিহা দিয়ে। সেই অনুযায়ী বিভিন্ন তৰল দ্ৰব্য বিভিন্ন মাত্ৰাত মিহলাই কম্পাউণ্ডাৰে 'মিক্‌চাৰ' প্ৰস্তুত কৰে। বেছিভাগ গলাধঃকৰণ কৰোঁতে কেঁহা-মিঠা সোৱাদ পোৱা যায়। বটলৰ বাহিৰত ড'জ পৰিমাপ কৰিবলৈ খাঁজ কটা কাগজ আঠা মাৰি লগাই দিয়া হয়, যাতে খাবলগীয়া ঔষধৰ ড'জ ঠিকমতে ৰোগীৰ পেটত পৰে। কিন্তু ইমান নিয়ম মানি চলাৰ অভ্যাস তেতিয়াৰ গাঁও-ভূঁইৰ অসমীয়া মানুহৰ নাছিল। কোনো-কোনোৱে বটলৰ বাহিৰত লগোৱা কাগজকে দৰৱ বুলি ভাবি নিষ্ঠাৰে সেই কাগজকে ড'জ হিচাপে খাই পিছত ভাল নোপোৱা বুলি ডাক্তৰৰ আগত আপত্তি কৰিছিল। মোৰ এজন গাঁৱত থকা আত্মীয়ই প্ৰথম দিনৰ পিছত দৰৱ খাবলৈ সাতদিনমান পাহৰি আছিল। হঠাতে এদিন মনত পৰাত কোঁৎ কোঁৎ কৈ গোটেই বটল গিলি পেলালে। তেওঁৰ বিশেষ একো বিপদ নহ'ল, পাঠকে শুনি আচৰিত হ'ব যে তেওঁ সেইদিনাৰ পৰা আৰোগ্য হ'ল!

ফাৰ্মাচিষ্ট সকলৰ ভিতৰত 'ড্ৰাগহাউছ' নামৰ অধুনালুপ্ত ঔষধালয়ৰ

ফাৰ্মাচিষ্টজন সহপাঠী প্ৰদীপ দাস (ভুলু)ৰ পিতৃ আছিল। তেওঁ ওখ-ডাঙৰ গহীন স্বভাবৰ মানুহ আছিল আৰু ডাঙৰ নৰিয়াতো ৰোগীৰ আত্মীয়ই তেওঁৰ পৰামৰ্শ বিচাৰি আহিছিল। বিশেষকৈ উদ্ভাৱনশীল উৎসাহী বালকে নিজৰ বিপদ ঘটাব পৰা নানা পৰীক্ষা-নিৰীক্ষা চলালে ড্ৰাগহাউছৰ সেই ভদ্ৰলোকৰ শৰণ লৈছিল পিতৃমাতৃয়ে। এবাৰ এনে এটি মৌলিক চিন্তা-শক্তি সম্পন্ন শিশুৱে নাকেৰে এটি পাতিপয়চা সুমুৱাই মূৰৰ এনে এটা জাগাত পৌছাই দিলে যে সি বিষত কান্দিবলৈ ধৰিলে আৰু উশাহ-নিশাহ লওঁতে কষ্ট পোৱা হ'ল। মাক-বাপেকে ধৰি ল'লে তাৰ অন্তিম ক্ষণ সমাগত। আজিকালি হোৱা হ'লে নাৰ্ছিং হোমে অস্ত্ৰোপচাৰৰ ব্যৱস্থা কৰিলেহেঁতেন। কিন্তু ড্ৰাগহাউছৰ ফাৰ্মাচিষ্টজনে (জনপ্ৰিয় ফাৰ্মাচিষ্টজনৰ নাম আছিল মাধৱ দাস) ল'ৰাটোৰ মূৰ কোলাত লৈ আধাঘণ্টামান সময় মূৰৰ বিভিন্ন ঠাইত থপৰিয়াই-থপৰিয়াই শেষত মুখেৰে পাতিপয়চাটো উলিয়াই দিয়ালে।

তেতিয়া ৰোগীৰ মানবীয় দিশটো ডাক্তৰে অৱহেলা কৰা নাছিল। ৰোগী চাবলৈ ঘৰলৈ আহিব লগা বাবে ৰোগীৰ ঘৰৰ লগত ডাক্তৰৰ একধৰণৰ আত্মীয়তা গঢ়ি উঠিছিল। ৰোগ নিৰাময় কৰিবলৈ ডাক্তৰৰ নিৰ্ভেজাল আগ্ৰহ আছিল। আজিকালিৰ দৰে ৰোগ আৰু ৰোগী কেৱল ধন-উপাৰ্জনৰ উপায় নাছিল।

আন এজন জনপ্ৰিয় কম্পাউণ্ডাৰ আছিল ডাঃ ভুবনেশ্বৰ বৰুৱাৰ কম্পাউণ্ডাৰ গুৰুপ্ৰসাদ বৰুৱা। তেখেত আছিল এক সৰবৰহী ফুৰ্তিবান মানুহ, গধূলি এটুপি সুৰা সেৱন কৰিছিল। তেখেতৰ ল'ৰা ভাইটি মুক্তিপ্ৰসাদ আমাৰ সমনীয়া আৰু খেলাৰ লগৰীয়া। সেইসূত্ৰে তেওঁলোকৰ ঘৰলৈ প্ৰায়ে গৈছিলোঁ এসময়ত। বিচিত্ৰ ঘটনা আৰু দৃশ্যৰ বাবে সেই ঘৰটো আমাৰ বাবে অতি আকৰ্ষণীয় হৈ পৰিছিল। ঘৰটোলৈ যেতিয়াই-তেতিয়াই মানুহ গৈছিল আৰু আদৰ-সাদৰ পাইছিল, ফলত দিনটো নানা মানুহেৰে, আত্মীয় কুটুম্ব, আলহী-অতিথিৰে ঘৰখন পৰিপূৰ্ণ আৰু মুখৰিত হৈ আছিল। ভাইটি বা মুক্তিপ্ৰসাদো আছিল খোলামনৰ ফুৰ্তিবান ল'ৰা। তেওঁলোকৰ ঘৰত খৰসিং নামৰ এজন বিশ্বাসী ভৃত্য আছিল। হাঁহিমুখীয়া খৰসিং জাতিত বোধহয় কাৰ্বি আছিল, কিন্তু যৌৱনৰ কেইবাটাও বছৰ বাৰ্মা (ম্যানমাৰ) আদি দেশত কটাই আহিছিল। তাৰ অভিজ্ঞতাৰ বিশাল ভাণ্ডাৰ সমনীয়া আন গৃহভৃত্যৰ আগত মুকলি হ'লে আমি সকলোৱেও ৰ- লাগি শুনিছিলোঁ। লগৰবোৰৰ লগত আড্ডা দিলে ক'ত বাৰ্মাৰ জংঘলত কঠালগছৰ দৰে শকত অজগৰ সাপে মেঠোন ধৰা দেখিছিল, ক'ত দুহাত দীঘল বাঁহৰ পাইপেৰে বনধঁপাত খোৱা মানুহ এজাতি লগ পাইছিল, জাপানীবিলাকে কেনেকৈ পিঠিত চুঙাত লৈ ফুৰা কোমল চাউলকে ফ্লাস্কত নিয়া গৰমপানীৰে সিজাই য'তে-ত'তে খাই যুঁজ দিবলৈ

শক্তি গোটাইছিল, আদি বিবৰণেৰে খৰসিঙে দৰ্শক মণ্ডলীক মন্ত্ৰমুগ্ধ কৰিছিল। তাৰ ফাঁকে-ফাঁকে কেতিয়াবা আমাৰ বাবে আধা বুজা আধা নুবুজা তাৰ অসংখ্য যৌন লীলাৰ কাহিনী। খৰসিঙৰ মতে মালয়, বৰ্মী, মেম (অৰ্থাৎ ইউৰোপীয় তিৰুতা) আদি ভিন ভিন জাতৰ নাৰীৰ সোৱাদ সুকীয়া-সুকীয়া। কাৰোবাৰ শৰীৰ বৰা চাউলৰ দৰে, কাৰোবাৰ সোৱাদ পকা অমিতাৰ দৰে, কাৰোবাৰ এবাটি মদৰ দৰে। সেইবোৰ গল্প কওঁতে কাষতে যে অপৈণত বয়সৰ সৰু ল'ৰা আছে, খৰসিঙে মন কৰাই নাছিল। তাৰ সেই বিৱৰণবোৰ সম্পূৰ্ণ বুজি নাপালেও তেতিয়াই দেহত অদ্ভুত শিহৰণ অনুভৱ কৰিছিলোঁ।

খৰসিঙৰ কথা বেছিকৈ মনত পৰে তাৰ অদ্ভুত উদ্ভাৱনী শক্তিৰ বাবে। কাতি বিহুৰ সময়ত সি এনে এটা আকাশবন্তী সাজিলে যে দেখিবলৈ এয়াৰ'প্লে'নখনৰ দৰে, আৰু ৰচি এডাল তলৰ পৰা টানিলে আকাশীযানৰ দৰেই আকাশেদি কিছুদূৰ জিল্‌মিলাই উৰি যায়। দেৱালীৰ সময়ত সি নিজহাতে বনোৱা ফট্‌কাৰ আৱাজ আৰু ফুলজাৰিৰ বাহাৰ আছিল মামুলি ফটকা-ফুলজাৰিতকৈ বেলেগ। সৰু-সৰু কাঠৰ টুকুৰা জোৰা দি বিচিত্ৰ কছৰৎ কৰা ব্যায়ামবীৰ সাজিছিল সি। কেইবছৰমানৰ পিছত এই ৰঙিয়াল আৰু কৰ্মঠ মানুহটোৰ চকু গাঁতত সোমাল, গাত এখন কম্বল লৈ জুপুকা মাৰি বহি থাকে, ঘনে-ঘনে উঠি গৈ ঘৰৰ পিছফালে পেচাব কৰে। কিবা বেয়া বেমাৰ বুলি আমি খৰসিঙৰ ওচৰ নচপা হলোঁ। (এতিয়া অনুমান কৰোঁ তাক বহুমূত্ৰ ৰোগে ধৰিছিল) এদিন হঠাতে শুনিলোঁ খৰসিং আৰু নাই। সি জ্বলোৱা আকাশবন্তী যেন নুমাই গৈ আকাশ এন্ধাৰ হৈ পৰিল।

গুৰুপ্ৰসাদ বৰুৱাৰ পৰিয়ালটো ব্ৰাহ্ম আছিল বুলি সন্দেহ হয়। সেই কালত অসমতো দুটামান পৰিয়াল ব্ৰাহ্ম হৈছিল। শ্ৰদ্ধাভাজন অমিয় কুমাৰ দাস আৰু অগ্নি কবি কমলাকান্ত ব্ৰাহ্ম আছিল বুলি শুনিছোঁ, সঠিক নাজানোঁ। সেইবাবেই হয়তো বহুতো অসমীয়া পৰিয়ালৰ অবৰুদ্ধ, গোমা, নীৰস, পৰিবেশ সেইটো পৰিয়ালত নাছিল, বহু অৰ্থহীন আচাৰ আৰু বিশ্বাসৰ পৰাও পৰিয়ালটো মুক্ত আছিল। কেঁচা পকা চুলিৰে গুৰু প্ৰসাদ বৰুৱা ৰাতিপুৱাই উঠি ফিটফাট পোছাক (ধুতি আৰু চোলা) পিন্ধি চাইকেলখন লৈ কামলৈ ওলাই যায় আৰু যাওঁতে চুবুৰীয়াক মাত লগাই যায়। 'কি কৰিছা লহকৰ?', 'বৰপোনা উঠিব পৰা হৈছনে?', 'টোকোৰা ভূএঞা বাঁহৰ পৰা ওলালা?' (ভূএঞা বোলাজন তপা আছিল), 'গোসাঁই নওঠা হ'ব খুজিছা নেকি?' (কিবা কামত বনিয়ন আৰু আণ্ডাৰৱে'ৰ পিন্ধি গোস্বামী বাৰান্দালৈ ওলাওঁতে গুৰুপ্ৰসাদ বৰুৱাৰ শেনচকুত পৰিল।) তেওঁ ৰিঙিয়াই কোৱা কথাবোৰে চুবুৰিটোত কোনে কি কৰি আছে, খবৰবোৰ মুহূৰ্ততে চাৰিওপিনে

বিয়পাই দিয়ে।

তেওঁৰ এগৰাকী খুলশালিয়েকে কলিকতাৰ এগৰাকী বঙালী ভদ্ৰলোকক বিয়া কৰাইছিল। আদবয়সীয়া সেই মহিলাই তেওঁৰ সুশ্ৰী চেহেৰা, সপ্ৰতিভ আচৰণ আৰু বব্‌কটা চুলিৰে আমাৰ চকু টেলেকা কৰিছিল। তেখেতৰ স্বামী আছিল স্বল্পভাষী আৰু অমায়িক। গুৱাহাটীৰ আচহুৱা পৰিবেশ আৰু গুৰুপ্ৰসাদ বৰুৱাৰ ঘৰৰ বিচিত্ৰ কথাবতৰা তেওঁ সহজে মানি লৈছিল। কলিকতীয়া 'মেসো মশাই'ক লৈ মুক্তি অতি গৌৰৱান্বিত আছিল। আমিও তেওঁৰ মুখৰে দুই এষাৰ মৃদু বঙালী ভাষাৰ বাণী শুনিবলৈ হাবিয়াস কৰি ওচৰে পাজৰে ঘূৰিছিলোঁ। মুক্তিৰ ডাঙৰ বায়েক টুকুন বাইদেউ এতিয়া কিবা টান অসুখত শয্যাগত। তেওঁৰ ৰাংঢালী মৰমিয়াল স্বভাৱ এতিয়াও মনত পৰে। তেওঁৰ স্বামীক আমি জ্ঞান ভিনদেউ বুলি মাতিছিলোঁ, তেখেত সিদিনাখনলৈকে জীৱিত আছিল। তেখেতো আছিল স্বাস্থ্যবান সুপুৰুষ। কণমানি সন্তানটিক স্বাধীনচিতীয়া, সাহিয়াল আৰু উদ্যমশীল কৰিবলৈ তেওঁৰ আকাংক্ষা আছিল। তাক আনে ভূতপ্ৰেতৰ কথা ক'লে তেওঁ বৰ অশান্তি পাইছিল, ৰাতি টোপনি ভাঙিলে তাক অকলে ঘৰৰ বাহিৰলৈ ফুৰিবলৈ পঠাই দিছিল।

গুৰুপ্ৰসাদ বৰুৱাৰ ঘৰৰ মুকলিমুৰীয়া আৰু ৰঙিয়াল পৰিবেশৰ তুলনাত আমাৰ ঘৰখনৰ পৰিবেশ যদি তেতিয়া নিৰানন্দ আৰু গধুৰ আছিল তাৰ কাৰণো আছিল। দিনে-নিশাই তাহানিৰ অসমৰ চৰকাৰী বিষয়াৰ কষ্টকৰ বেতনৰ বিনিময়ত সাধুতা আৰু নিষ্ঠাৰে কৰ্ত্তব্য পালন কৰা দেউতাৰ ভাগ্যত স্বাধীনতাই যথাযোগ্য পুৰস্কাৰ আনি দিয়া নাছিল। স্বাধীনতাই বহু লোকক দেশ গঠনৰ বাবে ত্যাগ আৰু নিষ্ঠাৰ প্ৰেৰণা যেনেকৈ দিছিল, তেনেকৈ আন এচাম লোকক ছল-চাতুৰিৰে উন্নতি কৰিবলৈ সুযোগ আনি দিছিল। তেনে লোকৰ চক্ৰান্তৰ ফলত প্ৰত্যাশিত পদোন্নতিৰ পৰা বঞ্চিত হৈ ক্ষোভ আৰু অভিমানত দেউতাই দীঘলীয়া ছুটি লৈ ঘৰতে বহি গুজৰি-গুমৰি আছিল আৰু বিশ্বসংসাৰৰ প্ৰতিয়েই বিৰূপ মনোভাব পোষণ কৰিছিল। সপ্তাহৰ পিছত সপ্তাহ ধৰি আমি আলুপিটিকা আৰু নিমখভাত খাই স্কুললৈ যাবলগীয়া হৈছিল। পূজা বা বিহুত নতুন চোলা পিন্ধিব পৰা নাছিলোঁ। বন্ধু-বান্ধৱৰ আগত এই অৱস্থা ধৰা পৰিলে লাজে দুখে চকুৰ পানী ওলাইছিল। ঘৰৰ বাহিৰত বেছিভাগ সময় অৱশ্যে খেল-ধেমালিতে মগ্ন হৈ থকাত সেই অৱস্থাই মন হেঁচি ৰখা নাছিল। কিন্তু ঘৰলৈ উভতি অহাৰ সময়ত যেন কাৰাগাৰৰ পৰা ছুটি পোৱা কয়দীয়ে কাৰাগাৰলৈ উভতি অহা সময়ত অনুভৱ কৰা শূন্যতাবোধে মন ওপচাই পেলাইছিল। লেমৰ পোহৰত ঘৰৰ সকলোৰে মুখবোৰ আৰু এন্ধাৰ,

আৰু দীঘল যেন লাগিছিল।

এই দীৰ্ঘ কাৰাবাসৰ পৰা আমাৰ মুক্তিত পৰোক্ষভাবে সহায় কৰিলে অসমৰে দুজন বহুল মনৰ কংগ্ৰেছী নেতাই। কামৰূপৰ একেবাৰে দক্ষিণ সীমাত থকা এখন গাৰো গাঁৱত কংগ্ৰে'ছৰ সেৱাদল নে আন কিবা সংগঠনৰ বাৰ্ষিক শিবিৰ বহিছিল। দুপৰীয়া ভাত খাই উঠি ইফালে-সিফালে ঘূৰি ফুৰোঁতে শিবিৰত ভাষণ দিবলৈ অহা মহেন্দ্ৰমোহন চৌধুৰী আৰু দেৱকান্ত বৰুৱাই সেই অঞ্চলৰ একমাত্ৰ প্ৰাথমিক বিদ্যালয়খন দেখা পালে। জৰাজীৰ্ণ খেৰ বাঁহৰ ঘৰ, কিন্তু ভেটিটো পকী আছিল। দুয়োজনক দেখি পণ্ডিতে ভয়ত বৰণ সলালে। পিছে দুয়ো অভয় দি পণ্ডিতৰ লগত সেই অঞ্চলৰ শিক্ষাৰ অৱস্থা সম্পৰ্কে আলোচনা কৰিলে আৰু কথা প্ৰসংগত স্কুলৰ পৰিদৰ্শনখাতা (Inspection Book) বিচাৰিলে। (তাহানি প্ৰতিখন স্কুলতে পৰিদৰ্শকৰ মন্তব্য লিপিবদ্ধ কৰিবলৈ এনে খাতা আছিল।) খাতাখনৰ দশা স্কুলৰ দৰেই— জৰাজীৰ্ণ। বহুযুগৰ পুৰণা খাতাখনত বেছি মন্তব্য নাছিল, যি কেইটা আছিল সেই কেইটাৰো সৰহখিনি আছিল দায়সৰা বিধৰ। তাৰ মাজতে কিন্তু এটা আছিল ব্যতিক্ৰম। সৰু-সৰু পকোৱা আখৰেৰে স্কুলখনৰ শিক্ষাদান, পৰিচালনা আৰু সামাজিক পৰিবেশ সম্পৰ্কে বিস্তাৰিত আৰু সুবিবেচনাপূৰ্ণ অভিমত দিয়া মন্তব্যটো দীঘলীয়া হিচাবৰ খাতাৰ দৰে বহীখনৰ কেইবাটাও পৃষ্ঠা জুৰি আছিল। সেই পাণ্ডৱবৰ্জিত অঞ্চলত জৰাজীৰ্ণ এল পি স্কুলখনৰ বিষয়ে এনে চিন্তাশীল আৰু সুদীৰ্ঘ অভিমত দেখি দুয়ো প্ৰথমতে আমোদেৰে পঢ়িলে, কিন্তু শীঘ্ৰে তেওঁলোকৰ আমোদ সন্মান আৰু সমাদৰত পৰিণত হ'ল। কাৰণ সেই অজ্ঞাত পৰিদৰ্শকজনৰ মতামত আছিল সাৰুৱা আৰু সেই পিছপৰা অঞ্চলৰ প্ৰতি সহানুভূতি আৰু প্ৰেৰণাৰে পৰিপূৰ্ণ। মহেন্দ্ৰ গোহাঁই নামৰ সেই উপপৰিদৰ্শকজনক তেওঁলোকে বিচাৰি উলিয়ালে, আৰু তেওঁৰ দুৰ্ভাগ্যৰ কথা জানিব পাৰি তেওঁক উদ্ধাৰ কৰাৰ ব্যৱস্থা কৰিলে। কালক্ৰমত দেউতাৰ মুখৰ বিমৰ্ষতা কিছু দূৰ হ'ল। ঘৰখনেও সকাহ পালে।

অৱশ্যে সেইদিনতো দেউতাৰ পৰা একো নিশিকা বুলি ক'লে ভুল হ'ব। দেউতাৰ আদৰ্শবোৰে প্ৰায়ে মনত সংশয় সৃষ্টি কৰিলেও এক ধৰণৰ অনিচ্ছুক সমীহৰ ভাবো মনলৈ আনি দিছিল। দেউতাৰ নীতিনিষ্ঠাৰ দুটামান প্ৰদৰ্শন আছিল ৰীতিমতে চাঞ্চল্যকৰ। টে'নিছ বলেৰে ক্ৰিকে'ট খেলি আমনি লগাত এটা সঁচা ক্ৰিকে'ট বল যোগাৰ কৰা মোৰ পক্ষে অসম্ভৱ যেন লাগিছিল। তেনে সময়তে এটা সুযোগ মিলিল। এজন মানুহে আলিবাটৰ কাষৰ গছ এজোপাৰ তলৰ ঘাঁহনিত বহুপৰ ভৰিৰ আঙুলিৰে খুঁচৰি থকা দেখি তেওঁ কি

কৰিছে বুলি সুধিলোঁ। তেওঁ ক'লে যে তেওঁৰ পেণ্টৰ পকেটৰ পৰা তাত কিছু পয়চা পৰি গ'ল। বহুপৰ বিচাৰিও পয়চা কেইটা নাপাই তেওঁ হতাশমনে আঁতৰি গ'ল। আৰু মই মহোৎসাহে অনুসন্ধান আৰম্ভ কৰিলোঁ। অলপ সময়ৰ ভিতৰতে মই ছটা নে সাতটা চক্‌চকীয়া নতুন ৰূপৰ টকা পালোঁ। ক্রিকে'ট বলৰ মূল্য মিলিল বুলি আনন্দত ঘৰলৈ দৌৰি আহি ঘৰৰ কাৰোবাক মোৰ নতুন সম্পত্তি নতুন ধনীৰ গৌৰৱেৰে দেখুৱালোঁ। ক'লো যে ঘৰৰ পয়চা মোক আৰু নালাগে, মই নিজেই ক্রিকে'ট বল কিনিব পাৰিম।

কথাটো দেউতাকৰ কাণত পৰাত তেওঁ প্ৰথমতে ফাকি দিয়া বুলি ঠাট্টা কৰিছিল। কিন্তু নিৰ্বোধৰ দৰে জেপৰ পৰা টকা এটা উলিয়াই দূৰতে দেখুৱাত দেউতাই ৰুদ্ৰমূৰ্ত্তি ধৰি এনে এটা ধমক দিলে যে মোৰ মূৰত বজ্ৰপাত পৰাৰ দৰে হ'ল। ক'ৰ পৰা পয়চা পাইছোঁ, কঠিন স্বৰেৰে সোধাত মই সল্‌সল্‌কৈ কৈ দিলোঁ। 'এতিয়াই মানুহজনক লগ ধৰি ঘূৰাই দে, নহ'লে এই ঘৰত আৰু ভৰি দিব নোৱাৰিবি।' দেউতাৰ সেই ভাবুকি ফাক্কাবাজ নাছিল বুলি মোৰ ধাৰণা হ'ল। দৌৰি-দৌৰি ইতিমধ্যে বহুদূৰ পোৱা মানুহজনক লগ ধৰি টকাকিটা ওভতাই দিলোঁ। তেওঁৰ মুখখন জিলিকি উঠিল। তেওঁ ৰ- লাগি মোৰ মুখলৈ চালে আৰু এখন চাহদোকানৰ পৰা মিঠাই কিনি মোক খুউৱাৰ উপৰিও মোৰ সততাৰ ভূয়সী প্ৰশংসা কৰিলে। ক্রিকে'টবল হেৰুৱাৰ দুখ তেওঁৰ প্ৰশংসাই জয় কৰিলে। প্ৰশংসাখিনি মোৰ প্ৰাপ্য নাছিল যদিও সততাই যে আনৰ দুখ পাতলাব পাৰে, তেনে এটা ভাব অন্তঃকৰণত সোমাই গ'ল।

অভাৱৰ লগত ঘৰখনে আৰু ৰূঢ় সংগ্ৰাম কৰি থকা সময়তে পিছপৰা আৰু জনজাতীয়, বিশেষকৈ বড়ো, স্কুলশিক্ষক সকলৰ প্ৰতি দেউতাৰ আচৰণ আছিল সদয় আৰু সহৃদয়। বকোৰ এখন গাঁৱৰ এজন শান্তশিষ্ট বড়ো শিক্ষকক আমাৰ ঘৰতে থাকি এম-ই পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰি দিছিল দেউতাই। সম্ভৱ এম-ই পাছ কৰিলে তেওঁৰ পিছপৰা অঞ্চলত তেওঁৰ চাকৰিটো নিগাজী হ'লহেঁতেন। তেওঁৰ এডাল দীঘল টিকনি আছিল। সেইবাবে আমাৰ ঘৰত থাকি পৰীক্ষা দিয়া সেই মানুহজনক আমাৰ আত্মীয় বুলি আমাক জোকাইছিল এম-ই পৰীক্ষা দিয়া ওপৰৰ ক্লাছৰ ছাত্ৰবিলাকে। আকৌ এবাৰ বহাগী নামৰ দেখনীয়াৰ বড়ো গাভৰু এজনী তেওঁৰ দেউতাকৰ লগত চাকৰি বিচাৰি আমাৰ ঘৰলৈ বাৰে বাৰে অহাত দেউতাই সদায় ছোৱালীজনীৰ লগত মৰম আৰু উৎসাহেৰে কথা পাতিছিল। কাৰণ পিছপৰা জনগোষ্ঠীবিলাকৰ মাজত শিক্ষাবিস্তাৰ দেউতাৰ অন্যতম লক্ষ্য আছিল। কিন্তু ওচৰচুবুৰীয়া কোনো কুৰ্চুটিয়া মহিলাই আমাৰ আইক বহাগীৰ অহা

যোৱাৰ বিৰুদ্ধে সাৱধান কৰি আইৰ মনত অশান্তি জন্মাইছিল। কিন্তু এনে ধৰণৰ সমালোচনাৰ প্ৰতি দেউতাৰ এক নীৰৱ উপেক্ষা আৰু প্ৰচণ্ড অৱজ্ঞাৰ ভাব লক্ষ্য কৰিছিলোঁ।

এবাৰ এজন দুখীয়া পণ্ডিতে চাকৰি সংক্ৰান্ত কথাতে আহি দেউতা নথকাত এযোৰ পাটৰ মেখেলাচাদৰ আইক উপহাৰ দিছিল। কাপোৰযোৰ ধুনীয়া আৰু দামী আছিল। দেউতাই গম পাই পণ্ডিতজনক মতাই আনি ককৰ্থনা কৰি কাপোৰযোৰ ওভতাই দিছিল। কিন্তু পণ্ডিতজনে আইৰ আগ্ৰহ অনুমান কৰি গধূলি শোৱনিকোঠাৰ খিড়িকিৰে কাপোৰযোৰ কাগজৰ টোপোলাত ভৰাই আকৌ সুমুৱাই দিছিল। দেউতা দুৰ্ভাগ্যবশতঃ ঘৰতে আছিল তেতিয়া। সমাজত সদায় সৌজন্য প্ৰদৰ্শন কৰা দেউতাই হাতত এডাল লাঠি লৈ পণ্ডিতক খেদি গৈছিল আৰু কাপোৰযোৰ শেষবাৰলৈ ঘূৰাই ল'বলৈ বাধ্য কৰিছিল। যাচি দিয়া কাপোৰযোৰ ল'লে কি ক্ষতি হয় আমি সেই বয়সত বুজা নাছিলোঁ। কিন্তু ঘটনাটোৱে মনত ৰেখাপাত কৰিছিল। ❑

# উৰণ-বুৰণ-গজন-গমন

মই এইখন ঠিক কালানুক্ৰমিক আত্মজীৱনী বা ঐতিহাসিক বৃত্তান্ত লিখিবলৈ লোৱা নাই। নিজৰ কথা ক'বলৈ গৈ আন সকলো কথা পাহৰি যোৱাৰ বৃদ্ধজনোচিত বিকাৰে এতিয়াও মোৰ গাত লম্ভা নাই বুলিয়েই ধাৰণা কৰোঁ। মোৰ স্মৃতিৰ মাজেৰে চকামকাকৈ আবিষ্কাৰ কৰোঁ চিৰকাললৈ হেৰাই যাব ধৰা এখন পৃথিৱী, আৰু সেইখনতে ধূলিয়ে-বালিয়ে লেটি লৈ ৰ'দ-বতাহ বৰষুণৰ কোমল-কঠিন আপ্‌ডালৰ মাজেৰে গঢ় লোৱা এটি সত্তাৰ ক্ৰমে অস্পষ্ট হৈ অহা চেহেৰাটো ধৰি ৰাখিবলৈ প্ৰয়াস কৰিছোঁ।

পঞ্চাশ-ষাঠি বছৰ আগতে ঘটনাবোৰ 'যেনেকৈ ঘটিছিল তেনেকৈ' বৰ্ণোৱা এপিনে যেনেকৈ অসম্ভৱ, আনপিনে তেনেকৈ অতি নীৰস আৰু নিৰানন্দ পৰিশ্ৰম। খুটি-নাটিৰ পিনৰ পৰা অলপ ইফাল-সিফাল হ'বও পাৰে অ'ত-ত'ত, যদিও মই সেই বিষয়ে সজাগ হৈ আছোঁ। কিন্তু স্মৃতিও এবিধ আদিম কলা। তাত তথ্যতকৈও অন্তৰংগ অনুভৱৰ গুৰুত্ব বেছি। সেই বিগত দিনবোৰৰ জগৎখন আৰু সমাজখন কেনে আছিল, নিজৰ সঁহাৰিৰ মাজেৰে নিজে বুজিবলৈ আৰু পাঠকক আভাস দিবলৈ চেষ্টা কৰিছোঁ। কিন্তু মিছা ৰহন দিবলৈ ক'তো প্ৰলুব্ধ হোৱা নাই। মই এখন বাস্তৱ জগতৰ কথা ক'বলৈ ওলাইছোঁ, সপোনপুৰীৰ নহয়। অৱশ্যে এইখন এতিয়া সমুখত দেখা জগত নহয়, স্মৃতিৰ জগত।

অতীত আমাৰ বাবে কেৱল মোহময়েই নহয়, তাক সকলো পিনৰ পৰা মহীয়ান কৰিবলৈ আমাৰ এক স্বাভাৱিক দুৰ্বলতা থাকে। আমাৰ পিছত আহি এই 'ল'ৰা-বুঢ়া কাক কয়' নজনা পৃথিৱীখনত যিসকলে খোজ দিছে তেওঁলোকক "তহঁতে কি হেৰুৱালি, তহঁতে নাজান" বুলি উপদেশ দিয়াৰ প্ৰবৃত্তি কাৰ নাই? কিন্তু আমি আটায়ে জানোঁ অতীতৰ সোণোৱালী বাটৰ কাষতে কি ভয়ংকৰ গড়া আৰু কুৰংবোৰ আছিল ৰাক্ষসীৰ দৰে মুখ মেলি। আনন্দ আৰু বিস্ময়ৰ লগতে কিমান ভয়, গ্লানি আৰু বেদনাৰে ভৰি আছিল মুহূৰ্তবোৰ!

কোনো-কোনোৱে ক'ব পাৰে, মোৰ স্মৃতিকথাত মানুহে যেনেকৈ ভিৰ

কৰিছে, প্ৰকৃতিৰ বিনন্দীয়া আৰু বিচিত্ৰ ৰেহ-ৰূপ তেনেকৈ ফুটি ওলোৱা নাই। সঁচাকৈ ক'বলৈ গ'লে প্ৰকৃতিৰ শোভা সম্পৰ্কে মই বোধহয় কিতাপ পঢ়িব পৰা হোৱাৰ পিছতহে সচেতন হৈছিলোঁ। গাঁৱলৈ কিছুদিনৰ কাৰণে ফুৰিবলৈ গ'লে তাৰ হালধীয়া পথাৰ, শুকুলা মেঘৰ মায়াময় ছবিৰে নিটোল বিল-খাল, আৰু সংকোচহীন গছ-গছনিয়ে মোৰো মন জুৰাইছিল, কিন্তু চহৰৰ ঘৰলৈ ঘূৰি অহাৰ লগে লগে সেইবোৰ কথা বেছিদিন মনত থকা নাছিল। আমি যিবোৰ ভাড়াঘৰত আছিলোঁ তাত ফুলৰ বাগান কৰাৰ ঠায়েই নাছিল, আৰু আমাৰ ঘৰতো এজন ককাইদেউৰ বাহিৰে আন কাৰো ফুল-ফুলনি আদিৰ প্ৰতি বিশেষ আগ্ৰহ দেখা নাছিলোঁ।

তাৰ মানে কি গুৱাহাটী প্ৰাকৃতিক সৌন্দৰ্য্যৰ পৰা বঞ্চিত আছিল? লুইতৰ বুকুত দীঘলীয়া সূৰ্যাস্তৰ পলে পলে চকু ছাট মৰা দৃশ্যান্তৰত থলুৱা-বিদেশী, সকলোৱেই অবাক হৈছিল। তদুপৰি তাহানিৰ গুৱাহাটী আজিৰ দৰে তৰু-তৃণহীন মৰুভূমি নাছিল। শৰণীয়া পাহাৰ, নৱগ্ৰহ, কামাখ্যা, খাৰঘুলি, চান্দমাৰিৰ পাহাৰবোৰৰ ডাঠ হাবি-বন লোকালয়ৰ সীমালৈকে নামি আহিছিল। চহৰৰ মাজতো জজ ফিল্ডৰ চাৰিওপিনে, চাৰ্চ ফিল্ডত, দীঘলী পুখুৰীৰ পাৰত প্ৰকাণ্ড-প্ৰকাণ্ড আঁহত, কৃষ্ণচূড়া, শিমলু আৰু নামনজনা এনে কেতবোৰ গছ, চ'তৰ বতাহ গাত লাগিলেই যিবোৰে ৰঙা-ৰঙচুৱা-বেগুণীয়া ফুলেৰে চালি ধৰি ন-কইনাৰ দৰে সাজি কাচি ওলাইছিল, আপোনজনৰ দৰে গুৱাহাটীৰ মানুহৰ কাষতে আছিল। পদুম ফুলৰ পোহাৰে জোৰপুখুৰী পোহৰকৈ ৰাখিছিল। আমাৰ খৰত বন কৰা হৰকান্ত নামৰ ল'ৰাটোৱে মন গ'লে তাৰ পৰা একোদিনাখন দুই-তিনি বস্তা পদুম ফুলৰ চকা আনিছিল, আৰু আমি সৰুবোৰে জাককৰা চৰাইৰ দৰে কোৰ্হাল কৰি সেই পনীয়া মিঠা চকাবোৰ দিনটো খায়ো শেষ কৰিব নোৱাৰিছিলোঁ, তথাপি জোৰপুখুৰীত (যোৰ পুখুৰী?) কেতিয়াও পদুম ফুলৰ নাটনি হোৱা নাছিল। দীঘলী পুখুৰীৰ গছবোৰৰ তলত থকা লোহা আৰু কাঠৰ বেঞ্চবোৰত বহি পুখুৰীলৈ চালেই অসংখ্য মাছৰোকা চৰায়ে আকাশতে একে ঠাইতে বেগাই পাখি মাৰি স্থিৰ হৈ উঠি থকা, আৰু ৰূপালি পাখিৰে জাকি মাৰি টুপুংকৈ পানীত পৰি মাছ ধৰি উৰি যোৱা মানুহৰ চকুত পৰিছিল। কিন্তু মোৰ মনত পৰা মতে কেইজোপামান পাতাবাহাৰ, অপৰাজিতা লতা আৰু তগৰ বা স্থলপদ্মৰ বাহিৰে মানুহৰ ঘৰৰ সমুখত ফুলনিৰ শোভা বেছি নাছিল। গুৱাহাটীৰ নিগাজী বাসিন্দাৰ বাবে ঠাইখনৰ অনুপম সৌন্দৰ্য্য আছিল "ঘৰ কা মুৰ্গী ডাল বৰাবৰ" জাতীয়।

মোৰ ধাৰণা সেই গছবোৰ ব্ৰিটিছ শাসক বিলাকে ৰোৱাইছিল। জিলাৰ

সদৰ ঠাইৰ কাৰ্যালয়ত ব্যস্ত হৈ থকা সময়খিনিৰ বাহিৰে দিনটোৰ বাকী সময় যাতে পৰিবেশ চকু-জুৰোৱা আৰু মন-মোহা হৈ থাকে, প্ৰবাসৰ পোৰণি যাতে কিছু দূৰ কৰে, সেই উদ্দেশ্যেই তেওঁলোকে চৌপাশৰ শ্ৰীবৃদ্ধিত মন দিছিল। আৰু গুৱাহাটীৰ নিজৰ সৌন্দৰ্য্যও আছিল সেইকালৰ ভাৰতৰে এক বিৰল সম্পদ। এই ধৰণৰ বাসস্থানৰ লগত খাপ খোৱা বা তাৰ জেউতি চৰোৱা "লেণ্ডস্কে'প" ৰচনা ব্ৰিটিছ শাসকশ্ৰেণীৰ এক আদৰণীয় পৰম্পৰা। দুই-চাৰিজন অসমীয়া মানুহে ব্ৰিটিছৰ পৰা এই গুণ আয়ত্ত কৰিলেও সাধাৰণভাবে আমি ব্ৰিটিছৰ পৰা এইখিনি কথা নিশিকিলোঁ, যেনেকৈ নিশিকিলোঁ তাহানিৰ ব্ৰিটিছ বিষয়াৰ কৰ্ত্তব্যনিষ্ঠা। সেয়ে যিমানেই পৌৰ প্ৰশাসন আমাৰ মানুহৰ হাতলৈ আহিল, সিমানেই উন্নয়নৰ নামত গছ-বন কাটি তহিলং কৰাৰ তথা পৰিবেশ ধ্বংস কৰাৰ ধুম উঠিল। চাৰিওপিনে মুকলি হৈ অহাৰ লগে লগে ধুমুহাৰ খুন্দা অৱশিষ্ট পুৰণি বিয়াগোম গছবোৰেও চম্ভালিব নোৱাৰি এজোপা-এজোপাকৈ বাগৰি পৰিল প্ৰবীণ, শ্ৰান্ত যোদ্ধাৰ দৰে। জেঠৰ খাওঁ-খাওঁ ৰ'দত বাটৰুৱাই ছাঁত জিৰাবলৈ গছ এজোপা নোহোৱা হ'ল। আৰু এতিয়াতো সকলো বস্তু বজাৰতে পায়, ফৰমাছ দিলেই ফুলৰ টাবৰ পৰা আৰম্ভ কৰি সকলো আহি যায়। নিজে একো চিন্তা নকৰিলেও চলে। নিজৰ ঘৰখন আটোমটোকাৰিকৈ সজাব পাৰিলে পৰিবেশৰ কথা কোনে আৰু ভাবে? যিকণ বাকী আছে তাকো চৰকাৰী ধন উপাৰ্জনৰ উপায়ত পৰিণত কৰা হ'ব ধৰিছে।

প্ৰকৃতিৰ সৌন্দৰ্য্যৰ কথা সচেতনভাবে মই ভবা হলোঁ প্ৰথমে সাহিত্যৰ কিতাপ পঢ়ি। ভাড়াঘৰে-ভাড়াঘৰে বগাই ফুৰোঁতে তেনে কথা ভবাৰ সুযোগ পৰিয়ালটোৱেও পোৱা নাছিল। আৰু ককাইদেউ-বাইদেউহঁতৰ তুলনাত ফুল-পাত আদিৰ প্ৰতি দেউতা আছিল সম্পূৰ্ণ উদাসীন। তেখেত অম্বিকাগিৰী ৰায়চৌধুৰিৰ দৰে বিশ্বাস কৰিছিল,

"প্ৰয়োজনৰ ভগবানেই পূৰ্ণ ভগবান", আৰু সেই ভগবানৰ সাধনাত ঘৰত কবি, মূলা, কলগছ, লাই-লফা শাকৰ খেতি, ছপে'টা আদি ফলবান গছৰ পুলি ৰোৱা আদিত আজৰি পালেই লাগি গৈছিল। কোৱা বাহুল্য, আমাৰ তেতিয়া প্ৰয়োজন সম্পৰ্কে ধাৰণা আছিল অস্পষ্ট। খেল-ধেমালি আৰু তামাছাতে সময় কটাব খোজোঁ। শিক্ষকৰ বেত আৰু ৰঙা চকুৰ ভয়তে শিক্ষাৰ প্ৰয়োজন ফেৰি পূৰণ কৰা হৈছিল। তাৰ বাহিৰে যেতিয়া লগৰ ল'ৰাবোৰে টাংগুটি, বেত-বল খেলি, চুৰকৈ চিনে'মা চাই, ব্ৰহ্মপুত্ৰৰ বালিত কাছকণী বিচাৰি আত্মহাৰা হৈ আছিল সেই সময়ত বাৰীৰ চেচুকত কোৰ-খন্তি লৈ, গোবৰৰ পাছি কঢ়িয়াই, শাকনিত পানী দি আমি যে জীৱনটো মাটি হোৱা বুলি ভাবিছিলোঁ, নক'লেও চলে।

দেউতাই কৰ্ত্তব্যত ইমান বেছি গুৰুত্ব দিছিল, ইমান উদ্বেগ আৰু ভক্তিৰে কৰ্ত্তব্য সমাধান কৰিছিল যে তাত আনন্দৰ ভাব মিহলি হ'লে বোধহয় পাপ হ'ব বুলিহে ভাবিছিল। এইটো বোধহয় দেউতাৰ প্ৰজন্মৰ এচাম মানুহৰে মনোভাব আছিল। সেইবাবেই আকৌ ৰাইজে তেওঁলোকৰ কামকাজত ফাকি কম পাইছিল, তেওঁলোকৰ সেৱাৰ পৰা বেছি উপকৃত হৈছিল। জীৱনৰ শেষকালছোৱাত দেউতাৰ মনোভাব সলনি হৈ আহে দুগৰাকীমান বন্ধু-বান্ধৱৰ সান্নিধ্যত আৰু মোৰ স্বৰ্গীয় ভনী ৰুমাৰ প্ৰভাৱত। সেই বন্ধুবৰ্গৰ এগৰাকী আছিল বৰপেটাৰ মহেন্দ্ৰ বৰুৱা, পিছলৈ বোধহয় "নিউ আৰ্ট প্লে'য়াৰ্ছ"ৰ পৃষ্ঠপোষক হৈছিল। তেখেতে এগৰাকী কৰ্মঠ আৰু বিচক্ষণ ব্যৱসায়ী আছিল। শিক্ষাবিভাগক কিবা কিবি যতন আৰু সৰঞ্জাম আদি যোগান দিয়া সূত্ৰে প্ৰথমে দেউতাৰ লগত চিনাকী হয়, পিছত আমাৰ ঘৰলৈ ঘনাই আহিবলৈ লৈছিল। তেখেতে ব্যৱসায়ৰ ফাঁকে ফাঁকে কিতাপপত্ৰ পঢ়িছিল, নানা বিষয়ে অনুসন্ধিৎসা প্ৰকাশ কৰিছিল, বুদ্ধিমান আৰু পৰ্য্যাবেক্ষণ শক্তি সম্পন্ন আছিল। দেউতাক তেখেতে ভালো পাইছিল। এবাৰ ফাকুৱাৰ সময়ত ("দৌল") তেখেত আহিল দেউতাৰ গাত ৰং দিবলৈ। ৰং দেখি দেউতা বিৰক্ত আৰু অধৈৰ্য্য হ'ল। কৈয়েই দিলে, **"I don't like such things"**। আহত কণ্ঠে বৰুৱাই দেউতাক বুজাইছিল, আহৰি সময়ত এনে নিৰ্দ্দোষ ধেমালিত কাৰো একো ক্ষতি নহয়, মন মুকলি হয়, ইত্যাদি। দেউতাই তেতিয়া বাধ্য ল'ৰাৰ দৰে গাত ৰং দিবলৈ দিলে।

বৰুৱাৰ এই দৃষ্টিভংগী দেউতাহঁতৰ কিয় নাছিল, মাজে মাজে ভাবোঁ। তেতিয়াৰ দিনত অসম কিয়, সমগ্ৰ ভাৰততে হোলি, দেৱালী আৰু উৎসৱ উপলক্ষে আনন্দৰ লগতে নিছা-ভাং খাই অসভ্যালিও বহুত কৰিছিল বহু লোকে। সেইবাবে উৎসৱ বুলিয়েই দেউতাহঁত সন্ত্ৰস্ত হৈছিল। আৰু এটা কাৰণ হ'ব পাৰে আহোম সকলৰ ঐতিহাসিক পৰম্পৰা। আহোম ৰাজত্ব মজবুত হৈ পৰাৰ লগে লগে সম্ভ্ৰান্ত আহোম বিলাক (সাতঘৰীয়া আহোম) ঘাইকৈ যুদ্ধবিগ্ৰহ আৰু প্ৰশাসনত নিমগ্ন হৈ পৰিছিল। কিবা গাফিলতি বা খুঁত ওলালেই ৰজাঘৰীয়া দাঁড়ৰ ভয়। সেয়ে শিল্প-সৌন্দৰ্য্যৰ চৰ্চা এনেবোৰ পৰিয়ালত কমি গৈছিল। গান শুনিবলৈ বা নাচ চাবলৈ হ'[illegible] বৃত্তিজীৱী গায়ক, নাচনী আদি আছে। সেইবোৰত নিজে হাত লগাই হাত "চুৱা" ক[illegible] কিয়!! ফলত সম্ভ্ৰান্ত, উচ্চবংশীয় আহোমৰ মাজত সুক[illegible] কলাৰ চৰ্চা কমি [illegible]হিছিল, আৰু তলৰ খাপৰ শ্ৰমজীৱী আহোমৰ মাজতহে শিল্পকলাৰ যৎসামান্য চৰ্চা আছিল। ইপিনে তাৰ বাবে সেইসকলৰ নাছিল অৱসৰ, নাছিল পৰ্যাপ্ত ধন। আমাৰ পৰিয়ালটো [illegible]নেই দাৰিদ্ৰ্যপীড়িত, তাতে বংশগত

পৰম্পৰাত বস্তুটো নাই। অলপ ডাঙৰ হোৱাৰ পিছত পৰিবেশৰ প্ৰভাৱত মই চুৰ্চুৰিয়াকৈ এনে কলাকৃষ্টিৰ প্ৰতি মনোযোগ দিছিলোঁ। অৱশ্যে বৰগোহাঁইৰ পৰিয়ালবোৰত লিখা পঢ়াৰ চৰ্চা যে কিছু আছিল টং কৰি চালে বুজিব পাৰি। স্বৰ্গীয় প্ৰদীপ চলিহাই এটা সাক্ষাৎকাৰত লিখিছিল যে তেখেতে নৃত্য শিক্ষাত মন দিয়াত শিৱসাগৰৰ সংবাদদাতাই "সাদিনীয়া অসমীয়া"ত খবৰ দিছিল যে এক সম্ভ্ৰান্ত বংশৰ সন্তানে "নাচনী হ'বলৈ মন মেলা"ত শিৱসাগৰৰ সমাজ ম্ৰিয়মান হৈছে।

প্ৰসংগক্ৰমে অপ্ৰিয় হোৱাৰ সম্ভাৱনা থকা সত্ত্বেও উল্লেখ কৰিব খোজোঁ যে সম্প্ৰতি সাতঘৰীয়া আহোমৰ মাজত বংশাৱলী প্ৰণয়নৰ ধুম উঠিছে। তাৰ জৰীয়তে ইতিহাসৰ সমল বিচৰা উচিত কামেই হৈছে। কিন্তু ডালপাত জোৰা দি উচ্চ বংশ উদ্ভাৱন কৰা চেষ্টাও কিছু হ'ব পাৰে। তদুপৰি বংশগত পৰম্পৰাৰ ফলত যিবোৰ আজিৰ যুগৰ বাবে ক্ষতিকৰ আৰু অশুভ অভ্যাস গঢ় লৈছে— শ্ৰম-বিমুখতা, অৰ্থহীন আত্মাভিমান, আৰু ওপৰত কোৱা কিছুমান ক্ষেত্ৰত শিক্ষাৰ অভাৱ— সেইবোৰ সম্পৰ্কেও সচেতন হোৱা ভাল।

প্ৰয়োজনৰ ভগৱানক আৰাধনা কৰোঁতে দেউতাই এবাৰ খোদাৰ ওপৰত খোদকাৰী কৰা এটা মহলৰ পৰা অবিস্মৰণীয় শিক্ষা পাইছিল। আমি তেতিয়া উজানবজাৰৰ থিয়েটাৰ হলৰ কাষৰ বলি মেধিৰ ভাড়াঘৰত থাকোঁ। পিছপিনৰ বাৰীত দেউতাই পুৰা গধূলি প্ৰাণান্তকৰ পৰিশ্ৰম কৰি ফুলকবি আৰু বন্ধাকবিৰ খেতি কৰিছিল। ঘৰৰ অভাৱো কিছু লাঘৱ হয়, আৰু সময়খিনিও দুশ্চিন্তাৰ পৰা মুক্ত হৈ কটাব পাৰি। ঘৰৰ সমুখতে আছিল গুৰু-গোঁসাই নমনা এদল কলেজীয়া ডেকাৰ মে'ছ। তেওঁলোকৰ প্ৰায় প্ৰত্যেকৰে গুৱাহাটীত নিজা ঘৰ আছিল, কিন্তু তেওঁলোকে ঘৰত থাকি ভাল নাপায়! ফাকুৱাৰ দিনা তেওঁলোকে মে'ছৰ সমুখত ডাঙৰ গাঁত এটা খান্দি পানী ঢালি খ'চি খ'চি বোকাপানী কৰে, আৰু বাটেদি কোনোবা গাত ৰং নলগা মানুহ কিবা জৰুৰী কামত ওলাই গ'লে পাকড়াও কৰি আনি গাঁতত পেলোৱাই নহয়, মূৰটো হেঁচি-হেঁচি বোকাপানীৰ তলত সুমুৱাই দিয়ে। মানুহজনে ঠেলি হেঁচি তৎ-ভৎ হেৰুৱাই মূৰটো উলিয়াই আনি উশাহ ল'বলৈই টপ্‌কৈ মুখত ৰসগোল্লা এটা সুমুৱাই দিয়ে। কোৱা বাহুল্য যে মানুহজনে তৰ্কিব পৰাৰ আগতেই ৰসগোল্লাই গৈ উদৰত স্থান লয়। এনেদৰে অভিনৱ আৰু অপ্ৰত্যাশিত মিষ্টান্ন ভোজনত ক্ষুব্ধ আৰু ক্ৰুদ্ধ হৈ মানুহজনে যদি তৰ্জন-গৰ্জন কৰে তেতিয়া সেই উদণ্ড ডেকাৰ বাঁহে কিৰিলি পাৰি হাত চাপৰিৰে তেওঁক সম্বৰ্দ্ধনা জনায়। ডেকাবিলাকৰ এনে মৌলিক প্ৰতিভাসম্পন্ন আমোদ-প্ৰমোদৰ

হুলস্থূল বেছি হ'লে দেউতা বাটলৈ ওলাই আহি থিয় দিয়ে, আৰু অলপ সময়ৰ পিছতে ঠাইখন নিজম পৰে।

কিন্তু ৰবীন্দ্রনাথৰ বন্দিত নবীনে ইমান সহজে হাৰ মানিবনে? এদিন কৰিলে কি, ৰাতি আমাৰ বাৰীৰ পূৰঠ হৈ অহা আটাইখিনি কবি চুৰ কৰি বাৰী লণ্ডভণ্ড কৰি গ'ল। মাৰি এডালত কাগজ এখন গাঁঠি থৈ গ'ল। তাত লিখা আছিলঃ

বাটি খালে আটি যায়।

লুকাই খালে ঢুকাই যায়।

দেউতাৰ অৱস্থা দেখি আমাৰে চকুপানী ওলাবলগীয়া অৱস্থা হৈছিল। যি নহওক ইয়াৰ বিৰুদ্ধে কাৰো ওচৰত ওজৰ-আপত্তি কৰা যে বৃথা, দেউতাৰ সেইকণ জ্ঞান আছিল। মে'ছৰ দুজনমান খটাসুৰে দেউতাক সাহ্ নাপালেও আমাক কৈছিল, "তোমালোকৰ ঘৰৰ ঘটনাটো শুনি বৰ বেয়া লাগিল, বুইছা? কি ক'বা, দিন কালেই এনেকুৱা!" এওঁলোকৰ কথা পিছত আৰু ওলাব।

প্রসংগৰ পৰা বহুত আঁতৰি আহিলোঁ। কৈছিলোঁ গুৱাহাটীৰ প্রাকৃতিক পৰিবেশৰ কথা, আৰু গুৱাহাটীবাসী ৰাইজৰ সেই সম্পৰ্কে নিৰ্লিপ্ততাৰ কথা। নিৰ্লিপ্তিৰ আন এটা কাৰণো থাকিব পাৰে। সেই সময়ত চহৰীয়া অসমীয়াও প্রকৃতিৰ কোলাতে নহ'লেও আঁঠুৰ কাষত আছিল। বোধহয় গছ বন দাঁতিকাষৰতে সদায় পোৱা বাবে শিল-ইটাৰ নাগৰিক মৰুভূমিত নপৰালৈকে মানুহে সচেতনভাবে তাৰ অভাৱ অনুভৱ নকৰে। আমি যেতিয়া কলিকতাত পঢ়ি আছিলোঁ, তেতিয়া ৰে'লেৰে ঘৰলৈ আহোঁতে বিহাৰৰ উষৰ আৰু ৰক্ষ দৃশ্যাবলীৰ পিছত অসমৰ শ্যামলিমা চকুত পৰিলে মন-প্ৰাণ জুৰ পৰিছিল।

কাৰণ যিয়েই নহওক, চহৰীয়া অসমীয়াৰো পিছলৈ ধাৰণা হৈছিল যে অসমত বন-জংঘল বেছি থকা বাবেই বাহিৰৰ মানুহে অসমীয়াক জংঘলী বুলি কয়। গছবন কাটি শেষ কৰাত বাধা নজন্মাৰ কাৰণ সেইটোও হ'ব পাৰে। কিন্তু আমাৰ সৰুকালত গুৱাহাটী আছিল চাৰিওপিনৰ দুৰ্দ্দমনীয়া প্রকৃতিৰ কবলৰ পৰা বহু কষ্টে উদ্ধাৰ কৰি মানৱসমাজ আৰু সভ্যতাৰ উপযোগীকৈ গঢ়ি তোলা এখন ঠাই। মঠ-মন্দিৰ, পুখুৰী আদিয়ে ইংগিত দিয়ে, কমপক্ষেও দুহেজাৰ বছৰ পূৰ্বেই বা তাৰো আগত চেষ্টাটো আৰম্ভ হৈছিল। কিন্তু প্রকৃতিয়েও সম্পূর্ণ হাৰ নামানি মনত বিদ্রোহ পুহি ৰখা প্ৰজাৰ দৰে শান্ত হৈ আছিল আৰু সুযোগ পালেই কৰাল মূৰ্ত্তি ধৰি দেখুৱাইছিল।

গুৱাহাটীৰ দাঁতি কাষৰীয়া অঞ্চলবোৰত সেই কথা বেছিকৈ অনুভৱ হৈছিল। আজি কামাখ্যা মহানগৰীৰ মাজতে, তেতিয়া ক'বলৈ গ'লে গুৱাহাটীৰ পশ্চিম

সীমা। ওপৰলৈ মটৰেৰে উঠাৰ ৰাস্তা নাই। "মেখেলা উজোৱা" বাটেৰে শিলৰ খটখটিৰে উঠি যাব লাগে। ঘোঁৰাবাগীৰে পাহাৰৰ নামনিলৈ— তাৰ পিছত মেখেলা উজোৱা বাট। বাটটোৰ দুয়োকাষে ঘন বননিৰ চন্দ্ৰতাপ, প্ৰায়ে সেমেকা হৈ থকা শিলবোৰত ভৰি পিছল খাব পাৰে। কিন্তু প্ৰকৃতিৰ প্ৰতি সেই বাটছোৱাই ভক্তিৰ লগতে কিছু ভয়ৰো জন্ম দিছিল। চান্দমাৰিৰ পাহাৰ কেইটাত কেতিয়াবা বাঘ ওলাইছিল। আমাৰ ঘৰত গৰু আছিল। কেতিয়াবা ৰাতিপুৱা গোহালিৰ চাৰিওপিনে বাঘৰ খোজৰ সাঁচ দেখা পাইছিলোঁ। নাহৰফুটুকী বাঘ— ঢেকীয়াপতীয়া সাধাৰণতে লোকালয়লৈ নাহে।

আমাৰ নিজৰাপাৰৰ (তাহানিৰ "পেঞ্চনপাৰা") ঘৰৰ পৰা অলপ দূৰত থাকে অধ্যাপক চন্দ্ৰ কলিতা। তেখেতৰ জীৱনযাত্ৰা আমাৰ চহৰীয়া মধ্যবিত্তৰ সংস্কৃতিৰ বিৰুদ্ধে মূৰ্তিমান বিদ্ৰোহ। ৰাতিপুৱা বেলি নোলাওঁতেই কান্ধত নাঙল লৈ পথাৰলৈ যায়। পথাৰৰ পৰা উভতি গা-পা ধুই, ভাত পানী খাই কলেজলৈ যায়। ইংৰাজীৰ অধ্যাপক, কিন্তু ইংৰাজী সাহিত্যত বিশেষ আগ্ৰহ নাছিল। কিন্তু নিশা ১৫/২০ মাইল বাট খোজ কাঢ়ি গৈ ভাগৱত শাস্ত্ৰৰ ব্যাখ্যা কৰি নামঘৰৰ শ্ৰোতাক মুগ্ধ কৰে। কেউটি সন্তান সচ্চৰিত্ৰ, মেধাবী আৰু পৰিশ্ৰমী। এগৰাকী জীয়ৰী উৰ্বশী মোৰ সহপাঠী আছিল, তেওঁ তেজস্বী, স্পষ্টবাদী আছিল। দ্বিতীয় পুত্ৰ ৰাজেন বৰাই আমেৰিকাৰ **New York Herald Tribune** এ বিশ্বজুৰি ছাত্ৰৰ মাজত পতা ৰচনা প্ৰতিযোগিতাত ভাৰতৰ ভিতৰতে প্ৰথম হৈ কলেজৰ (উচ্চতৰ মাধ্যমিক স্তৰৰ) প্ৰথম বৰ্ষতে আমেৰিকা ভ্ৰমণৰ সুযোগ পাইছিল। অসম জুৰি চাঞ্চল্য সৃষ্টি কৰা এই ঘটনাত কলেজিয়েট স্কুলৰ শিক্ষকসকল কেনে গৰ্বিত হৈছিল আমাৰ এতিয়াও মনত আছে। বেংকৰ বিষয়া ৰূপে অৱসৰ লোৱা সৰু মাজু পুতেক দৰ্প বৰা আছিল আমাৰ খেলৰ লগৰীয়া।

এই চন্দ্ৰ কলিতা ছাৰে হেৰোৱা গৰু বিচাৰি গৰখীয়া ল'ৰাৰ দৰে হাঁতত এচাৰি আৰু পিন্ধনত আঠুমুৰীয়া চুৰিয়াৰে বনজংঘল, পথাৰ-সমাৰ ভ্ৰমি ফুৰিছিল কেতিয়াবা। এদিন তেনে বেশতে ক'ৰবাৰ পৰা আহি আমাৰ পদূলিমুখতে হৈ উত্তেজিত কণ্ঠে চিএঞৰিলে "বাঘ, বাঘ!" দেউতাই বেগাই ওলাই গৈ সুধিলে, "ক'ত দেখিলে?" "সৌ খিনিতে, গোহাঁইদেউ, ভৈৰা গছৰ কাষত।" (সেই ঠাইত এতিয়া লেখজোখ নোহোৱা ঘৰ।') দেউতাই লেম বা টৰ্চ এটা লগত নিবলৈ অনুৰোধ কৰিলে। পিছে কাৰো কথা নুশুনি সেই এন্ধাৰ পৰত বিজুলী পোহৰ নথকা বাটেৰে লেম-চাকি এটা নোহোৱাকৈ কলিতা ছাৰ ঘৰলৈ উভতি গ'ল। দুঃসাহসী চন্দ্ৰ কলিতা ছাৰ।

আমাৰ উজানবজাৰৰ দ্বিতীয় ভাড়াঘৰটোৰ পিছফালে আৰু ৰে'ল লাইনৰ পশ্চিমফালে এখন ফুটুকানি আছিল। তাত প্ৰতিদিন ৰাতি শিয়ালৰ মেল বহে। প্ৰথমতে ঘোষাৰ দৰে পাঠক শিয়াল এটাই লগাই দিয়ে, পিছত দুই এটাকৈ বুজন বয়স পোৱা শৰণ লোৱা শিয়ালে তাৰ লগত যোগ দি ৰাগ টানে। ক্ৰমে ক্লাইমেক্সৰ পিনে সেই সংগীত উধাবলৈ ধৰে। তেতিয়া সকলোৱে যোগ দিয়ে। বেৰসিক মানুহে শিলগুটি মাৰি বা হাই-হুই লগাই নেখেদিলে দক্ষ সংগীতজ্ঞৰ দৰে শিয়ালবোৰে সংকীৰ্ত্তনৰ স্বৰবোৰ ক্ৰমে নমাই আনি শৃংখলাৰে নাম সামৰে। পোৱালিবোৰে অৱশ্যে তেতিয়াও আধামিনিটমান খেক্ খেক্ কৈ সংগীতপ্ৰীতি প্ৰকাশ কৰে। এদিন খিৰিকিৰে চাওঁতে মই স্পষ্টকৈ জোনাকৰ পোহৰত দেখিলোঁ এটা প্ৰকাণ্ড বুঢ়া শিয়ালে ঘোষা টানিছে। তাৰ তিনিওকাষে অৰ্দ্ধবৃত্তাকাৰ দুটা শাৰীত ভকত বা শিষ্য বিলাক। মুখবিলাক ওপৰলৈ তোলা— যেন জোনটোৰ প্ৰতিহে ভক্তি নিবেদন কৰিছে।

এই শিয়ালভকত সকলৰ ধৰ্মাচাৰৰ সবিশেষ জানিবলৈ সৰুতে মোৰ বৰ কৌতূহল আছিল। ইপিনে কামোৰে বুলি ভয়ো লাগে। দুৰাতিমান সংকীৰ্ত্তনৰ সময়তে জোপোহাৰ আঁৰত জোপো লৈছিলোঁ। সিহঁতে অদূৰত খচ্‌মচাই থকা শব্দও শুনিছিলোঁ। কিন্তু সেইদিনাখন ৰাতি ভকতসকলে দেখা নিদিলে আৰু নাম নধৰিলে। হয়তো ৰাতিখোৱা সম্প্ৰদায়ৰ দৰে শিয়াল-সাধু সকলেও অযোগ্যজনক গুপুত ধৰ্মকথা জানিবলৈ দিব নোখোজে।

বিহুৰ আগে আগে ঢেঁকী নাপালে কাঠৰ উৰালত চাউল খুন্দি বিধে-বিধে পিঠাপনা ভাজিছিল আই আৰু বাইদেউহঁতে। শিয়ালভকতে কেনেবাকৈ কথাটো কম পায়, আৰু দুৱাৰ খোলা পালেই সাউৎকৰে সোমাই পাছিৰে সৈতে পিঠা লৈ উধাও হয়। বেছিভাগ ঘৰৰ বেৰেই তেতিয়া আছিল ইকৰাৰ ওপৰত মাটি লেপি চূণ দিয়া বেৰৰ ঘৰ। আঁচুৰি-আঁচুৰি তেনে বেৰত ফুটা কৰিও পাকঘৰৰ পৰা পিঠা চুৰ কৰে। এবাৰ তেনেকৈ আইহঁতে কষ্টকৈ বনোৱা দুপাছি পিঠা চোৰ কৰাত ভাইটি, মই আৰু চুবুৰিৰ সমনীয়া দুটামান ল'ৰাই চোৰ ধৰা পেলাবলৈ মনস্থিৰ কৰিলোঁ। ইতিমধ্যে দুপাছিকৈ পিঠা চোৰ কৰি আত্মগৰ্বত ভোগা শিয়ালে ভাবিলে যে অঞ্চলটোৰ শান্তিৰক্ষক তথা আৰক্ষী ভদ্ৰ আৰু শান্তিপ্ৰিয়। সেয়ে এটা মৰসাহিয়াল শিয়ালে ৰাতিপুৱাতে পাকঘৰৰ পিছফালে চোপ দি বৈ আছিল। কেনেবাকৈ আমাৰ চকুত পৰিল আৰু এবাঁহ ল'ৰাই হাতত টাঙোন-টোকোন যেয়ে যি পাবোঁ লৈ পৰম বিক্ৰমে শিয়ালটোৰ পশ্চাদ্ধাৱন কৰিলোঁ। উৎসাহৰ জোৰত প্ৰাণৰ ভয়ত পলোৱা শিয়ালটো আমি প্ৰায় ধৰোঁ-ধৰোঁ। শিয়ালে তেতিয়া

পশু হাস্পতালৰ এঢলীয়া টিলা এটাৰ ওপৰলৈ নেজ থিয়কৈ চেকুৰ মেলিলে। আমিও দুগুণবেগে সেই দিশে টিলাটোৰ ওপৰলৈ শিয়ালৰ পিছে পিছে খেদা দিলোঁ। শিয়ালটোৰ গাত হাত দিব পৰা হওঁতে হঠাতে সি আমাৰ পিনে মুৰ ঘুৰাই বৈ দিলে। কিন্তু আমি ক'ত ধৰিম বা মাৰিম, বেগ সামৰিব নোৱাৰি তাৰ গাৰ ওপৰেৰে পাৰ হৈ তাৰ পিছপিনে থকা টিলাৰ সিফালৰ ঢালটোৰে চিৎ-ভোলোণ্ডা খাই ৬/৭ পাক বাগৰি বাগৰি একেবাৰে নামনি পালোঁহি। গাৰ ধূলি জোঁকাৰি আকৌ থিয় হওঁ মানে বহু দূৰত শিয়ালটোৱে দৌৰি পলোৱা দেখা পালোঁ। ইমান দূৰত, যে তাক এটা মেকুৰি পোৱালীৰ সমান যেন লাগিছিল। শিয়ালটোৱে আমাক টিলাটোৰ ওপৰলৈ এনে এঠাইলৈ দৌৰাই নিছিল যাতে বেগ সামৰিব নোৱাৰি আমি বাগৰি পৰোঁ। শিয়ালৰ বুধি আৰু শিয়াল বাগিৰ লগত আমাৰ প্ৰত্যক্ষ পৰিচয় ঘটিল। পিছে সাম্প্ৰতিক কালৰ কিছুমান মানুহৰ আগত শিয়ালেও হাৰ মানিব লাগিব বুলিলেহে মাত্ৰাবোধ ৰক্ষা কৰা হ'ব।

তেতিয়া উমানন্দলৈ সাধাৰণতে শিৱৰাত্ৰিৰ সময়তহে মানুহ গৈছিল। চহৰৰ পৰা দূৰত বিস্তীৰ্ণ জলৰাশিৰ মাজত ডাঠ সেউজীয়া মাজুলিটো আমাৰ বাল্যস্মৃতিত ৰহস্যময়েই আছিল। তাৰ পুৰোহিত সকলো তেতিয়া ইমান বেছি টকাৰ মোহত পৰা নাছিল যে তাৰ শিৱদ'লক বৈষ্ণৱ ৰূপ দিবলৈ হনুমানৰ মন্দিৰ সাজিবলৈ দিলেহেঁতেন। মাজুলিটোৰ চাৰিওপিনে থকা ভয়ংকৰ চাকনৈয়া কিটা মটৰ লাঞ্চত উঠি ফুৰা মানুহৰ চকুতে পৰে। কিন্তু নাৱেই যেতিয়া সাৰথি আছিল, তেতিয়া এই চাকনৈয়া কেইটাই মাজুলিটোক নিৰ্লজ বেদখলকাৰীৰ পৰা ৰক্ষা কৰিছিল। আৰু ৰক্ষা কৰিছিল তাত থকা হলৌ বান্দৰৰ দুটামান ফৈদক। তাৰ পৰা গুৱাহাটীলৈ বিজুলিৰ তাঁৰ আছিল। তাতে বগাই ওলমি ওলমি নদীৰ মাজ মানলৈকে আহিছিল হলৌ বান্দৰবোৰ কেতিয়াবা। সিহঁতে নেতাৰ নেতৃত্ব অনুসৰণ কৰি ক্ৰমবৰ্দ্ধমান দ্ৰুত তালত যি কোৰাছ বা বৃন্দগান পৰিবেশন কৰিছিল, সন্ধিয়া পৰত আমি তাক উপভোগ কৰিছিলোঁ। সিহঁতে বৈ দিলে আমিও এইপাৰৰ পৰা "হু-কৌ—হু-কৌ" বুলি চিঞৰোঁ, আৰু প্ৰতিযোগিতাৰ ভাবত তৎক্ষণাৎ সিহঁতে পুনৰ কোলাহল কৰি বহুপৰলৈকে বতাহ গৰম কৰি ৰাখে। অপৰাজেয় তাৰ্কিকৰ দৰে।

ব্ৰহ্মপুত্ৰৰ পাৰত থিয় দিলে দূৰত দেখা যায় বুৰ মাৰি যোৱা অসংখ্য শিহুৰ ধেনুভিৰীয়া ক'লাচানেকীয়া শৰীৰ। কেতিয়াবা জাপ মাৰি পানীৰ ওপৰলৈ উঠি আহে, বেছিভাগ সময় আধা পানীৰ মাজত থাকে। সিহঁতৰ যে খুব ফুৰ্তি লাগিছিল, দেখিলেই মনলৈ তেনে ভাব আহিছিল। কাচিৎ কেতিয়াবা বাৰিষা বহু দূৰৰ পৰা লুইতৰ গম্ভীৰ বহল বুকুত, প্ৰবহমান বিস্তীৰ্ণ জলৰাশিৰ মাজত দেখোঁ দুটা চকু,

নাকৰ এছোৱা আৰু কৰতৰ দৰে পিঠিৰ এছোৱা উলিয়াই উঠি গৈ থকা ঘঁৰিয়াল।

এবাৰ অতুল হাজৰিকা ছাৰৰ লগত উত্তৰ গুৱাহাটীত মিটিং গাই নাৱেৰে উভতি আহিছিলোঁ। তেতিয়াও "দেশৰ শত্ৰু কমিউনিষ্ট" বুলি ছাৰে আমাক নেওচা দিয়া নাছিল। দুভাৰ্গ্যৰ কথা যে মোৰ অন্তৰত তেখেতসকলৰ প্ৰতি শ্ৰদ্ধাভক্তি অটুট থকা সত্ত্বেও বহুকেইজন প্ৰাক্তন শিক্ষাগুৰুৱে অধঃপাতে যোৱা বুলি মোক মাতবোল কৰা বন্ধ কৰিছিল। ১৯৭০ চনত সেই অৱস্থা হোৱা নাছিল। সেই সময়ৰ কথা। নিবিড়, প্ৰশান্ত সন্ধিয়াৰ ছুঁই নদীৰ পানীৰ লগতে আমাৰ চেতনালৈকো যেন সোমাই আহিছিল। হাজৰিকা ছাৰ হঠাতে গহীন, বিষাদজড়িত কণ্ঠেৰে অতীত বিচৰণত নিমগ্ন হৈছিল। কৈছিল তেখেতৰ এজন পূৰ্বপুৰুষে মানৰ পৰা দেশৰক্ষা কৰিবলৈ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱক দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰি মনৰ দুখত নাৱৰ পৰা জপিয়াই ব্ৰহ্মপুত্ৰৰ পানীত প্ৰাণ বিসৰ্জন দিছিল। আৰু কৈছিল কিছুকাল আগৰ গুৱাহাটীৰ কথা। চহৰত ৰাতি কাউৰীবোৰ থকা নাছিল আগতো। গধূলি হ'লে লাহে লাহে পাখি মাৰি দল বান্ধি নৈৰ ওপৰেৰে উৰি সিপাৰৰ গছবোৰত আশ্ৰয় লৈছিল। ল'ৰা-ছোৱালীবোৰে উলাহেৰে গাইছিলঃ

কাউৰী গ'ল,
গধূলি হ'ল।

মোৰ নিজৰো তেনে দৃশ্য সৰুতে গুৱাহাটীত দেখা মনত পৰে। হাজৰিকা ছাৰৰ মতে তেতিয়া (১৯৭০ চনত) কাউৰীবোৰে গুৱাহাটীতে ৰাত্ৰিযাপন কৰা হ'ল। ৰাতি পুৱাৰ আগতেই কেতিয়াবা ৰাস্তাৰ বিজুলি চাকিৰ পোহৰকে ৰাতিপুৱাৰ লক্ষণ বুলি ভাবি কা-কা কৰি উঠে। হাজৰিকা ছাৰ পিতৃদেৱৰ বয়সৰ। অতীতৰ তুলনাত বৰ্তমান কালত দেখা বিসংগতিয়ে তেখেতক যিদৰে বিৰক্ত আৰু বিষন্ন কৰিছিল, মোৰো কেতিয়াবা মনত তেনে ভাব হয়। পিছত ভাবোঁ, হাজৰিকা ছাৰহঁতক বিৰক্ত কৰা সময়খিনিতে মই গুৱাহাটীত ডাঙৰ-দীঘল হ'লোঁ কোনো আমনি নোপোৱাকৈ। সময়ৰ অনুভৱ বিভিন্ন প্ৰজন্মৰ বাবে বেলেগ বেলেগ।

চৰাই-চৃকটিৰ ভিতৰত গধূলি উৰি যোৱা বগলীবোৰৰ বাহিৰে গুৱাহাটীৰ গছবোৰত বেছিকৈ শুনিছিলোঁ কপৌ চৰাইৰ বিষাদবিধুৰ ৰুণ, যেন হেৰোৱা সংগিনীক বিচাৰি আকুল কণ্ঠে জগৎখনকে তাৰ ব্যথা জনাই দিব, আৰু হেতুলুকাৰ অবিশ্ৰান্ত আৰু একেসুৰীয়া স্বৰসাধনা। কেতিয়াবা আকাশৰ এভাগ সেউজীয়া কৰি উৰি গৈছিল এজাক ভাটৌ চৰাই। কিন্তু মই ইমান প্ৰকৃতিপ্ৰেমী নাছিলোঁ যে সৰু সৰু চৰাই-চৃকটি চাই মন্ত্ৰমুগ্ধ হৈ থাকিম। মোৰ মনত পৰে গহীন গহীন খোজেৰে বিশিষ্ট আমোলা বা অধ্যাপকৰ দৰে মুকলি ঠাইবোৰত ঘূৰি

ফুৰা প্ৰকাণ্ড মানুহটোৰ সমান বৰটোকোলাবোৰ। (আঞ্চলিক নাম হাড়গিলা)। গৰু মৰিলে কুৎসিত চেহেৰাৰ শগুণ বিলাকৰ মাজতে ওখ, ডাঙৰ, ৰাজকীয় চেহেৰা আৰু খোজকাটলেৰে চ'ৰি থকা ৰঙা টোটোলা থকা ডিঙি আৰু বিচিত্ৰ ৰঙৰ পাখিৰ ৰজাশগুণ বোৰ। ৰজা শগুণ মাটিত পৰিলে বাকীবোৰ শগুণে স-সম্ভ্ৰমে বাট এৰি দিয়ে। ৰজাশগুণে দুই এখোঁট মাৰি উঠি যায়। এতিয়া ৰজা শগুণৰ বংশই লুপ্ত হ'ল আৰু সাধাৰণ শগুণো বোলে বিলুপ্তিৰ পথত।

গধূলি-গধূলি আমাৰ পশু হাস্পতালৰ ঘৰটোৰ ওচৰত সদায় দহিকতৰা চৰাই কাষতে দেখিছিলো। দহিকতৰা শালিকাৰ দৰে নহ'লেও মানুহলৈ বৰ ভয়-সংকোচ নকৰে। ওস্তাদৰ দৰে গলা আৰু পেট ফুলাই চেঁ-চেঁকৈ কৰ্কশ মাত উলিওৱা দেখি মই প্ৰায়েই ভাবিছিলো বিহগী কবিয়ে দহিকতৰাৰ গীতত এনে কি যাদু বিচাৰি পালে? (কবিতাটো নপঢ়িলেও সৰুতেই তাৰ বিষয়ে শুনিছিলোঁ।) নিজৰাপাৰলৈ আহিহে দহিকতৰাৰ আচল গীত প্ৰথম শুনিলোঁ। সঁচাকৈয়ে অদ্ভুত মিঠা আৰু মোহলগা সুৰ।

কুলি চৰাইৰ বিষয়ে ৱাৰ্ড্‌ছৱাৰ্থে কিয় ইমান ৰহস্যৰ জাল তৰিছিল (**"O Cuckoo, Shall I Call Thee Bird,/ Or But a Wandering Voice"** আদি) কৈশোৰত বুজি নাপাইছিলোঁ। বিলাতলৈ গৈহে তাৰ বননিত আচল **Cuckoo** ৰ মাত শুনিলোঁ। সঁচাকৈ ঘন বননিৰ মাজত অদৃশ্য হৈ ভ্ৰমি ফুৰা কণ্ঠৰ দৰে। আমাৰ দেশত যাক আমি **Cuckoo** বোলোঁ, সেইটো 'কোয়ে'ল'। অনবৰতে অসমীয়া চিনে'মাৰ দৰে প্ৰেম-প্ৰেম কৈ চিঞৰি থকা বাবে ইংৰাজ বিলাকে তাৰ নাম দিছিল **Brain Fever Bird** !!!

অকণমান ঠাইতে সৰু ফুল গছৰ ডালত তেতিয়া মৌপিয়া চৰায়ে নাওমান বাঁহ সজা দেখিছিলোঁ। মতা চৰাইটোৰ ঘন নীলা দেহটি আৰু দীঘল লাহী ঠোঁট দেখি বৰ ভাল লাগিছিল। এবাৰ কুমাৰণি পোকৰ বাঁহৰ দৰে সৰু বাঁহ এটাত মই ফুট্‌ফুটিয়া ৰঙচুৰা দুটা কণীও দেখিছিলোঁ।

কলগছত "কোক্‌লোং, কোক্‌লোং' কৈ গলগলীয়া মাতেৰে মতা চিত্ৰবিচিত্ৰ কাউৰিৰ সমান ডাঙৰ চৰাই এবিধ প্ৰায়েই দেখিছিলোঁ। কেঁচু বিচাৰি ছিল নেকি, নাজানোঁ। নিজৰাপাৰত দেখনীয়াৰ ফিচাৰে কিচকিচিয়া ক'লা ফেঁচু চৰায়ে আকাশত খেলা দেখুৱাই ফড়িং আৰু উঁই পৰুৱা ধৰাই আমাক চমৎকৃত কৰিছিল।

হাবিবনভৰা পাহাৰ পৰ্বত কাষত থকা বাবে সাপ বেং প্ৰচুৰ ওলাইছিল। আনকি পিঠিত ৰূপালী আঁচ (লগুণ!) আৰু সোণালী চামৰাৰে আঠ-ন ইঞ্চিমান দীঘল বামুণী ভোকোলাও ওলাইছিল। বহুদূৰ জপিয়াব পৰা পাতবেঙো আছিল

বিচিত্ৰ চেহেৰাৰ— কাৰো মূৰ চিএগ্ৰা, কাৰো মূৰ ডাঙৰ। পাতবেঙে কামুৰিলে বিহ ঢালে বুলি এটা অন্ধবিশ্বাস আছিল। এবাৰ এজন দুৰ্দ্ধৰ্ষ দাৰোগাৰ ঘৰত গধূলি গৈ দেখিছিলোঁ যে প্ৰকাণ্ড চেহেৰাৰ দাৰোগাজন আৰু তেওঁৰ সৰু পুতেকে বাথৰুমত দুৱাৰ মাৰি আশ্ৰয় লৈছে তাৰ পৰাই প্ৰাণটাকি 'মাৰা! মাৰা!!" বুলি চিঞৰি উৎসাহ দিছে, আৰু তেওঁৰ ক্ষীণমিন-চুটি-চাপৰ পৰিবাৰে হাতত বাঢ়নি লৈ কেউপিনে জপিয়াই ফুৰা সৰু পাত-বেং এটা মাৰিবলৈ বীৰাংগনাৰ দৰে চেষ্টা কৰিছে।

বেং-ভেকুলিৰ প্ৰতি কিয় জানো মোৰ মনত বিজাতীয় বিৰাগ আছিল। দেখিলেই আঁতৰিছিলোঁ বা মাৰি পেলাইছিলোঁ। জন্মেজয়ৰ সৰ্পমেধৰ দৰে মোৰ এই নিষ্ঠুৰ ভেক-বধ যজ্ঞৰ ওৰ পৰিছিল সেইদিনা, যিদিনা মোৰ আয়ে সকৰুণ কণ্ঠে বাধা দিছিল সেই বলিদান বন্ধ কৰিবলৈ। আনহাতে মোৰ সাপৰ ভয় বিশেষ নাছিল। অলপ দূৰৰ পৰা চাই ভালেই পাইছিলোঁ।

সেইকালত ৰান্ধনীশালত কেৰাচিন তেলৰ চাকি জ্বলোৱাহে নিয়ম আছিল। ৰান্ধনীশালবোৰ (মানে পাকঘৰ) কিছু এন্ধাৰ আছিল। গেছৰ দিন হোৱা নাই। গাঁৱলীয়া ধৰণে লিপামছা উধান আৰু তাৰ ওপৰত ধোঁৱাচাং। আবেলি চাৰিমান বজাত মোৰ ওপৰৰ বাইদেউগৰাকীয়ে কেৰাচিনৰ চাকি লৈ ৰান্ধনীশালত সোমাই দেখিলে চিলিঙৰ পৰা মস্ত ৰছি এডাল ওলমি আছে। কিয়নো ৰছিডাল ওলমি আছে বুলি হাত দি চাওঁতে বৰ চেঁচা পালে, ৰছি ডালো পাক খাই উঠিল, তাৰ পৰা তেওঁ দুটা চকু দেখা পালে। চাকি-টাকি দ'লিয়াই "আই ঔ, সাপ ঔ!" বুলি লৰ মাৰি বাহিৰ ওলাল। কঁপনিত মুখৰ মাতেই নোলাইছিল। হুৱাদুৱা শুনি মুহূৰ্ত্তে চুবুৰীয়া-বাটৰুৱা গোট খালে। দুঃসাহসী দুজনমান ডেকাই খিৰিকিৰে ভুমুকি মাৰি ঠিৰাং কৰিলে জলপহীয়া (অজগৰ) সাপ বুলি। এজন দেছুৱালী, ডাঙৰ ককাইদেউ, আৰু বোধহয় ধীৰেশ্বৰ কলিতাৰ ভায়েক গদা কলিতাই যাঠি-জোং লৈ খিৰিকিৰেই তাক হানি-খুচি মাৰিবলৈ চেষ্টা কৰিলে। কোনোবা টলকত সি বাহিৰ ওলাল আৰু প্ৰচণ্ড বেগেৰে আমাৰ বন কৰা ল'ৰা হৰকান্তক ৰান্ধনী ঘৰটোৰ চাৰিওপিনে তিনিবাৰ মান খেদিলে, হৰকান্ত কথমপি ৰক্ষা পৰিল। অৱশেষত কোনোবা এজনে বন্দুক এটা আনি গুলীয়াই সাপটোৰ মূৰ ঠেতেলা কৰিলে। দীঘে ন ফুটমান দীঘল সাপটোৰ মৃতদেহ জীৱিতাৱস্থাতকৈও শকত যেন দেখা গৈছিল।

সাপৰ চামৰাৰ জোতা ভাল হয় বুলি তেতিয়া এটা ধাৰণা আছিল। অন্ততঃ জক্‌মকীয়া হয়। মৃত সাপটোৰ লগে লগে ছাল বখলিয়াই শৰীৰটো পুতি পেলোৱা হ'ল। কিন্তু তাৰ কলিজাটোৱে তেতিয়াও কমাৰভাটিৰ দৰে উঠা-নমা কৰি থকা

দেখি ককাইদেউহঁতে এটা এলুমিনিয়ামৰ চ'ৰিয়াত থৈ দিলে। দুদিন পিছতো কলিজাৰ স্পন্দন বন্ধ হোৱা নাছিল, অৱশ্যে প্রতিটো উঠানমাৰ পিছৰ উঠানমাটোলৈ সময়ৰ ব্যৱধান বাঢ়ি গৈছিল। কথাটোৱে মোক বিস্ময়ত অভিভূত কৰিছিল। মই কল্পনা কৰিছিলোঁ ৰাতি সাপটো পুতি থোৱা গাঁতটোৰ পৰা ওলাই আহি চ'ৰিয়াটোৰ চাৰিওপিনে ঘূৰি ফুৰিছে।

সেই ঘটনাৰ বহুবছৰৰ পিছত তেনেকুৱা আৰু এটা সাপ দেখিছিলোঁ এতিয়া নৱগিৰি পথ নামে জনাজাত শিলপুখুৰীৰ পৰা চেনিকুঠিলৈ পাহাৰৰ কাষেদি যোৱা বাটৰ কাষত। সেই সময়ত তাত পাহাৰৰ নামনিতে ঘৰ সাজি থকা ১৫/২০ ঘৰ মানুহ আছিল। ওপৰৰ পিনে হাবি। সেই পিনেৰে বাট চমু হয় বাবে আমি নিজৰাপাৰৰ পৰা কলে'জিয়েট স্কুললৈ সেই বাটেৰেই খোজ কাঢ়ি অহা-যোৱা কৰিছিলোঁ। এদিন ত্রিবিউন প্রে'ছৰ পিছপিনেদি সেই বাটেৰে আহি থাকোঁতে অলপ দূৰত এজনী ছাগলীৰ করুণ বিননি শুনা পালোঁ। প্রথমতে কোনেও মন-কাণ দিয়া নাছিল। কিন্তু অলপ পিছত ছাগলী পোহা এগৰাকী তিৰুতাই চিঞৰা শুনিলোঁ ঃ "চা চোন চা ঐ, ছাগলীজনীয়ে এনেকৈ বেবাইছে কিয় ?" মানুহগৰাকীয়ে আতুৰ কণ্ঠস্বৰে আওকণীয়া ডেকাবোৰক হুৰমুৰাই য'ৰে বন ত'তে এৰি পাহাৰৰ অলপ ওপৰলৈ দৌৰি যাবলৈ বাধ্য কৰিলে। আমিও ক্লাছ টীচাৰৰ ৰঙা চকুৰ ভয় পাহৰি ডেকাবোৰৰ পিছে পিছে দে দৌৰ। গৈ দেখিলোঁ সাংঘাতিক কাণ্ড। মজলীয়া আকাৰৰ ছাগলী এজনী পিছপিনৰ পৰা এটা ডাঙৰ জালপহীয়া সাপে আধামান গিলি পেলাইছে, আৰু তাই পৰিত্রাহি চিঞৰ ধৰিছে। (**National Geographic** ত দেখা দৰে আগতে ছাগলীজনী চেপি মাৰি পিছত গিলি পেলোৱা নাছিল।)

ডেকাবোৰে সাপটো মাৰিবলৈ তৎক্ষণাৎ বুদ্ধি এটা উলিয়ালে। ওচৰৰে বাঁহ চুপাৰ পৰা বাঁহ কাটি আনি ছয় সাতডাল জোং উলিওৱা হ'ল আৰু ছয়সাতজন ডেকা ল'ৰাই সমান ব্যৱধানত সাপটোৰ গাৰ ওপৰত জোংবোৰ থৈ একে সময়তে দাৰ নালেৰে জোঙৰ ওপৰ মূৰত গজালৰ দৰে কোবাই মাটি দীঘলে-দীঘলে সাপটোক শালি পেলালে। সাপটো ছাগলী গিলাত এনে ব্যস্ত আছিল যে তাৰ প্রকাণ্ড শৰীৰ লৰচৰ নকৰাকৈ মাটিত পৰি আছিল। কিন্তু প্রথমবাৰ তাক শালিব খোজোঁতে হঠাতে নেজডালেৰে এনে জোঁকাৰ মাৰিলে যে নেজৰ কোব খাই সৰু সুৰা গছ এজোপা সশব্দে উঘালি গ'ল। মানুহৰ গাত লগা হ'লে হাড় চুচুৰ্মৈ হ'লহেঁতেন। দ্বিতীয় চেষ্টাতহে সাপটো শালিব পাৰিলে। এই সাপটো সৰুতে উজানবজাৰত দেখা সাপটোতকৈও ডাঙৰ আছিল। কিন্তু কিভাবে তাক সংকাৰ

কৰা হ'ল, আমি দেখা নাপালোঁ। স্কুল খ'তি কৰিব নোৱাৰি। ছাগলীটো বোধহয় মৰিল।

বনৰীয়া জীৱজন্তুৰ বিষয়ে এতিয়াৰ দৰে কৌতুহল আৰু পাপবোধ তেতিয়াৰ মানুহৰ মনত নাছিল। বন্যপ্ৰাণী সংৰক্ষণৰ ঢৌ তেতিয়া উঠা নাছিল। এয়াৰ'প্লে'ন, মেশ্বিন গান, ৰে'ডিঅ', মটৰ কাৰ, আদি যান্ত্ৰিক সৰঞ্জাম, যান-বাহন আদিতহে চহৰৰ মানুহৰ আগ্ৰহ বেছি আছিল। কেৱল উজানবজাৰৰ **City Studio** নামৰ ফটো ষ্টুডিয়' এখনৰ দুজন মালিকৰহে এই বিষয়ত ৰাপ দেখিছিলোঁ। (পিছত পৰাগ দাসৰ "বুধবাৰ"ৰ "মানুহৰ পৃথিৱী" শিতানৰ পৰা গম পাইছিলোঁ যে দুয়ো আছিল প্ৰচাৰবিমুখ স্বাধীনতা সংগ্ৰামী— বিশ্বনাথ নে জামুগুৰিহাটৰ পিনে মূল ঘৰ।) দুয়ো মাজে মাজে ফান্দত বনৰীয়া জন্তু ধৰি সঁজাত ভৰাই পুহিবলৈ চেষ্টা কৰিছিল। কিন্তু জন্তুবোৰো দুদিনৰ পিছত আৰু দেখা নগৈছিল। এবাৰ গাঁত বগা-ক'লা আঁচ থকা নেউলৰ দৰে মুখ কিন্তু কুকুৰৰ দৰে গা-গাৰি থকা দীঘলীয়া ধুনীয়া জন্তু দুটা ধৰিছিল। "মেচেকা" বুলি কোৱা শুনিছিলোঁ। তেওঁলোকৰ এটা পোহনীয়া উদ আছিল, আৰু তাক শিকলিৰে এৰাল দি ৰখা হৈছিল। কিন্তু সি মাহত এবাৰ মান এৰাল ছিঙি প্ৰাণটাকি ব্ৰহ্মপুত্ৰৰ পিনে লৰ মাৰিছিল, আৰু তাক ধৰিবলৈ মালিকৰ ঘৰৰ মানুহৰ বাহিৰেও বিৰাট সমদল এটাই নিঃস্বাৰ্থমনে পিছে-পিছে খেদা দিছিল, আৰু তাক ধৰি বিজয়গৰ্বে ঘূৰাই আনিছিল। কোৱা বাহুল্য, আমি সৰুবোৰেও এই অভিযানত অংশ গ্ৰহণ কৰিছিলোঁ।

গুৱাহাটীত আমাৰ পৰিয়ালটোৰ সৰ্বশেষ আৰু নিগাজী স্থিতি হ'ল নিজৰাপাৰত। সঁচাকৈ তাত এটা ধুনীয়া নিজৰা আছিল। খৰালি ফটিকৰ দৰে পৰিষ্কাৰ পানী আহিছিল। বাঁহ দুফালকৈ কাটি তাৰে পানীকল সাজি নিজৰাৰ পানী ধৰি স্থানীয় বড়ো ৰাইজে তাৰে গা ধুইছিল আৰু খোৱা পানী হিচাবে ব্যৱহাৰ কৰিছিল। পোনপ্ৰথমে আমিও তাৰ পানী খাইছিলোঁ আৰু তাত গা ধুইছিলোঁ। এতিয়া মনত পৰে, পিকনিক খাব পৰা ধুনীয়া ঠাই আছিল নিজৰাটো ভৈয়ামলৈ নামি অহা জাগা টুকুৰ। ডাঙৰ ডাঙৰ শিল আছিল ওচৰত। গা ধুবলৈ পাল পাতি মানুহে জিৰাইছিল তাত। স্বাস্থ্যৱতী বড়ো আৰু নেপালী জীয়ৰী-বোৱাৰীয়ে গা ধুবৰ সময়ত ওচৰৰ আবিয়ৈ ডেকাবোৰে মুখত নিস্পৃহ, উদাস ভাব সানি চাইছিল সেই দৃশ্য। পানী কিন্তু এতিয়াও বৈ আছে, কিন্তু নৰ্দমা এটাৰে।

নিজৰাটোৰ দৰে ডাঠ হাবি-বন, বিশেষকৈ বাঁহেৰে ঢাক খাই থকা পাহাৰবোৰৰ চেহেৰাও এতিয়া শ্ৰীহীন হ'ল। আমি কেতিয়াবা তিতা ফুল ছিঙিবলৈ আৰু ঢেঁকিয়া তুলিবলৈ পাহাৰ বগাইছিলোঁ। এদিন কাঁড় মাৰি এটা কপৌৰ বুকুত

লগাইছিলোঁ, তাৰ বুকুৰে তেজ বিৰিঙি উঠিলত হঠাতে মন দুখ আৰু বিষাদেৰে ভৰি পৰিল আৰু চৰাইৰ গালৈ কাঁড়, শিলগুটি নামাৰো বুলি শপত খালোঁ। কপৌ চৰাইটোৰ মুখত ফুটি উঠা বিস্ময়, উদ্বেগ, কষ্টৰ ভাবে মোক যেন কলিজালৈ কঁপাই দিলে।

ইতিমধ্যে সাহিত্য-চাহিত্য পঢ়ি অস্পষ্টভাবে মোৰ মনত "প্ৰকৃতি" সম্পৰ্কে ধাৰণা এটা উপজিছিল। ময়ো এজন "প্ৰকৃতিপ্ৰেমী" হৈ পৰিছিলোঁ। ঠিক ভেঁজাল ভাবপ্ৰৱণতাৰে নহয়। সঁচাকৈ অনুভৱ কৰিছিলোঁ শিল, বাতি দূৰৰ পৰা শুনা নিজৰাৰ পানীৰ কলকলনি, গম্ভীৰ পাহাৰবোৰ আৰু নিবিড় হাবিবনৰ মাজত আছে আমাতকৈ বেলেগ এবিধ জীৱন। মহৰ কামোৰ আৰু জোঁকৰ উৎপাতেও সেই জীৱনৰ পবিত্ৰতা বা মাহাত্ম্য সম্পৰ্কে মোৰ অনুভৱ টলাব পৰা নাছিল। দুটা মান অসফল গল্পও লিখিছিলোঁ সেই অনুভূতিৰে। সপোনত বনদেৱীয়ে আহি কৈছে, মোক আৰু আঘাত নকৰিবা, মোক শান্তিত থাকিবলৈ দিয়া, ইত্যাদি। তেতিয়া মই ক্লাছ ছেৱেন নে এ'ইটৰ ছাত্ৰ।

আমাৰ অন্যতম চুবুৰিয়া আছিল আজিৰ সাংবাদিকতাৰ অন্যতম শ্ৰেষ্ঠ প্ৰতিনিধি সতীশ কাকতীদেৱ। তেওঁক সহজসৰল, নিৰহংকাৰ, মৰমীয়াল মানুহ হিচাপে মোৰ মনত আছে। তেওঁৰ পুতেক দুনা (দিলীপ কাকতি) মোৰ খেলাৰ লগৰীয়া আছিল। কাকতিদেৱৰ দেউতাক দাঁড়িয়ে-গোঁফে ভোবোকাৰ। পুৰণা শিক্ষক হিচাবে দেউতাৰ বিশেষ সন্মান পাইছিল। কিন্তু গুৱাহাটীৰ মানুহ বিলাকৰ নাম হয়তো বয়সৰ দোষত পাহৰিছিল, আৰু বকুল তামুলিৰ (পৰৱৰ্ত্তী কালত নিৰুপমা বৰগোহাঞি হিচাবে খ্যাত) নাম সদায় "নকুল তামুলি" বুলি উচ্চাৰণ কৰি আমাক আমোদ দিছিল। ❑

# গছৰ তলৰ এন্ধাৰ

নগৰীয়া জীৱনৰ নানা খুন্দা-খুন্দলি, ঠেলা-হেঁচা, ক্লেদ আৰু গ্লানিয়েও পাহৰাই দিব নোৱাৰে যে তাহানিৰ তুলনাত আজি জীৱনৰ অৱকাশ অধিক প্ৰশস্ত, সম্ভাৱনা সমূহ অধিক বিচিত্ৰ। অন্ততঃ সঁজাৰ ভিতৰত নিৰুপায় বন্দিত্বৰ অনুভূতি সিমান সহিবলগীয়া নহয়— আশা আচলতে নাথাকিলেও আছে আশাৰ মোহিনী মায়া। অৱশ্যে এইটোও কিছু আশংকাৰে লক্ষ্য কৰিছোঁ যে এৰি থৈ অহা বুলি ভবা, চিৰবিদায় দিয়া বুলি ভবা অতীতৰ কেতবোৰ বস্তু কেৱল ছাঁৰ দৰে লগত লাগি অহাই নহয়, অচিনাকীজনৰ অবাঞ্ছিত অন্তৰংগতাৰ দৰে বিৰক্তিৰ উদ্ৰেক কৰিছে। এই যে পূজাপাতল, ভক্তিৰ নামত আদিম অন্ধবিশ্বাসবোৰ ঘূৰি আহিছে, সেইবোৰে নতুন এবিধ সঁজাৰ মাজলৈ আমাক ঠেলি দিয়া নাইনে ? পৰিবৰ্তনহীন সংকীৰ্ণ জীৱনৰ সৰু-সুৰা ঈৰ্ষা-দ্বেষবোৰেই দেখোন নতুন নতুন ৰূপত আমাৰ নাগৰিক জীৱনৰ গৌৰৱ ম্লান কৰি আনিছে, সৃষ্টিৰ সপোনবোৰ অকালতে মৰহা ফুলৰ দৰে সৰি পৰিছে ধূলিত। গছকত গুড়ি হৈ গৈছে তাৰ পাপৰিবোৰো।

বেজবৰুৱাই তাহানি খেদ কৰাৰ অতকাল পিছতো আমি প্ৰাণ খুলি হাঁহিব পৰা হৈছোঁনে ? ইজনে সিজনৰ সৃষ্টিৰ আনন্দত তৃপ্তি পাব পৰা হৈছোঁনে ? কিঞ্চিৎ হ'লেও সিদ্ধিলাভ কৰি উঠি আনৰ বিফলতা আৰু দুৰ্যোগৰ প্ৰতি কিছু মানবীয় সহানুভূতিৰে চকু দিব পৰা হৈছোঁনে ? মোৰ দেখোন সন্দেহ হয়।

আজিকালিৰ বিশেষ সামাজিক পৰিবেশ এনে কষ্টকৰ বা নিৰানন্দ, যে সি আমাক আত্মমুখী হ'বলৈ বাধ্য কৰিছে। চাৰিওপিনৰ পৰিবেশ ৰিক্ত হৈ পৰিছে নে আমাৰেই নিজকে খাপ খুৱাই ল'ব পৰা ক্ষমতা হ্ৰাস পাইছে, নাজানোঁ, অধিকাংশ চহৰীয়া মানুহৰ সজীৱ সামাজিক জীৱন এটা নোহোৱাৰ দৰেই। পশ্চিমৰ দৰে ক্লাব-কালচাৰ আমাৰ নাই, তাতে ইয়াৰ ক্লাবৰোৰত সুৰাপানৰ মাত্ৰা দেখি বহুতে কোঁচ খায়। কিন্তু পশ্চিমৰ ক্লাববোৰ এটা বৃহৎ পৰিয়ালৰ দৰে। পুৰণা সদস্যই অনুমোদন জনালেহে নতুন সদস্য এজনক লোৱা হয়। প্ৰতিজনে নিজৰ **Privacy**

বা ব্যক্তিগত অৱকাশ ৰক্ষা কৰি চলিব পাৰে। অথচ তাৰ মাজতে আলাপ-আলোচনা, খেলা-ধুলা, বন্ধুত্ব, অনুগত্য আদিৰো উদ্ভৱ আৰু বিকাশ হয়। তাহানি গীৰ্জা বা নামঘৰৰ কেতবোৰ গুণ ক্লাবত ৰক্ষা কৰা হয়। অথচ ধৰ্মৰ হেঁচা নাই। ভাৰততো এনে ক্লাব আছে, সংখ্যা কম।

আজিকালি সাহিত্য-চৰ্চা কৰা কেতবোৰ স্থায়ী আলোচনাচক্ৰ ("সাহিত্য মুকুৰ", "ৰসগ্ৰাহী", "সাহিত্য কানন" আদি ধৰণৰ নামেৰে) আচলতে এনে ক্লাবৰ লেখিয়া। কিঞ্চিৎ সাহিত্য চৰ্চাও হয়, একঘেঁয়ে দৈনন্দিন পাৰিবাৰিক জীৱনৰ পৰাও আঁতৰি সজীৱ মানৱ-সম্পৰ্কৰ কিঞ্চিৎ সোৱাদ লোৱা যায়। কিন্তু মনত ৰখা ভাল সাধাৰণ সাংস্কৃতিক পৰিবেশৰ দোষে নামাঘৰকো কুৎসা ৰটনাৰ কেন্দ্ৰত পৰিণত কৰে। বঙালী মানুহৰ অধুনালুপ্ত আড্ডাবোৰত বিচিত্ৰ ৰসৰ সমাহাৰ হৈছিল- ৰং-ধেমালি, বিচিত্ৰ স্মৃতিচাৰণ, সাহিত্য সংগীত, ভূতৰ গল্প ইত্যাদি। আমাৰ সাহিত্য চৰ্চাৰ কেন্দ্ৰবোৰ যাতে পৰচৰ্চা কেন্দ্ৰ নহয়, প্ৰকৃত সংস্কৃতিপ্ৰেমী লোক সেই বিষয়ে সজাগ থকা ভাল।

এটা আড্ডাৰ কথা হঠাতে মনলৈ আহিল। তাত উপস্থিত থকা সকল আছিল অত্যন্ত হাই-ব্ৰ', মেধাবী, অধ্যয়নশীল ডেকা বঙালী লেখক-বুদ্ধিজীৱী। তেওঁলোকৰ মাজতে এজন চোকা মানুহ সুধীন্দ্ৰনাথ দত্ত। তেওঁ ৰাছে'লৰ ভক্ত, পছিমীয়া সংগীত, সাহিত্য আৰু বিষণ্ণ সংশয়বাদী যুক্তিবাদৰ বলিষ্ঠ প্ৰবক্তা। এদিন শুনিলে, হাইদৰাবাদৰ পৰা সৰোজিনী নাইডুৰ ভায়েক হাৰীন্দ্ৰনাথ চট্টোপাধ্যায় আহিব। সুধীন দত্ত ক্ষুণ্ণ হ'ল। হাৰীন্দ্ৰনাথ হেনো মিষ্টিক্। কিবা আত্মা-পৰমাত্মাৰ কথা উলিয়াই আড্ডা মাটিয়েই কৰিব নেকি ? কিন্তু হাৰীন্দ্ৰনাথে আহিয়েই বঙলা, ইংৰাজী, ফৰাচী কবিতা, ৰবীন্দ্ৰ সংগীত আৰু আন কাৰো কাৰো গীত গাই, গল্প জমাই এনে অপূৰ্ব পৰিবেশ ৰচনা কৰিলে যে সুধীন দত্তৰ আপত্তি তাৰ বানপানীত উটি গ'ল। মুগ্ধ সুধীন দত্তই তেওঁৰ ঘৰৰ আতিথ্য গ্ৰহণ কৰিবলৈ মাতিলে হাৰীন্দ্ৰনাথক। উন্নত নাগৰিক সমাজ এখনৰ সামাজিকতা এনেকুৱাই।

গুৱাহাটীত হয়তো বিয়াঘৰবোৰত কথা-বতৰাৰ সৰস পৰিবেশ ৰচনা কৰিব পাৰি। কিন্তু কিছুমান বিয়াত শাৰী-শাৰী অচিনাকী মানুহ বৰটোকোলাৰ দৰে আত্মসচেতন গাম্ভীৰ্য্যৰে বহি থকা দেখি পেটত বিৰাগভাবে ঠাই লয়। সোনকালে কৰ্ত্তব্য পালন কৰি পলাবলৈ ইচ্ছা হয়। কিন্তু মোৰ ধাৰণা কেতবোৰ নিৰৰ্থক আত্মসম্মানৰ ভাব বাদ দিব পাৰিলে এই সকল উটৰ দৰে নীৰৱ মানুহৰ মুখত কথাই আখৈ ফুটা দিব। তেওঁলোকৰ তৃষিত পৰাণেও শান্তি পাব।

যাওক সেই কথা। আমাৰ বাল্যকালত গুৱাহাটী যদিও অসমৰ বৃহত্তম

চহৰ আছিল, মানুহবিলাকৰ মাজত কিছু সামাজিক বৈষম্যই দেখা দিছিল, তথাপি চুবুৰিবোৰত প্ৰতিযোগিতাৰ লগতে গাঁৱৰ সহৃদয় আত্মীয়তাৰ অৱশেষ টিকি আছিল। অৱশ্যে আনন্দৰাম বৰুৱাৰ দৰে প্ৰতিভাবানে বা ৰবীন্দ্ৰনাথৰ দৰে অপ্ৰতিম শিল্পীয়ে বিকাশৰ পৰ্যায়ত শৈশৱ আৰু কৈশোৰত এনে পৰিবেশত কিছু আহুকাল পালেহেঁতেন। সামাজিক বৈচিত্ৰ্য মানুহে মানি লৈছিল— মাছখোৱা, উজানবজাৰ, আঠগাঁও, ফাঁচিবজাৰত বাস কৰা লোকসকলৰ চালচলনত আৰু কথা-বতৰাত আনৰ লগত নিমিলা কিছু ৰীতি-নীতি মানুহে গ্ৰহণ কৰিছিল স্বাভাৱিক বুলি। কিন্তু ব্যক্তিজীৱনৰ তথা ব্যক্তিত্বৰ বৈচিত্ৰ্য আছিল নিৰ্দিষ্ট পৰিসীমাত আবদ্ধ। ল'ৰাই মঞ্চত নাচিব খুজিলে পিতৃ-মাতৃ চিন্তিত হৈছিল, আৰু দক্ষ অভিনেত্ৰীয়ে যৌৱনকালতো অভিনয়-কলা চৰ্চা কৰিব খুজিলে পিতৃ-মাতৃৰ চুলিপকা বা চুলিসৰা আৰম্ভ হৈছিল।

কিন্তু তাৰ ওলোটা দিশটোও উলাই কৰিব নোৱাৰি। এবাৰ মই কলিকতাত স্নাতক প্ৰথম বৰ্ষত পঢ়ি থকা কালত হঠাতে অসমৰ ক্ৰিকেট টীমটোক হেদুৱাৰ ওচৰত লগ পালোঁ। দুজনমান মুখ চিনাকি, বাকীসকলক দূৰৰ পৰা ক্ৰিকেট পথাৰত দেখা। অলপ চুচুক-চামাক লাগিল। তেওঁলোকে মোক দেখিয়েই উৎফুল্ল হাঁহি মাৰি "আপুনি-আপুনি" কৈ মোৰ লগত কথা পাতিলে পুৰণা মিতিৰ লগ পোৱাৰ দৰে। তাৰে দুজনমানৰ হেণ্ডশ্বেক্ পোৱা হ'লেই সৰুতে ধন্য হ'লোহেঁতেন। এতিয়া "আপুনি"! কোৱা বাহুল্য হোষ্টেললৈ বাকীডোখৰ বাট কেনেকৈ আহিলোঁ ক'বই নোৱাৰিলোঁ।

কাৰ্জন হলত (এতিয়া নবীন বৰদলৈ হল) গধূলি-গধূলি কেতিয়া পঢ়িবলৈ ল'লো, পাহৰিছো। এম-ই-স্কুলত পঢ়োঁতেই বোধহয়। বয়স কম বাবে সাধাৰণতে কিতাপ ঘৰলৈ নিবলৈ নিদিয়ে। তাতে পঢ়ি আহিব লাগে। কেতিয়াবা বাইদেউহঁতৰ কাৰ্ড ব্যৱহাৰ কৰি কিতাপ পঢ়িবলৈ আনোঁ। তেতিয়াৰ পৰা ক্লাছ টেন মানলৈকে অভ্যাসটো ৰাখিছিলোঁ। সেই সময়ত তাত লগ পোৱা অধ্যায়নপ্ৰেমী ল'ৰাৰ ভিতৰত দেৱদাস কাকতী, (পিছলৈ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য), অজিত তামুলী (এতিয়া বিলাতপ্ৰবাসী), শ্যামভদ্ৰ মেধি (অসম চৰকাৰৰ দক্ষ বিষয়াৰূপে অৱসৰপ্ৰাপ্ত), অৰুণ মহন্ত (বহুকালৰ পৰা নিৰুদ্দেশ), ৰোহিনী দাস (অধিবক্তা), উপেন সন্দিকৈ (অভিযন্তা), আব্দুল মতিন (অভিযন্তা) আদিৰ নাম মনত পৰে।

লাইব্ৰেৰিত নিবিষ্ট হৈ থাকিলে সময় কেনেকৈ যায় ক'বই নোৱাৰিছিলোঁ। এতিয়া কিন্তু কোনো কিতাপেই মোক তেনেদৰে মন্ত্ৰমুগ্ধ কৰিব নোৱাৰে। কেনে অনুভৱ হৈছিল সেইবোৰ কিতাপ পঢ়ি থকা সময়ত? তাৰ উত্তৰ খাটাংকৈ দিব

নোবাবোঁ। কিন্তু কিতাপত সোমাই থকাৰ সময়ত যেন মোৰ বাহ্যজ্ঞান লুপ্ত হৈছিল। কল্পনাৰ জগৎখন বাস্তৱ জগততকৈ বহু বেছি মোহনীয় যেন লাগিছিল। বাস্তৱ জগৎখনো আমি চকুৰে দেখিলেও কাণেৰে শুনিলেও, শেষ পৰ্যন্ত চিনাক্ত কৰোঁ ভাষাৰে। কুশলী লেখকৰ ভাষাই বোধহয় আমাৰ সেই সামৰ্থ্য অধিক তেজোময় আৰু বলবান কৰি তোলে। ফলত সেই মোহজাল কাটি পুনৰ মাটিত ভৰি দিয়া কষ্টসাধ্য হৈ পৰে। সেই বাস্তৱ জগৎখন তেতিয়া তুলনাত একেবাৰে নীৰস কঠুৱা যেন লাগিছিল। বহুপৰ মাতি-মাতি মোৰ সমিধান নাপালে খেদ-মিহলি মমতাৰে আয়ে কৈছিল "ই একেবাৰে কিতাপৰ মানুহ হ'ল।" কথাটো শতকৰা নিৰান্নবৈ ভাগেই সঁচা। কিতাপৰ পৰা কিমান শিকিলোঁ নেজানোঁ, কিন্তু বাস্তৱ জগতৰ বিষয়ে আজিও শিকি আছোঁ, ঠেকি শিকি। বাস্তৱ জগতৰ একো-একোটা ঠালমূৰিত এপিনে প্ৰাণ যায়-যায় অৱস্থা, আনপিনে মগজত দিব্যজ্ঞানৰ বিস্ফোৰণ !

আকৌ ঘূৰিছোঁ তাহানিৰ গুৱাহাটীৰ পৰিবেশলৈ। এদিন সন্ধিয়া সাত কি চাৰে সাত মান বজাত মই এখন হাতত লাখুটিৰ দৰে বয়সীয়া মানুহৰ ছাতি আৰু আনখন হাতত কাৰ্জন হলৰ পৰা লোৱা কিতাপ এখন লৈ টুক্ টুক্ কৈ খোজ কাঢ়ি আহি আছোঁ দীঘলী পুখুৰীৰ পাৰে পাৰে। মিউজিয়ামৰ সমুখত মোক বাট ভেটিলে মিঠাবৰণীয়া, ওখ, চশমা পিন্ধা বঙালী ভদ্ৰলোক এজনে। তেওঁ কঢ়া সুৰত মোক সুধিলেঃ "খোকা, তুমি ইমান ৰাতি অকলে ক'লৈ যোৱা ?" মই ভয় খালোঁ আৰু হাতত থকা কিতাপখন দেখুৱাই সেপ ঢুকি ক'লো ঃ "লাইব্ৰেৰিলৈ গৈছিলোঁ।" ভদ্ৰলোকৰ কথাৰ সুৰ কুমলিল। "অ' তুমি লাইব্ৰেৰিলৈ গৈছিলা ? চাওঁ কি কিতাপ আনিলা ?" কোৱা বাহুল্য, ৰং চঙীয়া বঙালী কিশোৰ উপন্যাস এখন ভদ্ৰলোকে সবিস্ময়ে লিৰিকি-বিদাৰি চালে আৰু মোক বৰকৈ শলাগিলে। 'অ' তুমি ইমান সৰু ল'ৰা আৰু এতিয়াই ইমান কিতাপ পঢ়িছা ! বৰ ভাল পালোঁ, পঢ়ি যোৱা , পঢ়ি যোৱা।" বহুত পিছত গম পাইছিলোঁ, ভদ্ৰলোক আছিল বিখ্যাত আইনজীৱী প্ৰবোধ লাহিড়ী। মোৰ বয়স কিমান তেতিয়া ? এঘৰা-বাৰ বছৰমান হ'ব।

আমাৰ ঘৰত কিতাপ পঢ়াৰ অভ্যাস এটা আছিল। সম্ভৱতঃ সৰুতে দেউতাই ককাইদেউ-বাইদেউহঁতক অভ্যাসটো ধৰাই দিছিল। আমি ভবাৰ দৰে এই অভ্যাস জন্মগত নহয়। সাধু শুনি ভাল পোৱা শিশুৱে কিতাপ পঢ়িবলৈকো ইচ্ছা প্ৰকাশ কৰে। কিন্তু এনেকুৱা পৰিয়ালো থাকে, য'ত শিশুৱে সাধুও নুশুনে, কিতাপ পঢ়া মানুহো নেদেখে। সেই যাদুৰ জগতৰ দুৱাৰ সৰুতেই যি বন্ধ হৈ গ'ল, পিছৰ জীৱনত আৰু কেতিয়াও খোল নাখালে। ক'বলৈ দ্বিধা আৰু কুণ্ঠা হয়, কিন্তু

এইসকল মানুহৰ সেই নিঃসীম দাৰিদ্ৰ্য তেওঁলোকে নিজে উপলব্ধি কৰিব নোৱাৰে। কিতাপ পঢ়া চয়তান আৰু "খল-গাৰ্ল" (কল-গাৰ্লৰ এক সুকীয়া সংস্কৰণ) যদিও বহুতো দেখিছো, তথাপি সেই কথা আজিও সত্য বুলি ভাবোঁ।

অৱশ্যে কিতাপৰ প্ৰতি মোৰ মোহ্ আছিল বেছি মাত্ৰাৰ। সেই সময়ত কিছুমান বন্ধু-বান্ধৱেও কিতাপ পঢ়িছিল যদিও সমনীয়া আন কাৰো এনে গো-গ্ৰাসে কিতাপ পঢ়াৰ ধাউতি দেখা নাছিলোঁ। সৰুতে আমি উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ কাষৰ ভাৰাঘৰ এটাত আছিলো। ৰাস্তাৰ সিটো পাৰে এটা সংঘত দুবছৰমান সৰু সৰু ল'ৰা-ছোৱালীৰ বাবে নাচ-গান, খেল-ধেমালি, আদি আমোদ-প্ৰমোদ নিয়মিয়াকৈ অনুষ্ঠান কৰা এটা সংঘ চলাইছিল কলেজত পঢ়ি থকা দুজনমান স্থানীয় ডেকা গাভৰুৱে। তেওঁলোকৰ নেতৃত্বত আছিল প্ৰাক্তন বিধায়িকা প্ৰণীতা তালুকদাৰ (জোনা বাইদেউ) আৰু অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত বিষয়া যোগেশ বৰুৱা (আমি বাপাতি দা বুলি মাতিছিলোঁ।) তেওঁলোকে অ'ৰ ত'ৰ পৰা যোগাৰ কৰি দুই আলমাৰি কিতাপৰ লাইব্ৰেৰি এটাও কৰিছিল আৰু তেওঁলোকেই ৰেজিষ্টাৰ খাতা পত্ৰ লৈ পুথিভঁড়ালীৰ দায়িত্ব পালন কৰিছিল। ল'ৰা ছোৱালীৰ অৱসৰ সময় আনন্দত পাৰ হৈছিল, আনহাতে কু-সংগৰ ভয় নাছিল। সেই সময়ত উল্লেখ কৰা কলেজীয়া ছাত্ৰ-ছাত্ৰী কেইগৰাকীয়ে এনে দায়িত্ববোধ কেনেকৈ অৰ্জন কৰিছিল, ভাবিলে অবাক হওঁ। এতিয়াও অৱশ্যে গাঁৱে-ভূঁঞে তেতিয়াবা ক'ৰবাত তেনে সংঘ আদি চলি থকা দেখা পাওঁ। এবাৰ ভৃগু ফুকনৰ ভক্ত এজনে তেওঁৰ গাঁৱলৈ নি দেখুৱাইছিল যে দেওবাৰে ৰাতিপুৱা যি সময়ত চহৰীয়া ল'ৰা ছোৱালীয়ে টি ভিৰ পৰ্দাত মুখ লগাই আপোনপাহৰা হৈ থাকে সেই সময়ত তেওঁলোকে পতা সংঘত কিৰিলি পাৰি খেলা-ধুলা, ছবি-অঁকা, নাচ, হস্তশিল্প আদি ধেমালিত জাকে জাকে ল'ৰা-ছোৱালী মছগুল হৈ আছে। প্ৰত্যেকৰ ঘৰত টি ভি আছে। কিন্তু এবাৰ সংঘৰ সোৱাদ পালে সিহঁতৰ বাবে টি-ভিও নীৰস হৈ পৰে। টি ভি চাই থাকিলে শিশুৱে নিজে একো কৰিব নোৱাৰে, জুপুকা লাগি বহিহে থাকিব লাগে। লগসঙো কাষত নাথাকে। মন সিমান তৃপ্ত নহয়।

সেই সৰু লাইব্ৰেৰিত মই সন্ধান পালোঁ খগেন্দ্ৰনাথ মিত্ৰৰ "অতীতেৰ পৃথিবী", হেমেন্দ্ৰ কুমাৰ ৰায়ৰ ৰোমাঞ্চকৰ কিশোৰ উপন্যাসবোৰ, আৰু দেব সাহিত্য কুটিৰে প্ৰকাশ কৰা প্ৰভাবতী দেবী সৰস্বতী, গজেন মিত্ৰ, আদি বঙলা শিশু সাহিত্যৰ নামজ্বলা লেখকসকলৰ কিতাপবোৰৰ। তাহানিৰ অসমীয়া শিশু সাহিত্য থিয়দণ্ডা দিব পৰা হৈছিলহে। কিন্তু তাৰ ভিতৰতে হৰিপ্ৰসাদ বৰুৱাৰ

"মইনা", অতুল চন্দ্ৰ হাজৰিকাৰ "নীলা চৰাই", মিত্ৰদেৱ মহন্তৰ "মৌ মহাভাৰত", বিষয় চন্দ্ৰ বিশ্বাসীৰ পদ্য-সাধুবোৰ, বাণী কাকতীৰ "পখিলা", বেণুধৰ শৰ্মাৰ "ৰাংপতা", দণ্ডীনাথ কলিতাৰ "সংস্কৃত নাটকৰ সাধু", আজলিতৰা নেওগৰ (?) 'আৰব্য উপন্যাস" আদি কিতাপে লগোৱা শিহৰণ বহু দিনলৈকে মনত ৰৈ গৈছিল। এল-পি বৃত্তি পৰীক্ষা দিয়াৰ পিছত লতাশিলৰ এগৰাকী শিক্ষকে (ভট্ট ছাৰ, তেওঁলোকৰ পৰিয়াল দীৰ্ঘেশ্বৰী দেৱালয়ৰ দলৈ আছিল), মোৰ পঢ়াৰ ধাউতি দেখি স্কুলৰ আলমাৰিৰৰ পৰা উলিয়াই বেজবৰুৱাৰ সৰু সৰু কিতাপবোৰ পঢ়িবলৈ দিছিল। "বুঢ়ী আইৰ সাধু", "ককাইদেউতা নাতি ল'ৰা", এইবোৰতো পঢ়িছিলোৱেই তাৰ উপৰি কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা পঢ়ি খুক্‌খুক্‌কৈ অকলে অকলে হাঁহিছিলোঁ। অৱশ্যে বেজবৰুৱাৰ সমাজচিত্ৰ বুজিছিলোঁ নে নাই সন্দেহ।

যাৰ ঘৰতে কিতাপ থকা বুলি গম পাওঁ মই গৈ জোঁক লগাদি লাগোঁ। মোক নাছোড়বান্দা দেখি তেওঁলোকৰো পুতৌ হয়। আলমাৰি খুলি সযতনে সজাই থোৱা কিতাপ হাতত তুলি দিয়ে আৰু পঢ়া ৰুমটোত মই অকলে এক বিশাল সাম্ৰাজ্যৰ অধিপতি হৈ পৰোঁ দুই তিনি ঘণ্টাৰ বাবে। এনেদৰে পঢ়িছিলোঁ চেনিকুঠিৰ দুৰ্গাদাস নেওগৰ ঘৰৰ BOOK OF KNOWLEDGE, স্বৰ্গীয় গোপাল ফুকনৰ ঘৰৰ CHILDREN'S ENCYCLOPAEDIA। যি সকল সদাশয় লোকে এনেকৈ মোৰ শৈশৱতে মোৰ সমুখত কিতাপৰ বিশাল চকু চমকোৱা ৰত্নভাণ্ডাৰ মেলি ধৰিছিল, তেখেতসকলৰ সেই উদাৰ স্নেহ মনত পেলাই আজি মোৰ মন ধন্য হৈছে। জীৱনে দিয়া আঘাতবোৰ স্বাৰ্থপৰৰ দৰে মনত বিয়াগোম ৰূপত সজাওঁ আমি, আৰু পাহৰি থাকোঁ মাটিৰ অলপ তলতে কুলুকুলুকৈ বৈ থকা জুৰিৰ দৰে মানুহৰ স্বতঃস্ফূৰ্ত্ত মৰম-চেনেহ-আদৰ যত্নবোৰ। সিহঁতেই ধুই পখালি লৈ যায় মনৰ মলি আৰু গ্লানিবোৰ

এইখিনিতে এটা কথা নকৈ নোৱাৰোঁ। আগতে কৈ অহা দৰে চাকৰিয়াল, ব্যৱসায়ী, ভাগ্যান্বেষী বিভিন্ন ঠাইৰ লোক আহি গুৱাহাটীত গোট খাইছে। একো-একো চাম মানুহে লগত লৈ আনিছে নিজা নিজা জীৱনযাত্ৰা, ৰীতি-নীতি, সংস্কৃতিৰ সাঁচ। এইবোৰৰ মাজত কিছু বিৰোধ আৰু বিবাদ হয়, কিন্তু অৱশেষত মিহলি হৈ পৰাই নাগৰিক সংস্কৃতিৰ ধৰ্ম। সম্প্ৰতি এই মিহলি হোৱা প্ৰথাৰ বিপৰীতে সংকোচ, সংশয়, প্ৰচাৰ চলি আছে। কিন্তু গুৱাহাটীত বহিৰাগতই প্ৰথম আহি ৰিক্সাত উঠালে, বাছৰ ঠেলা-হেঁচাৰ পৰা বচালে। পিয়াঁজৰ গোন্ধ আৰু মাছৰ কেচেমাকেচেম্ গোন্ধ নথকা ভাতখোৱা সম্ভৱ কৰিলে। আনকি কিতাপৰ ব্যৱসায়লৈ আনি দিলে নতুন আমেজ। আগতে অসমীয়া মানুহৰ দোকানলৈ গ'লে কিতাপখন থাকিলে

উলিয়াই দিয়ে, নাথাকিলে নাই বুলি কয়। দ্বিতীয় বাক্যালাপৰ সুকণ্ডাই নাই। কিন্তু **Unique Stationery Mart** নামৰ পাণবজাৰৰ মহামায়াৰ সন্মুখত এজন সিদ্ধি কিতাপৰ ব্যৱসায়ী বহিছিল। তেওঁ কিতাপ পঢ়ি ভাল পায়, পাঠকৰ লগত কিতাপৰ কথা কৈ পাঠককো উৎসাহী কৰি তোলে। তেনেকৈ "পিপল্‌ছ্ বুক ফ'ৰাম"ৰ কাণু বাবুৱে কেতিয়াবা কিস্তি কৰি দাম লয়, কেতিয়া আধা দামত দিয়ে। কটনৰ ছাত্র-ছাত্রীৰ লগত বেলেগ ঘনিষ্ঠতা। মাজে মাজে তাতে আড্ডা বহে। অনানুষ্ঠানিকভাবে গ্রন্থ সংস্কৃতিৰ নতুন মাত্রা এটা দিলে তেওঁলোকে। আমি তেতিয়া স্কুলৰ ওপৰৰ শ্রেণীত হ'লেও বুজিব পৰা হৈছোঁ নতুন ৰীতি নীতিৰ আকর্ষণ। সেয়ে গুৱাহাটীৰ সমাজ-সংস্কৃতিত কেবল এবিধ থলুৱা অসমীয়াৰ অবদান আছিল বুলি ভবা ভুল। চহৰীয়া সমাজৰ আদি পর্যায়ত যথেষ্ট আদান প্রদান হয়। গুৱাহাটীৰ সমাজ-সংস্কৃতি সংমিশ্রণ, সমন্বয়ৰ ফল।

কিন্তু তাৰো সীমা আছিল। কৈছোঁৱেই, তাহানি ঐক্যৰ বেৰত আছিল ডাঙৰ-ডাঙৰ ফাঁট। গাঁৱৰ পৰা নতুনকৈ অহা সকল মাত কথাৰ পৰাই "টেঁকেৰী" বুলি পৰিচিত হয়। বেচেৰাইঁতক কেবাটাও প্রজন্ম গুৱাহাটীত বাস কৰা আত্মীয়-কুটুমেও ঘিনায় আৰু অবজ্ঞা কৰে। আনহাতে উজনিয়াৰ দীঘল লেনিয়া স্বৰ গুৱাহাটীৰ মতে পৌৰুষহীন- গালিগালাজতো মৰমৰ মাতষাৰি যেন লাগে !!

মোৰ লগসঙ বোৰ গুৱাহাটীৰ। মই তেওঁলোকৰ মাজত প্রচলিত "বজি ধৰা" (লাগি ধৰা), "বাহিৰ ফুৰা", আদি শব্দৰে মোৰ শব্দ ভাণ্ডাৰ পূর্ণ কৰি আনোঁ, কিন্তু ঘৰত তাৰ প্রয়োগ শুনিলেই বাইদেউইঁতে মোক "টেঁকেৰি" বুলি জোকায়। বিশেষকৈ আমাৰ মোমাইদেউ-নিছাদেউইঁতৰ উত্তৰ গুৱাহাটীৰ ঘৰৰ ঘৰুৱা ভাষাত এনে বহু শব্দ আৰু ঠাঁচ প্রচলিত আছিল। ঘৰৰ পৰা ওলাই গৈ মোটামুটি বেলেগ ভাষাৰীতি আয়ত্ত কৰিলে এঘৰীয়া হোৱাৰ সম্ভাৱনা। এজন ককাইদেউৰ ঘনিষ্ঠ বন্ধু আছিল মুছলমান। ককাইদেউৰ কথাইপতি 'ইয়া আল্লা !"

আমাৰ ঘৰৰ কাষতে আছিল ঘোঁড়াবাগি বোৰৰ মালিকনী চর্দাৰণি নামধাৰী বিশালবপু বিহাৰী মহিলা। কামাখ্যা, বশিষ্ঠ আদিলৈ যাবলৈ হ'লে এনে চাৰিচকীয়া ঘোড়াঁবাগিৰ শৰণ নল'লৈই নহয়। প্রকাণ্ড চেহেৰা, নাকৰ ফুটাত প্রকাণ্ড নথ। অসমীয়া মিহলি দেছুৱালি হিন্দী অর্থাৎ ভোজপুৰী কথা কয়। গাড়ী পঠাবৰ সময়ত বিনয়ৰ অৱতাৰ, উভতি আহোঁতে পলম কৰিলে পাৰা গৰম কৰি গালি গালাজ। চর্দাৰণিক ভিতৰি অবজ্ঞা দেখুৱা সকলে বাহিৰত তাইৰ লগত সমীহ কৰি কথা পাতিছিল। এদিন তেনে এটা গাড়োৱানৰ ল'ৰাক মাতি আনি আমাৰ চুবুৰিৰে দুজনমান কলেজ ফে'ল ডেকা আৰু কাম বন নথকা বিহাৰী ডঙুৱা

ল'ৰাই আমাৰ দুয়োটাৰে পৰীক্ষা ল'লে। পৰীক্ষাৰ বিষয় মাইকী মানুহৰ গোপন অংগ প্ৰত্যংগৰ নাম আৰু সেইবোৰৰ বৈশিষ্ট্য। আচৰিত নহয় যে তলমূৰকৈ লাজ-লাজকৈ গাড়োৱানৰ ল'ৰাটোৱে শতকৰা এশভাগ প্ৰশ্নৰ সঠিক উত্তৰ দি বাঃ বাঃ পালে। সেই পৰীক্ষাত মই এশৰ ভিতৰত তিনি নে চাৰিহে পাইছিলোঁ আৰু সেই প্ৰজ্ঞাবান পৰীক্ষক সকলে বিষাদমনে মূৰ জোঁকাৰি মোৰ ভবিষ্যত সম্পৰ্কে গভীৰ সন্দেহ প্ৰকাশ কৰিলে। আজিৰ পৰা অৰ্দ্ধশতিকাৰো কেইবা বছৰৰ আগৰ সেই অভিনৱ কুইজ প্ৰতিযোগিতাৰ বিষয়ে মোৰ মনত কিছু সন্দেহ থকা সত্বেও তাত এনেদৰে অকৃতকাৰ্য হোৱাত মই কিছু মনঃক্ষুণ্ণ হৈছিলোঁ। সেইদিনৰে পৰা কিছুদিন ধৰি গাড়োৱান ল'ৰাটোৱেও চৰজান্তাৰ দৰে পিঠি চপৰিওৱা সুৰত মোৰ লগত কথা পাতি মোৰ মনৰ পোৰণি বঢ়াইছিল। অৰ্থাৎ বিভিন্ন গোষ্ঠীৰ সহাবস্থানৰ শুভ আৰু অশুভ, দুটা দিশেই আছিল।

এটা ঘটনাই সেই কালৰ সমাজৰ অমানবিক দিশ এটাৰ মৰ্মন্তুদ স্মৃতি মোৰ মনত ছুৰিকটাৰিৰে কাটি থৈছিল। ঘটনাটো মনত পৰিলে ইমান পৰিবৰ্তন আৰু উত্থান-পতনৰ পিছতো যেন ঘা-টুকুৰাত নতুনকৈ তেজ বিৰিঙি উঠে। আমাৰ শৈশৱত এগৰাকী অতি মৰমিয়াল মহিলাই চুবুৰিটোৰ সকলো কেইটি শিশুক উদাৰ হৃদয়ৰ মৰমেৰে বুৰাই ৰাখিছিল। ধক্‌ধক্‌কৈ বগা থুলন্তৰ বুঢ়ী গৰাকীয়ে বেছিভাগ সময় মেঠনি আৰু চাদৰ এখন পিন্ধিয়েই ঘৰে ঘৰে ঘূৰি ফুৰিছিল। যেতিয়াই আহে, তেতিয়াই নিজ হাতে সযতনে ভজা পিঠা-পনা ডাঙৰ টিফিন কেৰিয়াৰৰ টেমাত ভৰাই আনিছিল তেওঁৰ চুবুৰী ভৰি থকা নাতিবোৰৰ বাবে। তেওঁ আহিলেই আমি কলৰৱ কৰি তেওঁক ঘেৰি ধৰোঁ, আৰু তেওঁ যেতিয়ালৈকে টেমাটো আমাৰ জিম্মাত এৰি নিদিয়ে, তেতিয়ালৈকে আমিও তেওঁক নিস্তাৰ নিদিওঁ। তেওঁ কামৰূপৰ মানুহ আছিল আৰু কামৰূপৰ কোনো এক আঞ্চলিক উপভাষাত কথা পাতিছিল। তেওঁ আমাৰ আইক মাতিছিল "মাই" বুলি, আৰু আমাক মাতিছিল "ছানা", "বাছা", "নাতি" আদি সম্বোধনেৰে। তেওঁ আছিল আমাৰ সকলোৰে আদৰৰ "আবু"। কেতিয়াবা আমি তেওঁৰ হাতত ধৰি টানি চিঞৰোঁ, "আবু, তোমাৰ দাঁত দেখুৱাচোন, দাঁত দেখুৱা!" আবুৱে তেতিয়া মুখমেলি দাঁত দেখুৱায় আৰু আমি অবাক হৈ দেখোঁ তেওঁৰ দাঁতবোৰ পলিছ কৰা কয়লাৰ দৰে ক'লা। আমি আচৰিত হৈ সোধো, দাঁতবোৰ কেনেকৈ ক'লা হ'ল ? আবুৱে কিছু উদাস সুৰত উত্তৰ দিয়ে "কাঁই লাগেছিল।" (অৰ্থাৎ "কাঁই" বোলা কিহবাৰ ৰস লগাইছিল।) কোৱা বাহুল্য কেৱল দাঁত মজবুত কৰিবলৈ নহয়, ৰূপহী ছোৱালীৰ প্ৰতি যাতে কাৰো কুদৃষ্টি নপৰে, তাৰ বাবেই এনে ব্যৱস্থা । আজিও নাৰীৰ ওপৰত

নানা ধৰণৰ বৈষম্য চলি আছে, কিন্তু সেইবোৰ দিনৰ পৰা আমি যে কিছু আঁতৰি আহিব পাৰিছোঁ, সন্দেহ নাই।

সকলো শিশুকে আপোন সন্তানৰ দৰে স্নেহ কৰা এই আবুৰে এটা কামে মোক হতভম্ব কৰিছিল। মাঘ বিহুত আবুৱে বৰ কষ্টকৈ "মাহ কড়াই" (আবুৰ ভাষাত "কাড়েই") ভাজে, আৰু খাটি গৰুঘিঁউত ভাজে। টেমাই-টেমাই এনে "কাড়েই" তেওঁ ঘৰে-ঘৰে বিলাই ফুৰে। মচ্‌মচিয়াকৈ ঘিঁউত ভজা সেই মাহ কড়াইৰ আগত আজিৰ কোনো প্ৰসিদ্ধ কোম্পানিৰ ডালমুট, চানাচুৰ টিকিব নোৱাৰিব যেন লাগে আজিও। সোৱাদেই কি চাবা, সুগন্ধই কি চাবা !

সেই সময়ত নতুনকৈ আমাৰ চুবুৰিত কংগ্ৰে'ছৰ এজন বড়ো জনগোষ্ঠীৰ ডাঙৰ (কছাৰি) নেতা সপৰিয়ালে আহি আছিল। তেখেতৰ নাম আধুনিক অসমৰ বুৰঞ্জীতো পোৱা যায়। তেখেতৰ দুটি কণ-কণ শিশু সন্তানো খেলা ধুলাৰ সময়ত আমাৰ কাষ চাপিছিল, কিন্তু বয়সত অলপ সৰু বাবে সকলো খেলাতে ভাগ ল'ব নোৱাৰিছিল। এদিন আমি মুকলি ঠাই এডোখৰত (হাঁয়! এতিয়া কি দুৰ্লভ এই বস্তুটো !) জুম বান্ধি খেলি থাকোঁতে আবু হাতত মাহ কড়াইৰটেমা লৈ হাজিৰ হ'লহি। লগে লগে আমি খেলা-টেলা বাদ দি আবুক ঘেৰি ধৰিলোঁ। আবুৰ চকুৱে-মুখে বিয়পি পৰিল এক কোমল মমতাৰ আভা। বড়ো সন্তান দুটিও মাহ কড়াইৰ ভাগ ল'বলৈ আগুৱাই আহিল। হঠাৎ আবুৰ দুচকুৰ পৰা যেন ফিৰিঙতিহে ওলাল। মুখখন শিলৰ দৰে টান হৈ পৰিল, কৰ্কশ কণ্ঠস্বৰেৰে আমাৰ আবুৱে সেই অবোধ শিশু দুটিক প্ৰচণ্ড ধমক দিলেঃ "হেই! নাইহ্‌বি, নাইহ্‌বি, কাছ্‌ৰি, কাছ্‌ৰি।" (নাহিবি নাহিবি, কছাৰি তহঁত)। ল'ৰা দুটিয়ে বেদনাই পোৱা চকু লৈ নিজ ঘৰলৈ আঁতৰি গ'ল। মাহ কড়াই আমি খালোঁ, কিন্তু ল'ৰা দুটাৰ কথা মনত পৰি থকাত একেবাৰে সোৱাদ নালাগিল।

সেই সময়ত গুৱাহাটীত আহোম সম্প্ৰদায়ৰ মানুহ এমুঠিমানহে আছিল। আজি মোৰ ভাব হয় যে আবুৱে বোধহয় আমাক আহোম বুলি জনা নাছিল। "গোহাঁই" উপাধি শুনি হয়তো বামুণ বুলিয়ে ভাবিছিল। অৱশ্যে খাটাংকৈ ক'ব নোৱাৰোঁ। কিন্তু আবু যে অতি স্নেহময়ী, উদাৰ মহিলা আছিল মোৰ মনত আজিও কোনো সন্দেহ নাই। সামাজিক ৰীতি-নীতি আৰু জাতিভেদ প্ৰথাই ভাল মানুহকো কেনে আসুৰিক নিষ্ঠুৰতাত অভ্যস্ত কৰি তুলিছিল, ঘটনাটো তাৰ নিদৰ্শন।

আমি এসময়ত স্বাধীনতা সংগ্ৰামী সিদ্ধিনাথ শৰ্মাৰ ঘৰৰ কাষতে আছিলোঁ। নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়াল, স্বাধীনতাৰ বাবে কাৰাবৰণ কৰি বা আন ৰাজহুৱা কামত শৰ্মা ডাঙৰীয়া প্ৰায়ে ঘৰত নাথাকেই। তৎসত্ত্বেও তেখেতৰ বিধবা বায়েকৰ গহীন

শাসনত পাৰিবাৰিক আৰু সামাজিক নীতি-নিয়মবোৰ পুৰা মাত্ৰাই পালিত হৈছিল। অথচ আমি কোনোদিনেই বেলেগ জাত, বেলেগ জনগোষ্ঠীৰ মানুহ বুলি অনুভৱ কৰা নাছিলোঁ। তেখেতৰ সন্তান ৰাণাহঁতৰ লগত মিলিজুলি ডাঙৰ হৈছিলোঁ। ভাই ককাইৰ দৰে। স্বাধীনতা সংগ্ৰামৰ প্ৰভাৱ ? হ'বও পাৰে।

আনহাতে অলপ ডাঙৰ হোৱাৰ পিছত "কুকুৰ-চণ্ডাল-গৰ্দভৰো আত্মাৰাম" ভজি থকা শংকৰী মানুহ এঘৰৰ মাজতে আবিষ্কাৰ কৰিছিলোঁ অপ্ৰত্যাশিত জাতি-বিদ্বেষ। এদিন দুই-তিনি ঘণ্টামান পথাৰত ফুটবল লঠিয়াই ঘৰলৈ আহি সেই মানুহ ঘৰৰ পদূলিমুখ পাওঁতেই পিয়াহত প্ৰাণ যায় যেন লাগিল। সেই ঘৰৰ ল'ৰা এজন আমাৰ ফুটবল খেলৰ নিত্য সহচৰ। আমি দুজনমানে তেওঁকে ক'লোঁ- আতোৱাৰক (মৰহুম ডাঃ আতোৱাৰ ৰহমান) আৰু মোক দুগিলাছ পানী দিবলৈ। আমাৰ খেলৰ লগৰীয়াজন ভিতৰ যি সোমাল, নোলায় হে নোলায়। বৈ বৈ আতোৱাৰে কিবা বুজিলে নেকি, "এই হীৰেন, যাওঁ দিয়া, মোৰ কাম আছে" বুলি বিমৰ্ষমুখেৰে ফোঁ-ফোঁৱাই আতঁৰি গ'ল। আতোৱাৰ অদৃশ্য হওঁতেই মোলৈ পানী আহিল। মই বিৰক্তিৰে বন্ধুজনক ক'লোঁঃ "কি হে, তুমি কেনেকুৱা মানুহ ? পানী গিলাচ আনোতে ইমান সময় লাগেনে ?" তেওঁ সমান তেজেৰে উত্তৰ দিলেঃ "ৰবা হেঁ! ঘৰৰ গিলাচত গৰীয়াটোক পানী খুৱাওঁ কেনেকৈ ?" এইবাৰ মোৰ মুখৰ মাত হৰিল। ঘৰখন নৈষ্ঠিক বৈষ্ণৱ। বামুণ-চামুণো কাম কাজত নলগায়। অৱশ্যে এনে ধৰণৰ নিষ্ঠুৰতা আহোম মানুহেও কৰা মোৰ চকুত পৰিছে কেতিয়াবা। আনকি আজিও জাতপাতৰ উৰ্দ্ধত এটা মানবতাৰ ভাবে আমাৰ সমাজত জীপ নাপালে। সেই দিন আহে মানে আন কিবা বেলেগ নিষ্ঠুৰতাই আমাক হাতবাউল দি মাতি নিব।

অথচ আমাৰ ধাৰণা আমি একবিংশ শতিকাত ভৰি দিলোঁ আৰু আগতকৈ বহুত সভ্য হলোঁ। ডেকা চামৰ মাজত এইবোৰ ভাব লয় পাব ধৰিলেও আমি সাংস্কৃতিক বুৰঞ্জীৰ নামত তেনে পাশৱিকতা জাগ্ৰত কৰি ৰাখিব খোজোঁ। জীৱনৰ স্বাভাৱিক গতিত যদিও এইবোৰ অৰ্থহীন আৰু মূল্যহীন ভেদাভেদ দুৰ্বল আৰু নিস্তেজ হ'বলৈ ধৰিছে, তথাপি বয়স্কসকলৰে এচামে নানা ধৰণৰ তাত্বিক কছৰৎ কৰি কৃত্ৰিম উপায়ে সেইবোৰক জীয়াই ৰাখিবলৈ বিচাৰিছে। জীৱন বিৰোধী বাবেই সেই কৃত্ৰিম ব্যৱস্থাই সৰ্বনাশৰ বীজ কঢ়িয়াই ফুৰিছে । ❑

# আদিম আৰু আধুনিক

মোৰ বাল্যকালৰ এটা বিশেষ স্মৃতিয়ে মোক এতিয়া মাজে সময়ে আমোদ আৰু বিস্ময়ৰ যোগান ধৰে। ক-মান, খ-মান, প্ৰথম শ্ৰেণী মানলৈকে মোৰ কেইজনীমান অন্তৰংগ বান্ধৱী আছিল। মই তেওঁলোকৰ গোটেই কেইগৰাকীৰ লগত বেঁলেগে বেলেগে ঘণ্টাৰ পিছত ঘণ্টা কটাইছিলোঁ। ছোৱালীয়ে যিবোৰ কথা বা খেলাত ৰস পাইছিল সেইবোৰত মোৰ কোনো আগ্ৰহ নাছিল। কিন্তু কথা পাতিছিলোঁ, আপোন-পাহৰা হৈ কথা পাতিছিলোঁ। এল পি স্কুলত ল'ৰা-ছোৱালী একেলগে পঢ়া বাবে সেই অন্তৰংগতা হওঁতে একো অসুবিধা হোৱা নাছিল। টিফিনৰ ছুটিত পানী খাবলৈ যাওঁতে লগৰ ল'ৰাৰ লগত যেনেকৈ সিহঁতৰ ঘৰলৈ গৈছিলোঁ, তেনেকৈ বান্ধৱী কেইজনীৰ ঘৰলৈকো গৈছিলোঁ। স্কুলৰ পাঠ শেষ হোৱাৰ পিছত প্ৰায়ে ল'ৰাৰ লগত উভতিলেও কেতিয়াবা একোজনী বান্ধৱীৰ লগত যোৰ পাতি উভতিছিলোঁ।

অলপতে তেনে এগৰাকী বাল্য বান্ধৱীক লগ পালোঁ। যোৱা পঞ্চাশ-ষাঠি বছৰ তেওঁৰ লগত বাক্যালাপ নাই হোৱা। কিন্তু এইবাৰো আমি সহজ অন্তৰংগতা আৰু স্নেহেৰে স্বাভাৱিকভাৱেই কথা পাতিছিলোঁ। কেৱল মাজত অৰ্দ্ধশতিকাৰ ব্যৱধান। অভিজ্ঞতাৰ সঞ্চয় দুয়োৰে হ'ল বেলেগ। সেইটোও আনন্দমিহলি বিষাদেৰে অনুভৱ কৰিছিলোঁ।

কি আছিল মোৰ সেই আকৰ্ষণৰ ৰহস্য? খুব সম্ভৱ মোৰ কণকণ বান্ধৱী সকলে মোৰ প্ৰতি ডাঙৰ বায়েকৰ মমতা অনুভৱ কৰিছিল। আৰু মই? মোৰ আসক্তিক বাল্যপ্ৰেম আখ্যা দিয়া হাস্যকৰ হ'ব। কাৰণ সেই অন্তৰংগতাৰ মুহূৰ্তত মোৰ মনত প্ৰেমৰ ভাব জাগিছিল বুলি ক'লে ভুল হ'ব। কিন্তু মই নিশ্চয় বান্ধৱীৰ সংগত পৰম স্বস্তিকৰ আৰু মধুৰ এনে কিছুমান বস্তু পাইছিলোঁ যিবোৰ অনবৰত হুলস্থূল বা হাই-কাজিয়া কৰা ল'ৰা সংগীৰ পৰা পোৱা নাছিলোঁ। সেই মধুৰতা আৰু কোমলতাৰ প্ৰয়োজন মোৰ মনত ৰৈ গৈছিল পিছতো, কিন্তু লিংগভেদ

সম্পৰ্কীয় আৰু যৌন চেতনা জাগ্ৰত হোৱাৰ পিছত ছোৱালীৰ লগত যাচি আলাপ কৰিবলৈ মোৰ ভীষণ সংকোচ জন্মিল।

সেইকাল আছিল কঠোৰ যৌন শৃংখলাৰ যুগ। নাৰী-পুৰুষৰ আকৰ্ষণ লৈ ৰাজহুৱাভাৱে ধেমালি বা ৰং-ৰহইচ কৰাও ভদ্ৰ সমাজত মানা আছিল। অলপ ডাঙৰ হোৱাৰ পিছত ছোৱালীবোৰ ল'ৰাৰ পৰা ফালৰি কাটি অন্তঃপুৰিকা হৈ পৰিছিল। ঘৰুৱা আলাপত বিষয়টোৰ ওপৰত ডাঠ যৱনিকা নামি আহিছিল। স্কুলত আৰু সেই বিষয়ে মাত মাতিবলৈ সাহ কৰা বাঘচকুৱা গুৰুজনৰ মুখত কেৱল ব্ৰহ্মাচৰ্য্যৰ উপদেশ। বিপৰীত লিংগৰ প্ৰতি কৌতূহল আৰু আকৰ্ষণ জন্মাটো মানৱজন্মৰ এক এৰাব নোৱাৰা প্ৰলোভন আৰু বিপদ বুলি আমাৰ তেতিয়া বিশ্বাস জন্মিছিল। প্ৰতিজন ল'ৰাৰ মনত সেইবিষয়ে কিছু নহয় কিছু গ্লানিবোধ আছিল। ল'ৰাবিলাকে তাকে লৈ কেতিয়াবা 'লেতেৰা কথা' পাতিছিল অভিভাৱক বা শিক্ষকৰ কাণত নপৰাকৈ। কিন্তু পোৱালী হাতীৰ নিজৰ শুড়ডাল লৈ যেনে অন্তহীন অস্বস্তি আৰু অসুবিধা, ল'ৰাবোৰেও নিজৰ উদ্গত লিংগচেতনা লৈ সেই একেই আহুকাল অনুভৱ কৰিছিল।

আমি ক্লাছ এ'ইটত পঢ়োঁতে বি টি ট্ৰেইনিং লোৱা এজন শিক্ষকে কেইমাহমান আমাৰ মাজলৈ প্ৰেক্টিচ্ টিচিং (**Practice Teaching**) কৰিবলৈ আহিছিল। ওখ পাখ মজবুত থুলন্তৰ চেহেৰা, কিন্তু মুখত এক ক্লান্ত, বিমৰ্ষ গাম্ভীৰ্য্য। নানা বিষয়ৰ পাঠ সুন্দৰকৈ বুজোৱাৰ লগে লগে তেওঁ আমাক নীতিশিক্ষাও দিছিল। এবাৰ কওঁ-নকওঁ কৈ, কিন্তু বজ্ৰগম্ভীৰ স্বৰত, তেওঁ ক'লে, ইন্দ্ৰিয়ক শাসনত ৰখাই চৰিত্ৰৰ প্ৰকৃত পৰীক্ষা। বিন্দুপাত কৰিব নালাগে, এটোপাল বিন্দু এবাতি তেজৰ সমান। কথাটো শুনি মই ভিতৰি প্ৰবলভাৱে আলোড়িত আৰু ভয়ানক উৎকণ্ঠিত হলোঁ। কেৰাহিকৈ চাই দেখিলোঁ, সকলো সহপাঠীৰ মুখবোৰ ছাঁইৰ দৰে ৰক্তহীন আৰু নিস্তেজ হৈ পৰিছে।

অলপ ডাঙৰ হৈ গম পালোঁ আমাৰ ভাৰতীয় পৰম্পৰাৰ এক প্ৰধান আলম "মনুসংহিতাতে" ব্ৰহ্মাচাৰী সকলৰ (অৰ্থাৎ ছাত্ৰ সকলৰ) প্ৰতি এনে কঢ়া যৌন সংযমৰ পৰামৰ্শ আছিল। বীৰ্য্য সংৰক্ষণৰ ওপৰত মেধা নিৰ্ভৰশীল, এনে এক আদিম ঐন্দ্ৰজালিক ধাৰণা তাত নিহিত আছিল। এই ক্ষেত্ৰত মনুবাবু এনে হুঁছিয়াৰ আছিল যে কোনো গুৰুপত্নীয়ে অংগসংবাহন বা গা-মালিছ কৰিবলৈ শিষ্যক আদেশ দিলে তাক নম্ৰভাৱে কিন্তু দৃঢ়তাৰে উলংঘা কৰিবলৈ ব্ৰহ্মাচাৰীক দঢ়াই-দঢ়াই কৈ গৈছে। কিন্তু দুহেজাৰ বছৰৰ পুৰণা ব্ৰহ্মাচৰ্য্যৰ নিয়মটো অপৰীক্ষিতভাৱে মানি লোৱা আমাৰ কালত উচিত হৈছিল নে নাই নাজানোঁ।

বহুদিন পাছত বিলাতৰ এজন বন্ধুক লঘূ সুৰত শিক্ষকজনৰ উপদেশৰ ঘটনাটো বিৰ্বৰি কোৱাত তেওঁ শিক্ষকজনৰ বিৰুদ্ধে প্ৰচণ্ড ক্ৰোধ আৰু ক্ষোভত চকীৰ পৰা জাপ মাৰি থিয় দিছিল। বিস্ফাৰিত নয়নে মোৰ পিনে চাই কৈছিল " **The Bastard, the Bastard**!" আমাৰ সৰুকালৰ শ্ৰদ্ধেয় শিক্ষকজন, তেওঁৰ চকুত আছিল কিশোৰৰ মনস্তত্ব বিকাৰগ্ৰস্ত কৰা এক খলনায়ক।

কণ কণ বান্ধৱীৰ লগত ঘূৰি ফুৰা সময়তে সুন্দৰী নাৰীৰ সৌন্দৰ্য্যই মোক দৈহিকভাবেই অভিভূত কৰিছিল। এতিয়াও কেতিয়াবা মোৰ তেনে অনুভৱ হয় কিন্তু সেৰেঙাকৈ। তেনে সময়ত মই বিপন্ন অনুভৱ কৰোঁ। কিন্তু তেতিয়া কোনো ৰূপহী গাভৰু অথবা বোৱাৰী আমাৰ ঘৰলৈ আহিলে মই দূৰৰ পৰা তেওঁলোকৰ মুখশ্ৰী চাই আপোন পাহৰা হৈছিলোঁ। দেহৰ লাবণ্যই মোক মুগ্ধ কৰিছিল, মুখৰ কমনীয় কান্তিয়ে মোৰ মনত দকৈ সাঁচ বহুৱাইছিল। তেওঁলোকে মোৰ এই সৌন্দৰ্য্য পূজাৰ আৰতি লক্ষ্য কৰিছিল নে নাই নাজানোঁ। কৰিলেও বিশেষ গুৰুত্ব দিয়া নাছিল হবলা।

লাহে-লাহে নাৰী দেহৰ আন গোপন ৰহস্য বা আবৰণ দি ৰখা মনোলোভা শোভাৰ বিষয়ে মোৰ কিছু ৰঙীণ কিন্তু অস্পষ্ট ধাৰণা জন্মিল। তথাপি বহুদিনলৈ নাৰীৰ ৰূপৰ প্ৰতি মোৰ এই প্ৰবল আকৰ্ষণৰ লগত মই যৌন আসক্তি অনুভৱ কৰা নাছিলোঁ। এদিন এটা ঘটনা ঘটিল। আমাৰ উজান বজাৰৰ ঘৰৰ পিছপিনে আজিকালি জাহাজঘাটলৈকে যি পৰিত্যক্ত ৰে'লআলি আছে, তাৰ দুকাষে আছিল ৰে'লৱে' কোৱাৰ্টাৰ। এই কোৱাৰ্টাৰত নতুনকৈ থিতাপি লৈছিল গোৱালপাৰাৰ পৰিয়াল এটাই। মই তেতিয়া তৃতীয় কি চতুৰ্থমানৰ ছাত্ৰ। পৰিয়ালটোত মোৰ বয়সৰে নিয়মীযা গঢৰ ছোৱালী এজনী আছিল। ৰং শেঁতা বগা। কিন্তু চকুযুৰি আছিল অপৰূপ, আৰু হাঁহিলে গালত সুন্দৰকৈ টোল পৰিছিল। ঘৰৰ বাহিৰৰ মুকলি ঠাইখিনিতে লগৰীয়া বান্ধৱীৰ লগত বেডমিণ্টন খেলে। দুদিনমান কিবা কামত সেই দৃশ্য দেখাৰ পিছত মোৰ অৱস্থা শৰবিদ্ধ হৰিণাৰ দৰে হ'ল। কিবা চৌম্বক শক্তিৰ টানত যেন মই অকলে সেইপিনে ফুৰিবলৈ যোৱা হলোঁ নিতৌ। কেতিয়াবা দেখা পাওঁ। মোৰপিনে চকু মেলি নাচালেও মই তাইৰ পিনে চালে গালদুখন ৰঙচুৱা হয়, গালত টোল পৰে। দুসপ্তাহ নে তিনি সপ্তাহ পিছত ছোৱালীজনীক ঘৰটোৰ আগত নেদেখা হলোঁ। এদিন বিফল মনোৰথ হৈ উভতি আহোঁতে ঘৰটোৰ পৰা ১৮/১৯ বছৰীয়া হটঙা ল'ৰা এটা ওলাই আহিল। সি মোৰ পিছে পিছে অলপ দূৰ আহি ক'লেঃ ঐ, তই এইপিনেদি সদায় অহাযোৱা কৰা কিয়? বুজিছোঁ তই মোৰ ভণ্টিজনীক বেয়া কাম কৰিব খোজ। মই জানিছোঁ

তই তাইৰ লগত (এই কথাখিনি ছপাৰ অযোগ্য) ... কৰিবলৈ ফিকিৰ কৰিছ। শুন, আজিৰ পৰা যদি তই এইপিনে আহ, তোৰ ঠেং ভাঙি দিম আৰু তোৰ ... গুড়ি কৰি দিম।'

ল'ৰাটোৰ ভাবুকিতকৈ মোৰ অভিপ্ৰায় সম্পৰ্কে সেই চমৎকাৰ ব্যাখ্যা শুনি বজ্ৰাহত হলোঁ। ছোৱালীজনীয়ে মোৰ আকৰ্ষণ সেই ধৰণে বুজিছে বুলি ভাবি লাজ আৰু হতাশাত ম্ৰিয়মান হলোঁ। ল'ৰাটোৰ দাদাগিৰিত খং উঠি একোবাৰ কম বুলি ভাবিছিলোঁ, আহিম যা, তই কি কৰিবি? কিন্তু মোৰ হৃদয়ৰাণীৰ মোৰ সম্পৰ্কে সেই কুৎসিত ধাৰণা গম পাই সাংঘাতিক ধৰণে সংকোচ আৰু গ্লানি বোধ হ'ল। পৰৱৰ্তী জীৱনতো এনে ঘটনা দুবাৰমান ঘটিছে। সি যি নহওক মোৰ সেই বিশেষ ৰূপতৃষাৰ তাতে বিয়োগান্ত পৰিণতি ঘটিল।

মোৰ সমবয়সৰ পঢ়াশুনাত ভাল ল'ৰাবোৰে ছোৱালীৰ প্ৰতি কোনো আগ্ৰহ নেদেখুৱাইছিল আৰু যিবোৰে আগ্ৰহ দেখুৱাইছিল সিহঁতৰ আগ্ৰহটো ৰে'লৱে কোৱাৰ্টাৰৰ সেই অসভ্য ল'ৰাটোৰ বিধৰে আছিল। মোৰ বিশেষ অনুভূতি কাৰোবাক জনাই বা তাৰ বিষয়ে কথা পাতি মনৰ ভাৰ লাঘৱ কৰাৰো কোনো উপায় নাছিল।

ল'ৰাবোৰে ঘনিষ্ঠ বন্ধুত্বৰেই বোধহয় কৈশোৰত শূন্যতাবোধ পূৰণ কৰিছিল। মোৰ দৰে বাল্যকালতে তেওঁলোকৰ তেনে অনুভূতি জাগা নাছিল। চেঙেলীয়া বয়সত একেলগে খেলা-ধূলা কৰি, সুখ-দুখৰ কথা পাতি, একে ধৰণৰ হবি বা ব্যক্তিগত কিবা চখৰ অংশীদাৰ হৈ মনৰ অভাৱ পূৰণ কৰিছিল। ফলত বন্ধুত্ব আৰু চাৰি-পাঁচজনীয়া একোটা গোটৰ ভ্ৰাতৃত্ববোধ গভীৰ আৰু নিবিড় হৈ ওৰে জীৱন জুৰি এনেকৈ ৰৈ গৈছিল যে পশ্চিমত তাৰ তুলনা পাবলৈ নাই। পৰিয়ালৰ বাহিৰৰ এই সম্পৰ্কবোৰে কিছুপৰিমাণে ৰোমাণ্টিক প্ৰেমৰ অভাৱ পূৰণ কৰিছিল। কিন্তু কোৱা বাহুল্য যে নবোদ্ভিন্ন যৌন ক্ষুধা পূৰণৰ বাবে বহুতে গোপনে হস্তমৈথুনৰ অভ্যাস কৰিছিল আৰু পিছদিনা খেদ আৰু গৌৰৱ মিশ্ৰিত ভংগীৰে বন্ধু-বান্ধৱৰ আগত কথাটো উল্লেখ কৰিছিল। সেই অভ্যাস মোৰো আছিল, কিন্তু বাকীবোৰৰ তুলনাত মই ফলত এক গভীৰ পাপবোধত মগ্ন হৈছিলোঁ। কেতিয়াবা গোটেই দিন নিজকে অশুচি যেন লাগিছিল, মন ভাৰাক্ৰান্ত হৈ আছিল। পৰিয়ালৰ আৰু সমাজৰ অৱদমিত পৰিবেশে 'ভাল ল'ৰা' বিলাকৰ যৌন জীৱনৰ গ্লানিহীন বিকাশত বাধা দিছিল।

বয়স্ক সকল বিব্ৰত আৰু ব্যথিত হ'লেও নকৈ নোৱাৰি যে সেই সময়ত মোৰ সৰহভাগ সহপাঠী ব্ৰহ্মচৰ্য পালনত বৰ উৎসাহী নাছিল। কিন্তু কোনো বিকল্প সুস্থ ব্যৱস্থাৰো সন্ধান পোৱা নাছিল। কেতিয়াবা সম্বন্ধীয়া ছোৱালীৰ লগত

লুকাই চুৰকৈ নিষিদ্ধ ফলৰ সোৱাদ লোৱাৰ গল্প বহন চৰাই কৈছিল, কিন্তু এতিয়া মোৰ ধাৰণা বেছিভাগেই আছিল আকাংক্ষা বিজড়িত কল্প কাহিনী (Fantscy)। পৰিতাপৰ কথা যে এচাম উদণ্ড ল'ৰাই সমকামিতাৰ শৰণ লৈছিল আৰু কোমল বয়স আৰু চেহেৰাৰ ল'ৰা চিকাৰ কৰিছিল। সকতে আমাৰ মনত থকা এই অজান বিপদৰ আশংকাৰ ফলত প্ৰথম কৈশোৰৰ অনাই-বনাই ফুৰাৰ আগ্ৰহ কিছু কমাবলৈ বাধ্য হৈছিলোঁ, যদিও ঘটনাটোৰ তলা-নলা যৌবনপ্ৰাপ্ত নোহোৱালৈকে পোৱা নাছিলোঁ। লক্ষ্য কৰিছিলোঁ, এনে অস্বাভাবিক কামনা-পূৰণৰ বলি হোৱা ল'ৰাবোৰক চিকাৰী ল'ৰাবিলাকে ভিতৰি তীব্ৰ অৱজ্ঞাৰ চকুৰে চাইছিল, হয়তো সিহঁতৰ নিজা গভীৰ পাপবোধ তেনে ল'ৰাৰ ওপৰত আৰোপ কৰিছিল। সেইবাবেও এনে সংসৰ্গক বেছিভাগ সাধাৰণ ল'ৰাই বিতৃষ্ণাৰ চকুৰে চাইছিল। আনহাতে এনেদৰে অস্বাভাবিক কামনা পূৰণৰ বলি হোৱা কোনো কোনো কিশোৰ সুস্থ, স্বাভাৱিক ব্যক্তিত্বৰে ডাঙৰ হৈছিল, আৰু কোনো কোনো জন অপৰাধবোধ আৰু প্ৰতিহিংসাৰ মানসিক অন্তৰ্দ্বন্দ্বত ভুগি নিজেও পিছলৈ উদণ্ড আৰু নিষ্ঠুৰ সমকামীত পৰিণত হৈছিল।

এই অপ্ৰিয় প্ৰসংগ বেছি বহলাব নোখোজোঁ। সম্প্ৰতি পশ্চিমৰ প্ৰভাৱত যৌনতাৰ শ্ৰেণীবিভাগ কৰি এনে যৌন কামনাক এবিধ স্বতন্ত্ৰ মানসিকতা বুলি ধৰা হৈছে, আৰু আনকি তেনে বিকাৰগ্ৰস্ত হোৱা লোকে নিজে সুকীয়া সমাজ (Community) গঠন কৰি এক সুকীয়া জীৱনযাত্ৰা গঠন কৰিবলৈ উদ্যোগী হৈছে। কিন্তু মোৰ নিজা পৰ্য্যবেক্ষণৰ পৰা বিশ্বাস জন্মিছে যে যৌন কামনাৰ সুস্থ, স্বাভাৱিক বিকাশত সমাজ তথা অভিভাৱকসকলে প্ৰাজ্ঞ আৰু পৰিপক্ক পৰামৰ্শ আৰু প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে এনে বিকাৰ ভালেখিনি নিৰ্মূল হ'ব। অৱদমন যেনেকৈ ক্ষতিকৰ, তেনেকৈ অবাধ আৰু অসংযমী যৌনাচৰণো ব্যক্তিত্ব আৰু ব্যক্তিজীৱনৰ বিকাশৰ ক্ষেত্ৰত বিপজ্জনক। সামাজিক জীৱনৰ বাবেও অকল্যাণকৰ।

মানুহৰ যৌন জীৱনৰ বিকাশে একোটা বাট কেতিয়াও অনুসৰণ নকৰে। কাৰণ ভিতৰৰ সামৰ্থ্য আৰু আকাংক্ষাৰ লগত বিচিত্ৰ বাহ্যিক প্ৰভাৱৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া ঘটি প্ৰত্যেকৰে যৌন জীৱনত কিছু বিশিষ্টতা আৰু বৈচিত্ৰ্যৰ উদ্ভৱ হয়। আনৰ লগত বহু ক্ষেত্ৰত মিলে, কিছুমান ক্ষেত্ৰত নিমিলে। সাংসাৰিক জীৱনৰ ৰূঢ়তা আৰু বিবৰ্ণতাৰ হাত সাৰিবলৈ সৰুৰে পৰা মই যে বিচিত্ৰ গল্প-উপন্যাস পঢ়িবলৈ ধৰিছিলো, মোৰ যৌন চেতনাৰ বিকাশত সি এক গভীৰ ৰোমাণ্টিকতাৰ ৰেখাপাত কৰিছিল। আনহাতে তেনে ৰোমাণ্টিকতাৰ আও-ভাও নোপোৱা তৰুণী নাৰীৰ পৰা বেলেগ ধৰণৰ সম্পূৰ্ণ দৈহিক সঁহাৰি পালে মোৰ ভাল লগা নাছিল।

কিছুমানে এনে দৈহিক সংসৰ্গ খেলা হিচাবে লৈ পিছত সহজে পাহৰি যাব পাৰে, সিও বোধহয় এক স্বাভাৱিক প্ৰতিক্ৰিয়া। মই কিন্তু নোৱাৰোঁ। কিন্তু স্থায়ী আৰু গভীৰতৰ সম্পৰ্ক নোহোৱাকৈ কেৱল ৰং-ধেমালিৰে এনে সম্পৰ্ক শেষ কৰা মোৰ পক্ষে অসম্ভৱ। কথাটো বুজি নাপাই কোনো কোনো ক্ষুব্ধ মহিলাই মোৰ তালুত প্ৰচণ্ড টাঙোন বহুৱাইছে কেতিয়াবা। আনহাতে যি কোনো বিচ্ছেদেই মোৰ বাবে মৰ্মান্তিক। আজিৰ হিচাবী মানুহৰ দৰে খণ্ডেকীয়া জমা-খৰচৰ মনোভাৱেৰে সাময়িক সংগী বা সংগিনী ফল খাই গুটি দলিওৱাৰ দৰে দলিয়াবলৈ মোৰ টান লাগে। প্ৰেমাস্পদাৰ ক্ষেত্ৰতো সেয়ে হয়। হয়তো ই এক ধৰণৰ ভাবপ্ৰৱণতা— নিৰ্দিষ্ট বাস্তৱ পৰিস্থিতিতকৈ বেছি মাত্ৰাৰ ভাবাবেগ এনে ঘটনাই মনত উদ্ৰেক কৰে। তাৰ বিৰুদ্ধে কঠোৰ হ'বলৈ গৈ সহজে ভাবাবেগৰ বশৱৰ্তী হ'ব নোৱাৰাৰ দৰে অবাঞ্ছনীয় ঘটনাও ঘটিছে।

আগতেই কৈছো যে সুন্দৰী নাৰীৰ চেহেৰাই এতিয়াও মোৰ মনত চম্ভালিব নোৱাৰা জোঁকাৰ তুলিব পাৰে। সি যৌন চেতনা জাগ্ৰত হোৱাৰ আগৰ পৰ্যায়ৰ পৰাই মোৰ মানসিক প্ৰতিক্ৰিয়া। কিন্তু পঞ্চাশৰ দশকত আৰু এটা সাংস্কৃতিক ধাৰাই তাত এক নতুন জটিলতা যোগ দিলে। সেই সময়ত মাৰ্কিন চলচ্চিত্ৰ আৰু সচিত্ৰ আলোচনীত নাৰীৰ যৌন আবেদনক এক উন্মুক্ত আৰু উত্তেজক ৰূপত দাঙি ধৰা হৈছিল। জেইন ৰাছে'ল, মেৰিলিন মন্‌ৰো আদি লোভনীয় দেহশোভাৰ অধিকাৰিনী অভিনেত্ৰীৰ চকু চাট মৰা দেহসৌষ্ঠৱৰ প্ৰদৰ্শনেৰে। এতিয়া ধাৰণা হয়, বামপন্থী মতাদৰ্শৰ বিশ্বব্যাপি প্ৰভাৱৰ পৰা জনগণক আঁতৰত ৰাখিবলৈ এই মৰীচিকা সদৃশ যৌন মুক্তিৰ **(Liberation)** ব্যবস্থা কৰা হৈছিল। পশ্চিমতে সি জোঁকাৰণি তুলিছিল অদ্ভুত ধৰণৰ। কিন্তু তাত কথাটো কিছু পৰিমাণে সমাজে চম্ভালি লৈছিল। পাৰিবাৰিক জীৱনত কিছু খেলিমেলি লগালেও আৰু পৰম্পৰাগত মূল্যবোধ শিথিল কৰি নাৰীক দেহসৰ্বস্ব পণ্যত পৰিণত কৰিলেও মোটামুটিকৈ তাত মাত্ৰাবোধ লুপ্ত নহ'ল। কিন্তু ঔপনিবেশিক অঞ্চল বা সদ্যমুক্ত উপনিবেশত সেইবোৰে বিস্ফোৰক প্ৰভাৱ বিস্তাৰ কৰিছিল। 'ব্লিৎজ্' নামৰ তেতিয়া ক্ৰমে জনপ্ৰিয় হৈ অহা বোম্বে'ৰ (এতিয়া মুম্বাইৰ) সাপ্তাহিক পত্ৰিকাত এপিনে ৰুছ-চীনৰ জয়গান আৰু টাটা বিৰলাক গালি, আনপিনে অৰ্দ্ধনগ্ন মনোলোভা মাৰ্কিন বা ইংৰাজ সুন্দৰীৰ উত্তেজক ছবি— মিশ্ৰ অৰ্থনীতিৰ উপযোগী সাংস্কৃতিক প্ৰতীক!! আনপিনে সস্তীয়া সচিত্ৰ মাৰ্কিন কিতাপ-আলোচনীয়ে বজাৰ ওপচাই পেলাইছিল। অৱদমিত ৰুদ্ধ বাসনাৰ সুৰ্‌সুৰণি দিয়াত সেইবোৰেও সহায় কৰিছিল, আনহাতে ভাৰতৰ নাৰীজাগৃতিত প্ৰথম পৰ্যায়তে সি এক অশুভ প্ৰভাৱ পেলাইছিল পৰোক্ষভাৱে।

এনে এক সন্ধিক্ষণত এটা ৰেডিয়'ৰে নগ্ন দেহৰ আকৰ্ষণ ঢাকি ধৰা এগৰাকী নাৰীৰ ডাঙৰ আলোকচিত্ৰ এখন এক ৰেডিয়'দোকানত সজাই থোৱা দেখি প্ৰচণ্ড কামোত্তেজনা অনুভৱ কৰিছিলোঁ। কেইবাৰাতিও ৰাতি উজাগৰে সেই সুন্দৰীৰ বাহুবন্ধনত বিহ্বল হোৱাৰ সপোন মনতে ৰচনা কৰিছিলোঁ। সপ্তাহত দুবাৰমান ছবিখন কেৰাহিকৈ চাই আহিছিলোঁ। মোৰ সেই কাণ্ড বয়স্ক লোকৰ চকুত পৰিলে তেওঁলোকেই প্ৰথমতে তলমূৰ কৰিছিল। বহুদিন পিছতহে গম পালোঁ আলোকচিত্ৰখন আছিল মেৰিলিন মন্‌ৰোৰ। এই কথা উল্লেখ কৰাৰ কাৰণ এয়ে যে নবোদিত যৌন বাসনাৰ পৰিতৃপ্তিৰ বাবে ময়ো সমসাময়িক বহু কিশোৰৰ দৰে আচল বস্তুতকৈ কৃত্ৰিম কাল্পনিক পন্থাৰ আশ্ৰয় লৈছিলোঁ। নাৰীৰ প্ৰতি মোৰ এই দৈহিক আকৰ্ষণ যিমানে দুৰ্বাৰ হৈছিল, সিমানেই তেজমঙহৰ আচল নাৰীৰ ওচৰত মই কাঠৰ মূঢ়া বা জড়ভৰত হৈ পৰিছিলোঁ।

অৱদমনৰ কুফলৰ দুটামান উদাহৰণ দিলে কথাটো পৰিষ্কাৰ হ'ব। এদিন সাৰ পাই উঠি গম পালোঁ, আমাৰ চুবুৰীত ব্যাপক উত্তেজনা আৰু হুলস্থূল। এঘৰ ভদ্ৰ, শান্ত, শিক্ষিত মানুহৰ বাৰীত পোৱা গৈছে তেওঁলোকৰ ষোড়শী কন্যাৰ তেজেৰে লুতুৰি-পুতুৰি মৃতদেহ, আৰু কাষৰে এজন যুৱকৰ মৃতপ্ৰায় শৰীৰ। যুৱকজনে তেওঁৰ প্ৰেয়সীক নিজহাতে হত্যা কৰি নিজৰ ডিঙিতো আত্মহত্যাৰ উদ্দেশ্যে ঘাপ দিছিল। ঘুনুক-ঘানাককৈ শুনা গ'ল, আজিৰ ভাষাত ক'বলৈ গ'লে সেইটো আছিল Sucide Pact— দুয়ো যুটিয়াভাবে আত্মহত্যাৰ পথ বাছি লৈছিল। লগালগি ঘৰৰ যুৱকজন আৰু কিশোৰী গৰাকী পৰস্পৰৰ প্ৰতি আসক্ত আছিল। কিন্তু সেই যুগত পিতৃ-মাতৃৰ বিনা-অনুমতিত এনে সম্পৰ্কৰ কথা মুখ ফুটাই কোৱা সাধাৰণ সন্তানৰ পক্ষে সম্ভৱ নাছিল। কথাটো ষোড়শী গৰাকীৰ পিতৃ-মাতৃয়ে গম পাইছিল নে জনা নাযায়, তেওঁ বিয়াৰ ব্যৱস্থা কৰিছিল। তাৰ পৰা নিষ্কৃতি পাবলৈকে এই ভয়ংকৰ আৰু কৰুণ ব্যৱস্থা। সত্যৰ খাতিৰত ক'ব লাগিব যে ষোড়শী গৰাকীৰ প্ৰতি চুবুৰিৰ কোনোবাই পুতৌ অনুভৱ কৰিলেও স্পষ্টকৈ প্ৰকাশ কৰিবলৈ সাহ কৰা নাছিল। ই আছিল পৰিয়ালৰ 'কলংক'। পাঠকে মনত ৰখা ভাল হ'ব যে এই সময়তে আমাৰ গাঁও-ভূঁইৰ অশিক্ষিত চহা আৰু অনুন্নত সমাজত ষোড়শী গৰাকীয়ে অন্ততঃ মনৰ ভাব ফুটাই ক'ব পাৰিলেহেঁতেন। ল'ৰাৰ ক্ষেত্ৰতো সমস্যা একেই আছিল। কেনেবাকৈ তেনেদৰে— বিশেষকৈ জাতকুল নামানি— বিয়া পাতিলে বহুক্ষেত্ৰত প্ৰেমিকযুগল সমাজচ্যুত হৈছিল।

মোৰ এগৰাকী আত্মীয়াৰ উঠন যৌৱন যেতিয়া, তেতিয়া তেওঁ কলেজলৈ

যাবৰ সময়ত বাটতে থকা মেছ এটাৰ ডেকা এজনে জোকায়। বিদ্নাম ধৰে, অন্তৰ দহি যোৱাৰ কথা বিনায়। ঘোৰ ৰক্ষণশীল পৰিয়ালত ডাঙৰ হোৱা গাভৰু গৰাকীয়ে নিজে নিজৰ ওচৰত স্বীকাৰ কৰিবলৈ টান পালে যে তেৱোঁ সেই আকুল আহ্বানত সঁহাৰি দিছে। প্ৰবল মানসিক অন্তৰ্দ্বন্দ্বৰ ফলত তেওঁৰ মানসিক বিকাৰ দেখা দিলে। শাৰীৰিক অভিব্যক্তিও অদ্ভুত হৈ পৰিল। তেওঁৰ অদ্ভুত আচৰণ দেখি পৰিয়ালৰ মানুহে সোধপোচ কৰাত তেওঁ কোনোমতে শৰীৰৰ কঁপনি থমাই ক'লে যে মেছৰ অমুক ডেকা এজনে তেওঁক কুমন্ত্ৰ কৰিছে। কথাটো শুনি ককায়েকে সদলবলে গৈ ডেকাজনক এজাউৰি দিলে। কাণ্ড দেখি ডেকাজনো ভয় সংশয়ত বিবৰ্ণ হৈ পৰিল। তেওঁ কাবৌ কোকালি কৰি মন্ত্ৰ নাই কৰা বুলি সৈ কাঢ়িলে। মেধাৱী গাভৰু গৰাকীৰ পঢ়াশুনা প্ৰায় সিমানতে সাং হ'ল আৰু মানসিকভাবে তেওঁ বেছ কিছুকাল বিকাৰগ্ৰস্ত হৈ থাকিল। সেই সময়ত গুৱাহাটীত মনোৰোগৰ চিকিৎসাও নাছিল। আজি কেইবছৰমান আগতে দূৰ সম্পৰ্কীয় আন এগৰাকী আত্মীয়াৰো একে অৱস্থা হোৱাত অভিভাৱকসকলে তেওঁৰ জৰা-ফুকা কৰিবলৈ লওঁতেই মই গম পাই মনস্তাত্ত্বিক চিকিৎসাৰ ব্যৱস্থা কৰিবলৈ জোৰ দিছিলোঁ। ভাগ্যে অভিভাৱকে পৰামৰ্শলৈ কাণ দিলে। ছোৱালীজনী এতিয়া সম্পূৰ্ণ সুস্থ।

যৌন অৱদমন যে মধ্যবিত্ত সমাজৰ এক গুৰুতৰ ত্ৰুটি আছিল সন্দেহ নাই। সেয়ে বোধহয় বিদ্নাম-বিদ্নাচৰ প্ৰতি তেতিয়া মধ্যবিত্ত সমাজৰ এনে ভয়মিশ্ৰত বিৰাগ আছিল। কিন্তু সমস্যাটো বৰ সহজ বুলিও ৰোমাণ্টিক ধৰণে মানি ল'ব নোৱাৰি। পশ্চিমত এতিয়া মানুহৰ যৌন বাসনা মুকলিকৈ স্বীকাৰ কৰাই নহয়, দৈনন্দিন আমোদ-প্ৰমোদত তাৰ ৰহন থাকিবই। টি ভিত কিছুমান জনপ্ৰিয় গায়িকাই গীত পৰিবেশন কৰাৰ সময়ত তেওঁলোকে গানেই গাইছে নে উত্তেজক ভংগীৰ দেহ প্ৰদৰ্শনেই কৰিছে, মোৰ চলিহাই ধৰা চকুৰে ধৰিব নোৱাৰোঁ। সেই সমাজত তাৰ ফল বৰ শুভ হোৱা যেনো নালাগে। জনজাতীয় কেতবোৰ সমাজত প্ৰকাশ আৰু সংযমৰ মাজত সুস্থ ভাৰসাম্য ৰক্ষা কৰিছে। কিন্তু জনজাতীয় পৰিবেশ এটা ইচ্ছা কৰিলেই পুনৰুদ্ধাৰ কৰিব নোৱাৰি। সন্দেহ নাই যে আধুনিক প্ৰমোদ-উদ্যোগত যৌন কামনা-বাসনাক ব্যাপকভাবে ব্যৱহাৰ কৰাৰ ফলত নাৰী পুৰুষৰ সম্পৰ্কৰ অৱনতি ঘটিছে।

বাল্যাৱস্থাৰ পৰা বয়স ওপৰলৈ উধায় মানে গুৱাহাটীৰ সমাজত মই আৰু এক নতুন সমস্যাৰ সম্মুখীন হলোঁ। সেইটো হৈছে হিংসাৰ আৰু দৈহিক শক্তি পৰীক্ষাৰ সমস্যা। গোলাঘাটৰ তুলনাত গুৱাহাটীৰ সমাজখন অধিক মুকলি হোৱাৰ

বাবে তাত বৈচিত্ৰ্য আৰু কৌতূহল পূৰণৰ অৱকাশ যদি বেছি আছিল, তেন্তে তাত সামাজিক শাসনো অধিক শিথিল আছিল, প্ৰতিযোগিতাও আছিল অধিক কঠোৰ। একে পৰিয়ালৰ ভাই-ককাইৰ মাজতে সৰুকালত খেলাৰ সামগ্ৰী লৈ খণ্ডযুদ্ধ হয়। মিলাপ্ৰীতি, সহযোগিতা, মৰম-চেনেহৰ লগতে এইটোও জীৱনৰ অংগ। অথচ ইয়াৰ বাবে শাৰীৰিক আৰু মানসিকভাৱে মই একেবাৰে প্ৰস্তুত নাছিলোঁ।

সাধাৰণতে পঢ়াশুনাত চোকা "ভাল ল'ৰা" বিলাকে দৈহিক যুঁজবাগৰৰ পৰা আঁতৰি আছিল। শাৰীৰিক শক্তিৰে কাকো প্ৰত্যাহ্বান জনোৱা নাছিল। পঢ়াশুনাত মছগুল হৈ থকা বাবে এনে ধৰণৰ কথাবোৰত মই এনেয়েও অশান্তি পাইছিলোঁ। কিন্তু খেলাধূলা, মিলাপ্ৰীতিৰ মাজতে মণ্টু (সত্যব্ৰত গোস্বামী), উজানবজাৰৰ মানিক, শ্ৰীমন্ত, আদিৰ লগত ঘুচিয়াঘুচি, কিলাকিলি আদিও কৰিছিলোঁ। কিন্তু পাঁচমিনিটতে বতাহ পুনৰ চাফা হৈ পৰে। এবাৰ কিছু মাত্ৰাধিক্য ঘটাত মণ্টুৰ মাকে মোক দুখমনে দুআষাৰ কথা কোৱাত মই অতি অনুতপ্ত হৈছিলোঁ।

অলপ ফালৰি কাটি আহোঁ। মণ্টুহঁতৰ ঘৰৰ পৰিবেশত মই যথেষ্ট নতুনত্ব পাইছিলোঁ। দেউতাক উমাকান্ত গোস্বামী পিছলৈ স্বাধীন ভাৰতত অসমৰ শিক্ষাধিকাৰ হৈছিল। অতি গহীন আৰু নিয়মানুৱৰ্তী, দেখিলে ভয় লাগে, কিন্তু ভিতৰি মৰমিয়াল। ডাঙৰ কাঠৰ বঙলাটোৰ (এতিয়া হোটেল ব্লু মুন' থকা ঠাইতে) আগত প্ৰায়ে এটা বা দুটা হাতী বন্ধা থাকে। তলমূৰকৈ থাকে হাতী দুটাই। মোৰ অপাৰ কৌতূহল হাতী কেইটাৰ বিষয়ে। মণ্টুৰ মাকে ৰন্ধা সুস্বাদু পায়স আদিৰ ভাগো সদায় পাওঁ। মণ্টুৱে আমৰাঙা সত্ৰৰ বিষয়ে বহুত গল্প কয়, গাড়ীৰ গল্প কয়। মই কিয় পিছ পৰিম? গোলাঘাটত আমাৰ কিমানখন গাড়ী আছে, তাৰ চমকপ্ৰদ বৰ্ণনা কৰি মণ্টুক অবাক কৰোঁ। মণ্টুৰ ভনীয়েক মামণি (পিছলৈ ৰয়চম গোস্বামী) আমাতকৈ সৰু তেতিয়া।

মণ্টুৰ অভিভাৱক এজন আছিল খুড়াক ৰত্ন গোস্বামী। পিছত দক্ষিণ কামৰূপত শিক্ষক হিচাবে কৃতিত্বৰ পৰিচয় দিছিল। এনে মিঠামুখীয়া, ৰুচিবান, জ্ঞানী সজ্জন মই বেছি লগ পোৱা নাই। তেওঁ ল'ৰাৰ লগত ল'ৰাৰ দৰে মিলিব জানিছিল, কিন্তু তাৰ মাজতে সৎপথেৰে চলিবলৈ মৃদুভাৱে শিক্ষা দিছিল।

এবাৰ মণ্টুৰ পোহনীয়া ভাটৌটো মৰি থাকিল। কান্দি কান্দি তেওঁৰ চকু উখহি গ'ল আৰু দুদিনলৈ চকু ঢুলঢুলীয়া হৈ থাকিল। খাবলৈ-ববলৈ মন নকৰে। মণ্টুৰ কাণ্ড দেখি মই বিচূৰ্তি। এমাহ মান আগতে মোৰ পোহনীয়া কুকুৰ এটা ঢুকাল। বহুদিন তাৰ কথা মনত পৰিলে মনৰ একোণত বিষায়, শূন্যতা বোধ

কৰোঁ। কিন্তু মোৰ ইমান শোকৰ উচ্ছাস নাছিল। মোৰ উপস্থিতিত খুড়াকে মণ্টুক কাষত বহুৱাই পিঠি আৰু মূৰ পিহি-পিহি ব্যথিত কিন্তু শান্ত কণ্ঠে মৃত্যুৰ অৱধাৰিত শক্তিৰ কথা ক'লে। মুগ্ধ হৈ শুনিলোঁ ময়ো। আমি সকলো মানুহেই এদিন মৰমৰ ঘৰখন, বন্ধু-বান্ধৱ, আত্মীয়-স্বজন, ধুনীয়া পৃথিৱীখন এৰি যাব লাগিব, ক'লৈ কোনেও নাজানে। ভাটৌটোৰো সেই গতিয়েই হৈছে। ইমান দিনে সি আমাক আনন্দ দিলে। এতিয়া তাৰ যাবৰ পৰ হ'ল, গ'লগৈ। আহাঁ আমি তাক শেষ বিদায় দিওঁ। .

খুড়াকৰ কথা শুনি মণ্টুৱে উচুঁপিবলৈ এৰি থিয় হ'ল। খুড়াকে বজাৰৰ পৰা বুট-মগু-কল-বাতাছা অনালে। আমি বাৰীৰ চুকত গাঁত খান্দি ভাটৌটো পুতি থলোঁ। এগছ চাকি তাৰ ওপৰত কলপাত পাৰি জ্বলাই ৰখা হ'ল। তাৰ পিছত নীৰৱে উভতি আমি মাহ চাউল গলিয়াই খাবলৈ ধৰিলোঁ। মণ্টুৰ মন শান্ত হ'ল। সেইদিনাখন ময়ো এনে স্নিগ্ধ আৰু মনৰ তলিলৈকে বিয়পি যোৱা প্ৰশান্তি অনুভৱ কৰিছিলোঁ যে আজিও কথাটো ৰিণিকি ৰিণিকি মনত পৰে।

কোমল মনৰ সেই মণ্টুৱে কিশোৰ বয়সতে বাহিৰা কিতাপ পঢ়াৰ আকৰ্ষণ এৰি আব্দুলৰ ব্যায়ামাগাৰত শৰীৰ চৰ্চা কৰি জবৰদস্ত পালোৱান হৈ উঠিল। (ক'বলৈ পাহৰিছোঁ, শৰীৰ-চৰ্চাও তেতিয়াৰ এচাম ডেকা ল'ৰাৰ প্ৰিয় হবি আছিল। ছাৰ ছাদুল্লাৰ ল'ৰা নিজামো এনে 'পালোৱানী'ৰ চৰ্চাত মজিছিল) হয়তো নানা ঠাইত শাৰীৰিক প্ৰত্যাহ্বানৰ সন্মুখীন হৈ। মই বাহিৰা কিতাপত লাগি থাকোঁ, পালোৱান হোৱাৰ ইচ্ছাও বিশেষ নাছিল। কিন্তু বাটে-ঘাটে অনাহূত ভাবে ভুকুটো, কিলটো বা ফেঁপেৰি পাতি ধৰা পাৰাৰ ক্ষুদ্ৰকায় ভীমসকলৰ উপদ্ৰৱ সহ্য কৰি নীৰৱে আঁতৰি যোৱাও মোৰ পক্ষে সম্ভৱ নাছিল। মোৰ ভিতৰত এটা বনৰীয়া উগ্ৰ 'স্পিৰিট' আছিল, যি এটা বিন্দুলৈহে উৎপীড়ন আৰু অপমান সহ্য কৰিব পাৰে। অথচ দীঘলীয়া কাজিয়া কৰাৰ অভিজ্ঞতা বা নৈপুণ্য, মোৰ এটাও নাছিল।

চেমনীয়া বা অপেক্ষাকৃত তৰুণ কিছুমানে আন দিশত বিশেষ সাফল্য অৰ্জন কৰিব নোৱাৰিলে দৈহিক শক্তি অৰ্জন আৰু অনুশীলনত পাৰদৰ্শী হৈ পুৰাণৰ দৈত্য-দানৱৰ দৰে দৌৰাত্ম্য চলাইছিল। পৰীক্ষাত বছৰৰ পিছত বছৰ ধৰি বেয়া কৰা বাবে, অথবা তীব্ৰ অশান্তিময় ঘৰুৱা পৰিবেশৰ গ্লানি স্খলন কৰিবলৈ, অথবা তাহানিৰ তীব্ৰ জাতিভেদৰ অপমানৰ শোধ ল'বলৈ 'গুণ্ডা'ৰ খ্যাতি বিচাৰিছিল। তাৰে কাৰো-কাৰো সেই খ্যাতিত মই বিস্মিত হৈছিলোঁ। মণিপুৰী বস্তিৰ জীৱন সিঙে মদ খাইছিল, শিক্ষকেও তাক সমীহ কৰিছিল। কিন্তু আমি বয়ঃকনিষ্ঠবোৰৰ প্ৰতি তাৰ ব্যৱহাৰ আছিল ডাঙৰ ককায়েকৰ দৰে গহীন আৰু সদয়। কিন্তু তাৰে

ভিতৰত কোনো-কোনোৱে সামান্য কথাতে সংগী বা অচিনাকী 'গুণ্ডা'ৰ লগত সুদীৰ্ঘ যুঁজ-বাগৰ কৰি আনৰো হাত-মূৰ ভাঙি দিছিল, আৰু নিজেও ভগা হাত Splintত বান্ধি সগৌৰৱে ঘূৰি ফুৰিছিল। এই ম'হ বোৰৰ আগত আমাৰ বিৰিণাবনৰ অৱস্থা। পঢ়াশুনাত চোকা বুলি নাম থকা বাবে মোক অৱশ্যে ৰঙা চকু আৰু বাঘঢকাৰ পৰা কিছু অব্যাহতি দিছিল। ভাবটো এনেকুৱা— আমি এটা ক্ষেত্ৰত চেম্পিয়ন— ই বেটা আন এক ক্ষেত্ৰত চেম্পিয়ন!!

তথাপি এনেবিধৰ উৎপীড়নৰ পৰা হাত সৰা সদায় সম্ভৱ নাছিল। বান্দৰৰ সমাজত মলুৱাই যেনেকৈ আনবোৰক চৰ-চাপৰ মাৰি নিজৰ একচ্ছত্ৰী নেতৃত্ব প্ৰতিষ্ঠা কৰে আমাৰ সৰুকালতো চেমনীয়া আৰু ডেকাবোৰৰ মাজত তেনেধৰণৰ এবিধ সংস্কৃতি সতেজ হৈ আছিল। আমি প্ৰায়ে তেনে 'গুণ্ডা' নামধাৰী দাদাবোৰক ভালৰি বোলাই চাইছিলোঁ। আজিৰ দিন হোৱা হ'লে হয়তো গামোছাই পিন্ধালোঁহেঁতেন।

এইসকলৰ একো একোজন যে দুৰ্দ্দান্ত সাহসী আৰু বেপৰোৱা আছিল সন্দেহ নাই। স্কুলৰ সৰস্বতী পূজাখন এওঁলোক নাথাকিলে ভালকৈ নহয়েই। কিন্তু এনে সাংঘাতিক ল'ৰা যে সৰস্বতী পূজাৰ নামত কিনা এক গেলন কেৰাচিন তেল ঘৰলৈ লৈ যোৱা এজন শিক্ষা গুৰুৱে অৱসৰ লোৱাত তেওঁৰ বিদায়সভাত তেওঁক এটিন কেৰাচিন তেল উপহাৰ দিছিল এই খটাসুৰ সকলে। শিশিৰৰ শৰীৰ জেওৰাখড়িৰ দৰে শুকান আৰু পাতল, মানুহটোও চুটি-চাপৰ, কিন্তু মাৰ-পিট কৰাৰ সময়ত নিজে প্ৰচণ্ড মাৰ খায়ো প্ৰতিপক্ষক শ'লঠেকত পেলাব পৰা বিধৰ যোদ্ধা। এদিন দেউতাৰ লগত পাণবজাৰলৈ কিবা কামত খোজকাঢ়ি গৈছিলোঁ। হঠাতে ক'ৰবাৰ পৰা শিশিৰ ওলালহি। দেউতাৰ আগতে মোক এটা খুন্দা দিয়া মতলবেৰে সি অদ্ভুত মাত এটা উলিয়াই মোক ক'লেঃ 'আৰে হীৰেন ধদুৱা, তোমাৰ অমুক ছোৱালীজনীৰ লগত চিঠি দিয়া বন্ধ হ'ল নেকি? মাইৰি ভাই, তোমাৰ চিঠি নাপালে তাই মৰিব এতিয়া।' মই ৰাস্তাতে ঘামিবলৈ ধৰিলোঁ। দেউতাকৰ মুখ এন্ধাৰ হোৱা সত্ত্বেও মোৰ কাল্পনিক প্ৰেয়সীৰ বিষয়ে কোনো প্ৰশ্ন নুসুধিলে।

এম-ই স্কুলত পঢ়ি থকা সময়ত কিয় নাজানোঁ, কামৰূপ একাডেমীৰ দুটা ল'ৰাই ৰাস্তাই-ঘাটে মোৰ ওপৰত উপদ্ৰব আৰম্ভ কৰি দিলে। মোক লগ পালেই মোৰ চুলিত হাত দি চুলি জপৰা কৰি দিয়া, নতুন চোলা পিন্ধি গ'লে তাত লেতেৰা বস্তু সানি দিয়া, পিছপিনৰ পৰা অতৰ্কিতে মূৰত বা পিঠিত কিলাকুটিৰে খুন্দা দিয়া, কিতাপপত্ৰ কাঢ়ি লৈ যোৱা, আদি সৌহাৰ্দ্দ্যপূৰ্ণ আচৰণেৰে সিহঁত

দুটাই মোক অতিষ্ঠ কৰি তুলিলে। মই অকলশৰীয়া, সিহঁত দুটা। সেয়ে শেঁতা হাঁহি মাৰি উপদ্ৰৱবোৰ সহি থাকোঁ। কিন্তু ফলত সিহঁতে এনে উৎপাত আৰম্ভ কৰিলে যে মূৰত গুম্‌গুম্‌নি আৰম্ভ হ'ল, তেজ উতলিবলৈ ধৰিলে। ভাবিলো, যি হয় হ'ব, ইয়াৰ এটা হেস্তনেস্ত কৰা দৰকাৰ। পুৱা-গধূলি ডন-বৈঠক কৰি, চাউলৰ বস্তাত ঘোঁচা মাৰি হাতৰ মুঠি টান কৰি যুদ্ধৰ বাবে প্ৰস্তুত হলোঁ।

বাৰোৱাড়ী নামঘৰত গধূলি এদিন যাত্ৰা চাই থাকোঁতে দুই ভ্ৰাতা হিৰণ্যাক্ষ-হিৰণ্যকশিপুৰ আবিৰ্ভাব হ'ল। যথাৰীতি মূৰত দুখ পোৱাকৈ এটাই তালুত ভুকু মাৰিলে। লগে লগে প্ৰচণ্ড ঘোঁচা এটা মাৰি মই তাৰে ডাঙৰটোক বগৰাই দিলোঁ, তাৰ গালত কালশিৰা ফুটি উঠিল। লগে লগে দুয়ো মোৰ ওপৰত জঁপিয়াই পৰিল। মই ক'লোঁ, ইয়াত নহয় বাহিৰলৈ ব'ল। বাহিৰলৈ ওলায়েই মই পগলা খণ্ডত দুয়োটাৰে ওপৰত লাঠি গোৰ ভুকু ঘোঁচাৰ শিলাবৃষ্টি বৰষিবলৈ ধৰিলোঁ। দুয়ো মোৰ ওপৰত সমানে সেইবোৰ অস্ত্ৰকে প্ৰয়োগ কৰিলে। এবাৰ মই সিহঁত কোনোবা এটাকে বগৰাই দিওঁ, এবাৰ সিহঁতে মোক বগৰাই দিয়ে। দুয়ো পক্ষ শ্ৰান্ত হৈ পৰাত উভতি দৰ্শকৰ মাজত বহিলোঁ গৈ। অলপ পিছত সিহঁতে আকৌ চুলিত টনা আৰম্ভ কৰিলে। আকৌ ওলাই গ'লোঁ ৰণক্ষেত্ৰলৈ। আকৌ তুমুল দবৰাদবৰি, ঘুচিয়াঘুচি। ভাগৰ লগাত আকৌ দৰ্শকৰ মাজত বহিলোঁহি। পুনৰ বাজি উঠিল যুদ্ধৰ ভেৰী। আকৌ বনৰীয়া ম'হৰ দৰে যুদ্ধ।... এনেকৈ কিমানবাৰ যে যুদ্ধ দিলোঁ, মনত নাই। শেষত তিনিওটাৰে ওঁঠ ফাটি তেজ ওলাল, চাৰ্ট ফাটি ছিৰাছিৰ, কপালে-গালে টেমুনা। দুই অসুৰে সিমানতে যুদ্ধৰ সামৰণি মাৰিলে। সিহঁতৰ যুঁজাৰ আগ্ৰহ নোহোৱা হোৱা দেখি ময়ো লাহে লাহে শান্ত হলোঁ।..... সেইদিনৰে পৰা সিহঁতে মোক জোঁকোৱা বাদ দিলে। ঘৰলৈ গৈ প্ৰচণ্ড এজাউৰি গালি খালেও বিজয়ৰ আনন্দত সেইবোৰ ইকাণে সোমাই সিকাণেদি ওলাই গ'ল। এতিয়া ভাবোঁ, অসম-মাতৃয়ে এগৰাকী দুৰ্দ্ধৰ্ষ মুষ্টিযোদ্ধা হেৰুৱালে। তেখেত কোন, পাঠকক বুজাই কোৱাৰ সকাম নাই। ❑

# আশ্ৰমিক

উজান বজাৰৰ লতাশিল প্ৰাথমিক স্কুলৰ ছাত্ৰ আছিলোঁ মই। এতিয়া তাৰ আগেদি গ'লে শৈশৱৰ আপোন স্কুলখনৰ কোনো চিন-মোকাম চকুত নপৰে। ইটাৰে সজা ইটাগুড়িয়া দালান-ঘৰ এটা। সমুখত ল'ৰা-ছোৱালীয়ে টিফিনৰ ছুটীত দৌৰাদৌৰি কৰিবলৈ মুকলি ঠাই এটুকুৰা নাই। অৱশ্যে আমাৰ দিনতকৈ ঘৰটো দেখাত উন্নত আৰু মৰ্যাদাসম্পন্ন, চৰকাৰ বা পৌৰ কৰ্তৃপক্ষই পুৰণি স্কুলখনৰ সন্মান ৰক্ষা কৰিবলৈ সদিচ্ছাৰেই সাজি দিছে। কিন্তু মোৰ মনে তাত তৃপ্তি নাপায়। স্মৃতিৰ আৰু এক যন্ত্ৰণা এইটো। তাহানিৰ সৰু দুকোঠলিয়া ঘৰটো জুপুৰি ঘৰতকৈ অলপহে উচ্চস্তৰৰ আছিল। এখন বেৰত সৰু ল'ৰা সহজে সোমাব ওলাব পৰা এটা ডাঙৰ ফুটা— কোনো শিক্ষকে ভাগৰত টোপনিয়ালে আমি ওলাই গৈ বাহিৰত পাঁচ-দহ মিনিটৰ বাবে মুক্তিৰ সোৱাদ লওঁ। ঘৰটোৰ চাৰিওফালে মুকলি। গছ-গছনিও আছিল। সেই জীৰ্ণ স্কুলঘৰটো এতিয়া নাই। মোৰ তাহানিৰ লগৰীয়াহঁতৰ বাহিৰে আন কোনেও এই স্মৃতিৰ ৰহস্য বুজি নাপাব।

কেতিয়া পাহৰিলোঁ, বোধহয় বিদেশৰ পৰা ঘূৰি অহাৰ পিছত, কি মন গ'ল এদিন গধূলি স্কুলঘৰটো চাওঁ বুলি সোমাই গ'লোঁ। পুৰণা স্কুলঘৰটো মোৰ দৰে বহুতৰ শৈশৱৰ স্মৃতি বহন কৰি তেতিয়াও থিয় দি আছিল। কাষৰে আৰু এটা জুপুৰি ঘৰৰ পৰা ওলাই আহিল আমি সৰুতে দেখা চকিদাৰ- 'সাঞ্চিত'। মোক আচৰিত কৰি তৎক্ষণাৎ মোক চিনি পালে সাঞ্চিতে, আৰু স্নেহসিক্ত কণ্ঠেৰে খবৰ-খাবাৰ ল'লে। এতিয়া ভাবিলে ধিক্কাৰ জন্মে যে মোক দেখি আনন্দ-বিহ্বল হোৱা সাঞ্চিতৰ নিজৰ ভৱিষ্যতৰ পৰিকল্পনা— এইবোৰ বিষয়ে মই একো খবৰ নল'লোঁ। মোৰ তাহানিৰ স্কুলখন একেই আছে, সিয়েই যেন মোৰ স্বাৰ্থপৰ তৃপ্তি আৰু আনন্দৰ প্ৰধান বিষয় হ'ল। তেওঁ ক'লৈ গ'ল, পিছত আৰু গম নাপালোঁ। তেওঁৰ হাঁহিমুখীয়া বহল চাৰিচুকীয়া মুখখনৰ সৰল বিশ্বস্ত ৰূপটোৱেই মোৰ মনত ৰৈ গ'ল।

লতাশিল স্কুলত পঢ়া সময়ত ব্ৰিটিছ শাসকগোষ্ঠীৰ কোনো পৰিকল্পনা অবিহনেই আমাৰ স্কুলবোৰে এটা গুৰুত্বপূৰ্ণ গণতান্ত্ৰিক ভূমিকা লৈছিল। বিভিন্ন জাতি, ধৰ্ম, গোষ্ঠীৰ ছাত্ৰ-ছাত্ৰী, ধনী-দৰিদ্ৰ নিৰ্বিশেষে সকলো পৰিয়ালৰ সন্তান. একেখন চালৰ তলতে কাঠৰ ডেক্স-বেঞ্চত বহি ভাই-ককাই আৰু ভাই-ভনীৰ দৰে পাঠ লৈছিল। আমাৰ লগত তেতিয়া গুৱাহাটীৰ বিভিন্ন অঞ্চলৰ বিভিন্ন গোষ্ঠীৰ ল'ৰা আহি লতাশিলত নাম লগাইছিল। আমাৰ লগত পঢ়া এজন নেপালী ল'ৰাৰ তৃতীয় মানতে বিয়া হোৱা দেখি আমি বিস্ময় আৰু কৌতুকত পুলকিত হৈছিলোঁ। মই হাইস্কুল যেতিয়া পালোঁ, তেতিয়া লতাশিলত একেলগে পঢ়া দুজনমান ল'ৰাই স্কুল এৰি উজানবজাৰত শাক-পাচলি বা মাছৰ বেপাৰ কৰিছিল। আকৌ চহৰৰ সম্ভ্ৰান্ত ঘৰৰ ল'ৰাও আমাৰ লগত পঢ়িছিল। আমাক স্কুললৈ খালিভৰিৰে অহা দেখি তাৰে দুজনমানে ঘৰত তুমুল কাজিয়া কৰি স্কুললৈ জোতা নিপিন্ধাকৈ আহিছিল ! চীফ জাষ্টিচ কানিয়াৰ (কানহাইয়া?) কন্যাই টি চি স্কুলৰ সাধাৰণ পৰিয়ালৰ সহপাঠীৰ ঘৰলৈ গৈছিল। শিক্ষক সকলেও অভিভাৱকৰ মান-মৰ্যাদালৈ বিশেষ কেৰেপ নকৰি দণ্ডবিধান কৰিছিল। শ্ৰেণীদম্ভ আৰু জাতিদম্ভৰ অনুকূলে পৰিয়ালত পোৱা শিক্ষা কিছু পৰিমাণে স্কুলৰ পৰিবেশে সংযত কৰিছিল। হয়তো এক প্ৰগতিশীল গণতান্ত্ৰিক জাতীয় ৰাষ্ট্ৰ গঢ়াৰ প্ৰেৰণা তাৰ মাজৰ পৰাও আহৰণ কৰিব পৰা গ'লহেঁতেন।

মন কৰিবলগীয়া যে সম্প্ৰতি সেই বাটটো সম্পূৰ্ণ ৰুদ্ধ হৈছে। জাতি-গোষ্ঠী ভেদাভেদতকৈ এতিয়া প্ৰবল হৈছে শ্ৰেণীবুদ্ধিগত বিভাজন আৰু বৈষম্যৰ চেতনা। বাহ্যিক ভাবে ইংৰাজী মাধ্যম বনাম অসমীয়া মাধ্যমৰ কাজিয়াত সি প্ৰকাশ পাইছে। মোৰ ডাঙৰ ছোৱালীজনীক 'ছেণ্ট মেৰিজ কনৱে'ণ্ট'ৰ পৰা আনি যেতিয়া অসমীয়া মাধ্যমৰ স্কুলত ভৰ্তি কৰাই দিলোঁ, তেতিয়া তাইৰ বেছিভাগ পূৰ্বৰ সহপাঠী বা বয়সত অলপ ডাঙৰ বা সৰু আগৰ চিনাকী কিশোৰীয়ে তাইৰ লগত মাত বোল বন্ধ কৰি দিলে। মই নাভাবোঁ যে সিহঁতে এইটো মাক-বাপেকৰ নিৰ্দেশত কৰিছিল। ইতিমধ্যে আমাৰ সমাজত যি অলংঘনীয় শ্ৰেণী বিভাজন গঢ়ি উঠিছে, সিহঁতে সহজ বুদ্ধিৰেই তাক উপলব্ধি কৰিছিল, আৰু নিজৰ সুখী ভবিষ্যতৰ বাবে তেনে বৈষম্য সংৰক্ষণ কৰা প্ৰয়োজনীয় বুলি ভাবিছিল। (জোনমণিয়ে মোক কৈছে যে পিছত এবাৰ স্কুল-ৰি-ইউনিয়নত ছেণ্ট মেৰিজলৈ গৈ সেইখিনি ছোৱালীৰ পৰা তাই সহৃদয় ব্যৱহাৰেই পাইছিল) অথচ সেই চামটোৱেই অসম-অসমীয়াৰ জাতীয় স্বাৰ্থৰ কথা আটাইতকৈ বেছিকৈ বলকে। এনে দুতলীয়া আচৰণেৰে অসমৰ মধ্যবিত্ত-উচ্চমধ্যবিত্ত শ্ৰেণীটোৱে সমাজত এনে এক সুবিধাভোগী স্তৰ

গঢ়ি তুলিছে, যি সমাজৰ সকলো সম্পদ আৰু সা-সুবিধা নিজৰ হাতৰ মুঠিত ৰাখিবলৈ বিচাৰে। এই মনোভাবত ক্ষুদ্ধ মধ্যবিত্তৰ বাকী অংশই আকৌ ৰাষ্ট্ৰ তথা চৰকাৰক অসমীয়া মাধ্যমৰ স্কুলবোৰৰ প্ৰতিপালনত উদ্যোগী হ'বলৈ বাধ্য কৰিব পৰা নাই।

সেইবোৰ হ'ল পৰৱৰ্তী যুগবোৰত হোৱা 'প্ৰগতি'ৰ ফচল। আমি সৰু থাকোঁতে কিন্তু সেই যুগত প্ৰবল হৈ থকা জাতি আৰু গোষ্ঠীৰ ব্যৱধানবোৰৰ অসাৰতা আমি অভিজ্ঞতাৰ জৰিয়তেই পাইছিলোঁ। জাতি-গোষ্ঠীৰ ব্যৱধানক বিশেষ গুৰুত্ব দিয়া হোৱা নাছিল আমাৰ ঘৰত। অৱশ্যে অস্পষ্টভাবে আমি আহোম বিলাক যে বাকীবোৰ মানুহতকৈ অলপ বেলেগ, বুজি পাইছিলোঁ। সি যি নহওক সেই সৰু কালতে মোৰ দৃঢ় অনুভৱ হৈছিল যে কিছুমান কথাত বেলেগ হ'লেও আন জাত বা সম্প্ৰদায়ৰ ল'ৰাবোৰ মূলতঃ আমাতকৈ 'উচ্চ' বা 'নীচ' নহয়। যিখিনি মলি মামৰ আছে, সেইখিনি গুচাব পৰা বিধৰ।

সেই সময়ত উজানবজাৰৰ নদীপাৰৰ কৈৱৰ্ত্ত সকল চৰম অৱজ্ঞা- অৱহেলা আৰু তুচ্ছ-তাচ্ছিল্যৰ পাত্ৰ আছিল তেওঁলোকতকৈ ওপৰৰ বৰ্ণবিলাকৰ পৰা। তেওঁলোকৰ মাজত দাৰিদ্ৰ্য আৰু নিৰক্ষৰতা আছিল ব্যাপক। উচ্চবৰ্ণৰ লোকসকলে নিজৰ মাজত তেওঁলোকক সততে 'ডোম' বুলিহে উল্লেখ কৰিছিল। তেওঁলোকৰ স্বাস্থ্যকৰ কিন্তু অৱদমিত জীৱন পিয়াসাই উচ্ছৃংখল, অসংযত ভাষা আৰু আচৰণৰ জৰিয়তে পৰোক্ষভাবে এই অৱদমনৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। (কোৱা বাহুল্য যে এনেধৰণৰ বিদ্ৰোহ বা **Subversion** আছিল শেষ বিচাৰত অফলপ্ৰসু।) তেওঁলোকৰ বিৰুদ্ধে আনকি আমাৰ ঘৰতো আছিল অসহিষ্ণুতাৰ আৰু অবজ্ঞাৰ ভাব। মাৰ্কিন 'নীগ্ৰো'ৰ দুখ-যন্ত্ৰণাত কাতৰ পিতৃদেৱ কৈৱৰ্ত্ত সকলৰ অৱমাননাৰ প্ৰতি নিস্পৃহ আছিল। কিন্তু মই আমাৰ সহপাঠী যিকেইজন কৈৱৰ্ত্ত ল'ৰাৰ লগত বন্ধুত্ব কৰিছিলোঁ—সেই মাণিক, শ্ৰীমন্ত, ঘনৰ দৰে ল'ৰাৰ মাজত লক্ষ্য কৰিছিলোঁ সহজাত এক মাৰ্জিত আচাৰ আৰু ৰুচি আৰু হৃদয়ৰ অনুপম উষ্ণতা আৰু সমৃদ্ধি।

সেইদৰে সহপাঠী মুছলমান ল'ৰা ৰৌফ্ আৰু মতিন (বাকীসকলৰ নামেই পাহৰিছোঁ) আদিৰ মাজত এনে কোনো দোষ দেখা নাছিলোঁ যি সহৃদয়তাৰ প্ৰতিবন্ধক হ'ব পাৰে। ১৯৪৬ চনত মোৰ বয়স সাতবছৰ। কলিকতাত ভয়ংকৰ হিন্দু-মুছ্লিম সংঘৰ্ষ হোৱাৰ উৰা বাতৰিয়ে আমাৰ নিৰুদ্বেগ অসমীয়া সমাজতো শিহৰণ তুলিছিল। টিফিনৰ ছুটিত ফুটবল খেলি জিৰাইছোঁ, এনেতে মোৰ কাষতে বহি ভাগৰত ফোঁপাই থকা ৰৌফে মোক ক'লে ঃ 'ঐ জাননে নাই, আমাৰ

কেলকাতাৰ পৰা ব'ম (বোমা) আৰু বন্দুক আহি আছে, তইঁতে ক'ত পাৰিবি ?' ময়ো সমান তেজেৰে উত্তৰ দিলোঁ ঃ 'যা, যা, বাহাদুৰি নকৰিবি। তইঁতে নাজানই আমাৰ ডে'গাৰ, ব'ম আৰু বন্দুক ভৰ্ত্তি হৈ আছে। তইঁত ওলালেই খতম হৈ যাবি।' তাৰ পিছত দুয়ো উঠি ফুৰ্তিৰে চিঞৰ বাখৰ কৰি ফুটবল (মানে টে'নিছ বল) লঠিওৱাত লাগি গ'লোঁ। পৰস্পৰক বন্দুকৰ গুলিৰে শেষ কৰি দিয়াৰ খন্তেক পূৰ্বৰ ভাবুকি বা সংকল্প মনতে নাথাকিল। পাঠকসকলে জানে, অসমত যদিও মুশ্লিম লীগৰ সংগঠন আৰু প্ৰচাৰ আছিল, অসমীয়া হিন্দু-মুছলমানৰ মাজত কোনো অপ্ৰীতিকৰ ঘটনা ঘটা নাছিল।

সেই সময়ত মোৰ যিমান দূৰ মনত পৰে, মধ্যবিত্ত ঘৰৰ ছোৱালীহে প্ৰাথমিক শিক্ষা ল'বলৈ আহিছিল। দৰিদ্ৰ শ্ৰেণীৰ আৰু দলিত জাতি-গোষ্ঠীৰ ছোৱালীৰ বাবে বিদ্যালয়ত শিক্ষালাভ আছিল গছত গৰু উঠা কথাৰ নিচিনা। মোৰ লগত পঢ়া চিত্ৰা (চপলা) চৌধুৰী, নিৰ্মলা বৰুৱা আদিৰ লগত বহুতদিন দেখাদেখি হোৱা নাই, অলপতে চিত্ৰাক লগ পাইছিলোঁ। বাকীবিলাক কোন ক'ত গ'ল নাজানো, চিত্ৰাই তাৰিণী চৌধুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অৱসৰ লৈছে। স্ত্ৰীশিক্ষাৰ সুযোগ এনে বিৰল আছিল যে টি চি স্কুলৰ প্ৰতিষ্ঠা অসমৰ শিক্ষাজীৱনত এক প্ৰায় যুগান্তকাৰী ঘটনা আছিল। আমাৰ স্কুলৰে দুগৰাকী ছাত্ৰী আছিল পিছলৈ কটন কলেজৰ অধ্যক্ষ হোৱা প্ৰীতি কাকতি, আৰু সুবিখ্যাত মামণি ৰয়চম গোস্বামী।

মোৰ সংগী সকলৰ শতকৰা আশীজনক মাধ্যমিক বিদ্যালয়ৰ ওপৰৰ শ্ৰেণীত আৰু লগ নাপালোঁ। কথাটোৰ তাৎপৰ্য্য তেতিয়া বুজা নাছিলোঁ আৰু তাক ৰ'দ-বৰষুণৰ দৰে স্বাভাৱিক ঘটনা বুলিয়েই ভাবিছিলোঁ। আজিকালি জনা হৈছোঁ, এইটোৱেই আমাৰ ৰাজহুৱা শিক্ষাৰ অন্যতম কলংক — ( **Drop-out**) বা অকালতে পঢ়াশুনা এৰি দিয়া কিশোৰ-কিশোৰীৰ বিপুল সংখ্যা। কলে'জিয়েটত পঢ়া কালত একেটা ক্লাছতে জোঁটপোট খাই লাগি ধৰা আৰু বছৰৰ পিছত বছৰ ধৰি পৰীক্ষাত অকৃতকাৰ্য হোৱা সহপাঠী সকলৰ পৰিস্থিতিও এতিয়াহে বুজা হৈছো। তাৰে এচামে এই বুজিব নোৱাৰা অন্যায়ৰ বিপৰীতে গুণ্ডামিকে আত্মমৰ্যাদাৰ উপায় হিচাবে গ্ৰহণ কৰিছিল। কিন্তু তেনে বাটেৰে খোজ নিদিয়া বয়সীয়া আৰু ব্যৰ্থতাভাৰাক্ৰান্ত ছাত্ৰও আছিল। কোনো-কোনো ইতিমধ্যে যৌৱনৰ দুৱাৰদলিত উপস্থিত হৈছিল।

এদিনৰ এটা ঘটনা মনত পৰে। আমি গম নাপাওঁ, তেতিয়া নীতিবাগীশ অধিকাংশ অভিভাৱকে একবাক্যে গৰিহণা দিয়া হিন্দী চিনে'মাৰ গীতবোৰ ৰচনা

কৰিছিল উৰ্দু ভাষাৰ কেইজনমান শ্ৰেষ্ঠ কলাকাৰে। যেনে, শ্বহিৰ লুধিয়ানৱি, অথবা কাইফি আজমি। আমি টিফিনৰ ছুটিত মহামায়া কেবিনত বহি থাকোঁতে (মহামায়া কে'বিন তেতিয়াৰ অসমীয়াৰ ব্যৱসায়িক উদ্যোগৰ এক উজ্জ্বল উদাহৰণ আছিল) দূৰৰ পৰা এটি হিন্দী চিনে'মাৰ গীতৰ সুৰ ভাহি আহিল। গীতটিৰ ভাবাৰ্থ এনে ধৰণৰ- 'স'ৰি পৰা গছৰ পাতৰ দৰে মই বতাহত ইপিনে সিপিনে উৰি ফুৰিছোঁ, মোৰ কোনো লক্ষ্যস্থান নাই, যোৱাকালি মই ক'ত আছিলোঁ মই মনত ৰখা নাই, অহাকালি ক'লৈ যাম নাজানোঁ... ইত্যাদি।' বয়সীয়া আৰু শ্ৰেণীত পেলনি যোৱা বুলি ভবা ছাত্ৰকেইজনে তবধ হৈ শুনিলে। তাৰ এজনে দীঘল হুমুনিয়াহ কাঢ়ি ক'লে, 'ভাই, কি মেলেংকলি টিউন্ !' ('কি' আৰু 'মেলেংকলি' শব্দ দুটা দীঘলীয়াকৈ উচ্চাৰণ কৰিছিল।) আটাইবোৰে কিৰিলি পাৰি হাঁহি সংগীজনক ঠাট্টা কৰিলে। কিন্তু ঠাট্টা কৰাৰ সময়ত তেওঁলোকৰ চকুৰ কোণত চিক্‌মিকাই আছিল অশ্ৰুকণা।

(২)

লতাশিল নামটো আহিল ক'ৰ পৰা ? অনতিদূৰত আমবাৰী, য'ত ওচৰাওচৰিকৈ আবিস্কৃত হৈছে প্ৰচুৰ শিলামূৰ্তি - য'ৰ পৰা ধাৰণা হয় যে হয়তো খনিকৰ সকলৰ এটা শিল্পশালা বা কাৰখানা আছিল। অন্ততঃ প্ৰত্নতত্ত্ববিদ পণ্ডিত প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ ধাৰণা তেনেকুৱাই। হয়তো এইখিনিতে লতাচানেকীয়া শিলৰ কিবা ভগ্নাৱশেষ আছিল। আন যি নহওক, প্ৰাচীন গুৱাহাটীৰ স্মৃতি ঠাইখনৰ লগত বিজড়িত।

অৱশ্যে ঔপনিবেশিক যুগত গঢ় লোৱা নতুন চহৰখনৰ মানুহে সেই যুগৰ নালাগে, আহোম যুগৰে কোনো খবৰ ৰখা নাছিল। আমি সৰু থাকোঁতে হাইক'ৰ্টখন হোৱা নাছিল। কিন্তু অদূৰত অৱস্থিত থানা, কাছাৰি, ডেপুটি কমিছনাৰৰ বঙলা আদিয়ে প্ৰমাণ কৰে যে ঠাইখিনি ব্ৰিটিছ যুগতো গুৰুত্বপূৰ্ণই আছিল, ব্ৰিটিছ আমোলাৰ নতুন প্ৰশাসন আৰু সংস্কৃতিৰ এজন উল্লেখযোগ্য প্ৰতিনিধি আছিল হেমচন্দ্ৰ বৰুৱা. সেয়ে লতাশিলত থকা প্ৰাথমিক বিদ্যালয়খনে নিশ্চয় এসময়ত যথেষ্ট মৰ্যদা আৰু গৌৰৱৰ চিনাকি দিছিল। অথচ আমি পঢ়া কালত তাৰ ঘৰবাৰী আছিল নিঃকিন বিধৰ।

কিন্তু সেই আড়ম্বৰশূন্য দৈন্যদশাৰ মাজতে ঘৰটোত নিষ্ঠাৰে পাঠদান কৰিছিল কেইগৰাগীমান শিক্ষকে, যিসকলক মানসিক সম্পদত চহকী নুবুলি নোৱাৰি। সেই সকলৰ মাজত সকলো পিনৰ পৰা আগৰণুৱা আছিল হেড'মাষ্টৰ প্ৰভাত চৌধুৰি। ওখ পাখ, গৌৰবৰ্ণৰ, হটঙা কিন্তু সুশ্ৰী চৌধুৰি ছাৰে ধুতিৰ লগত

জোতা-মোজা পিন্ধিছিল, আৰু তেখেতৰ চিৰসংগী আছিল এখন চাইকেল। সেই সময়ত শিক্ষক সকলৰ সাৰথি আছিল চাইকেলখন। পিছলৈ দেখিছিলোঁ কল'জিয়েট স্কুলৰ হে'ডমাষ্টৰ অন্নৰাম বৰুৱা দেবেও চাইকেল চলায়েই স্কুললৈ আহিছিল। স্কুলখনেই প্ৰভাত চৌধুৰি ছাৰৰ প্ৰাণ আছিল। ৰাতিপুৱাই স্কুললৈ আহি দিনটো স্কুলতে কটায়। কোনোবাদিনা তেওঁ নাহিলে বা পলম কৰিলে স্কুলখন আমনজিমনকৈ থাকে, ঢিমাতেতালাত চলে, আৰু তেওঁ আহিলেই গা মূৰ জোকাৰি পাখি কটালি এটেঁনশ্যন-ভংগীত থিয় দিয়ে আৰু উৎসাহেৰে কামত ধৰে। ছাৰৰ হাতত এডাল স্কে'ল, আৰু কেতিয়াবা তাৰ কঠোৰ আঘাতত আমাৰ বাহু বা কান্ধতো সেৰা পাতিছিল, মুখ বেদনাত বিকৃত হৈছিল। কিন্তু মই আজিও শপত খাই ক'ব পাৰোঁ যে ছাৰৰ দণ্ডদানৰ বাবে কোনো ছাত্ৰই তেওঁক বেয়া পোৱা নাছিল, কোনো বিদ্ৰোহী হোৱা নাছিল। কাৰণ বেত দিবৰ সময়ত ছাৰৰ মুখত কোনো জান্তৱ ক্ৰোধ, উল্লাস বা হিংসাৰ ভাব প্ৰকাশ পোৱা নাছিল। আমি আটায়ে বুজিছিলোঁ, চৌধুৰী ছাৰ আচলতে মৰমিয়াল, কিন্তু তেওঁ বেত্ৰাঘাত কৰিছে নিয়ম ভংগৰ কাৰণে, যি নিয়মৰ তেখেত আছিল সজাগ প্ৰহৰী।

চাৰিওপিনে ৰজন্‌জনাই যোৱা গল্‌গলীয়া মাতেৰে ছাৰে আমাক 'বান্দৰ', 'জানোৱাৰ', 'ভূত' আদি মৰমমিশ্ৰিত ধমকৰ উপাধিৰে সম্বোধন কৰিছিল। চৌধুৰী ছাৰে পঢ়ালে পাঠটো পৰিষ্কাৰ হৈ যোৱাৰ উপৰিও মনত সাঁচ বহি গৈছিল সুদীৰ্ঘ কাললৈ। অৱশ্যে তেখেত সাধাৰণতে নিজে ক্লাছ লৈছিল ওপৰৰ ক্লাছবোৰত, দ্বিতীয় বা তৃতীয় মানত। কিন্তু কেৱল পঢ়াশুনাৰ দিশত নহয় আনপিনেও তেখেতৰ নজৰ আছিল। কেতিয়াবা ফুটবলপথাৰত নিজে নামি গৈ খেলৰ তদাৰক কৰিছিল। (স্কুলৰ খেলপথাৰখন লতাশিল থানাই কাঢ়ি নিলে কেতিয়াবাই।) স্কুলত মাহত এবাৰ নহয় এবাৰ কিবা ফাংছন হৈছিল- মঞ্চৰ নামত মেজত থিয় কৰাই দিছিল আমাৰ লগৰে ৰমেন বৰুৱাক। ৰমেনে গোৱা গীত এটা মোৰ এতিয়াও মনত আছে

'সপোন-সুৰভি দেশতে
তুমি আৰু মই দুজনে
ৰচিম কাৰেং সোণালি-
-- হিয়াৰে হিয়া গাঁঠি দি।'

লগতে উৎসাৰে হাৰ্মোনিয়াম বজাইছিল প্ৰভাত চৌধুৰি ছাৰ। ৰমেনে আছিল আমাৰ সৰুকালৰ অতি সীমিত সংগীত ৰাজ্যৰ একচ্ছত্ৰী নৃপতি। কিন্তু মাজতে উজান বজাৰৰ এটি খোড়া কৈৱৰ্ত্ত ল'ৰাই ৰমেন বৰুৱাৰ গৌৰৱ চেৰ নেপেলালেও

তাক চোওঁ চোওঁ কৰিছিল। ল'ৰাটিৰ গীতৰ আকৰ্ষণ আছিল এয়ে যে শুৱলা কণ্ঠৰ লগত সি যুৰি দিছিল মানবীয় আবেগ-অনুভূতিৰ স্নিগ্ধ উত্তাপ। সেই ল'ৰাটিয়ে এবাৰ গাইছিল,

মৰু চাহাৰাৰ শুকান বালি
বিচাৰি নোপোৱা শীতল পানী...

শুনি আমাৰ অকণি হৃদয়ত হাহাকাৰ উঠিছিল, অজানিতে চকু পানীৰে ভৰি উঠিছিল।

মাজে মাজে আহিছিল 'পশুপালন' নামৰ এখন পত্ৰিকা নিজৰ খৰচত ছপাই উলিওৱা পশুচিকিৎসক ডাঃ কনক শৰ্মা। লগত নানা ৰং বিৰঙৰ মেপৰ দৰে গৰুৰ পাকস্থলী আৰু বিভিন্ন জাতৰ গৰুৰ ছবি থকা চাৰ্ট। ব্লেকব'ৰ্ডত সেইবোৰ আঁৰি তেওঁ অনৰ্গল নিজকে নিজে কোৱাৰ দৰে বিৰবিৰাই গো-পালন সম্পৰ্কে কি কৈছিল আমি ল'ৰাইঁতে বুজি পাইছিলোঁ বুলি ক'লে ভুল হ'ব। চহৰৰে কোনো কোনো লোকে তেখেতৰ প্ৰচাৰ কাৰ্যৰ গুৰুত্ব নুবুজি তেখেতক বাতিকগ্ৰস্ত বুলি ভাবিছিল। কিন্তু আমাৰ শিক্ষকসকলে তেখেতক সন্মান কৰা দেখি আমিও কৰিছিলোঁ।

আৰু আহিছিল এজন বাজীকৰ বা মে'জিছিয়ান। তেওঁ ৰঙানীলা কাগজ পানীত গুলি মণ্ড বনাই গিলি পেলাইছিল আৰু অলপ পিছত মুখৰ পৰা ধুনীয়া-ধুনীয়া ৰং বিৰঙৰ কাগজৰ ফিটা বাহিৰ কৰিছিল, শূন্যতে কোনো বস্তুৰ ওপৰত হাত ফুৰাই তাক অদৃশ্য কৰিছিল, ছাতি এটাৰে মুখ আৰু মূৰ ঢাকি বহু দূৰেদি যোৱা ৰে'ল গাড়ীৰ আৱাজ, পুৱা নিশা শিয়ালৰ মাত, গহন বনত বাঘৰ মাত, ৰাতি কাছাৰীৰ বৰকাঁহৰ মাত আদি উলিয়াই আমাক মুগ্ধ কৰিছিল। এবাৰ এটা আচৰিত কাম কৰিছিল। আমাৰ স্কুলত গোলগাল পেটুৱা চেহেৰাৰ এগৰাকী শিক্ষকে কেইমাহমান চাকৰি কৰিছিল, মুখখন হৃষ্টপুষ্ট আৰু সদাতুষ্ট। সেইজন ছাৰেও হে'ড মাষ্টৰৰ শাৰীত মে'জিছিয়ানৰ লগতে আমাৰ পিনে মুখ কৰি বহি বাজী চাই আছিল। হঠাতে তেওঁৰ পেটত দুটামান টোকৰ মাৰি বাজীকৰে এটা-এটাকৈ পাঁচ-ছটামান হাঁহ নে মুৰগীৰ কণী উলিয়াই আমাক আনন্দত আত্মহাৰা আৰু শিক্ষকজনক অতি বিব্ৰত কৰিছিল।

প্ৰভাত চৌধুৰি ছাৰৰ বিষয়ে আমেৰিকা-প্ৰবাসী অসমীয়া অধ্যাপক ডঃ দিলীপ দত্তই তেখেতৰ ভাবোদ্দীপক 'মোৰ শিক্ষাজীৱন আৰু শিক্ষাগুৰুসকল' কিতাপখনত বিৱৰি লিখিছে। দিলীপতকৈ ভালকৈ প্ৰভাত চৌধুৰি ছাৰৰ কথা মই লিখিব নোৱাৰিম। কিন্তু তেখেতৰ প্ৰতি মোৰ মনত এক ভক্তিভৰা অনুৰাগৰ ভাব

এতিয়াও আছে। শিক্ষকতাক বোজা বুলি নাভাবি অসীম আনন্দৰ আধাৰ বুলি ভবা এইজন শিক্ষকৰ কৰ্ত্তব্য-নিষ্ঠাৰ কথা কৈ শেষ কৰিব নোৱাৰি। লতাশিল আৰু চেনিকুঠিৰ স্কুলৰ মাজত জিলাত (অবিভক্ত কামৰূপ জিলাত) প্ৰথম হোৱা লৈ তুমুল প্ৰতিযোগিতা হৈছিল। (চেনিকুঠি স্কুলৰ চণ্ডীচৰণ শৰ্মাও তেতিয়াৰ দিনৰ এজন প্ৰসিদ্ধ প্ৰধান শিক্ষক আছিল। তেওঁৰ ৰীতি আছিল প্ৰভাত চৌধুৰি ছাৰতকৈ বেলেগ- শান্ত, মৃদু অথচ একাগ্ৰ।)

চৌধুৰি ছাৰে মোৰ মাজত বৃত্তি পাবৰ জোখাৰে কিবা ক্ষমতা দেখি হ'বলা, আন দুজনমান ছাত্ৰৰ সৈতে মোৰ প্ৰতিও বিশেষ নজৰ দিছিল। এদিন কিবা কাৰণত জাতৰ কথা ওলালত মই কলোঁ যে মই 'আহোম' জাতিৰ। চৌধুৰী ছাৰে অসীম বিস্ময়েৰে মোৰ পিনে চাই সুধিলেঃ 'তহঁত আহম (আহোম) নেকি ?' মই নাৰ্ভাছ হৈ জনালোঁ যে সেই দুৰ্ভাগ্য খণ্ডন কৰাৰ কোনো উপায় মোৰ নাছিল। কিন্তু তাৰ পিছত মোৰ প্ৰতি ছাৰৰ আচৰণ বা মনোভাবত সামান্যও পৰিৱৰ্তন নেদেখিলোঁ।

মই চৌধুৰি ছাৰক দেৱতা বনাব খোজা নাই। নৰদেৱতা সকলৰ প্ৰতি পেটেপেটে আচলতে সকলোৰে সংশয়। চৌধুৰি ছাৰৰো সামান্য ত্ৰুটি দুই-এটা আমাৰ চকুত পৰিছিল। কেতিয়াবা গালি পাৰোঁতে তেখেতে অবাইচ শব্দ ব্যৱহাৰ কৰিছিল। কিন্তু ছাৰৰ অন্তৰ আমি নিৰ্মল বুলি বুজিছিলোঁ বাবে সেইবোৰত কোনো গুৰুত্ব দিয়া নাছিলোঁ। তাহানিখনত শিক্ষকৰ বেতনেৰে সংসাৰৰ জোৰা মৰা টান আছিল, সেয়া চৌধুৰি ছাৰে চুৰ্চুৰিয়া উপৰি-উপাৰ্জনৰ ব্যৱস্থাও কৰিছিল। সেই কথাটো আমি বে-আইনী বুলি জানিও হজম কৰিছিলোঁ ছাৰৰ বাকীবোৰ গুণ আৰু নিজ কৰ্ত্তব্যৰ প্ৰতি নিষ্ঠাৰ বাবে।

সকলো শিক্ষকৰ মনত কিন্তু চৌধুৰি ছাৰৰ দৰে আত্মোৎসৰ্গৰ ভাব নাছিল— নথকাই স্বাভাৱিক। ছাৰৰ প্ৰচণ্ড ব্যক্তিত্ব আৰু অনুশাসনত সেই কঠোৰ নীতি-নিয়ম মানি চলিবলৈ বাধ্য হোৱা কিন্তু ছাৰ অনুপস্থিত থাকিলেই লাচিতৰ মোমায়েকৰ দৰে ভাৰা মুক্ত হৃদয়েৰে দিবা নিদ্ৰাৰ আয়োজন কৰা এজন শিক্ষকৰ কথা মই আজিও কিঞ্চিৎ অপৰাধবোধেৰে স্মৰণ কৰোঁ। উত্তৰ গুৱাহাটীৰ পৰা পাৰ হৈ অহা শিক্ষকজন তাৰে কোনো পুৰণা দেৱালয়ৰ প্ৰতিপত্তিশালী দলৈৰ পৰিয়ালৰ আছিল। মন-মেজাজ তেনেকুৱাই। তেখেত মৰমিয়াল আৰু কিছু ঢিলা স্বভাৱৰ আছিল, আমাক এবাৰো বেত দিয়া মনত নপৰে। 'এই, তহঁতে হাই নকৰিবি' বুলি ডাঙৰকৈ চিঞৰিয়েই ক্ষান্ত হৈছিল। সুযোগ পালেই টোপনিয়াইছিল। আমি তেখেতক সাধুকথাৰ অক্ষয় ভঁৰাল বুলি জানিছিলোঁ। ভাৰতীয় পুৰাণ আৰু অন্যান্য

ধৰ্মগ্ৰন্থ সাধুকথাৰে ঠাহ খাই আছে। তাৰে কোনোবা গল্প এটা, বা হিতোপদেশৰ গল্প বা বত্ৰিশ পুতলাৰ কোনো এটা কাহিনী তেখেতে বৰ ৰস লগাকৈ ক'ব পাৰিছিল। মোৰ ধাৰণা তেখেতে গল্প কৈ নিজেও ৰস পাইছিল— শিল্পসৃষ্টিত প্ৰাথমিক চৰ্ত সেইটো। আমি চকু ডাঙৰকৈ মেলি চকুৰে-কাণে সাধুবোৰ গিলিছিলোঁ। তেখেতে কোৱা হনুমন্ত আৰু ভীমৰ সাক্ষাতৰ কাহিনী মোৰ আজিও মনত আছে।

কিন্তু ভবিষ্যতৰ নাগৰিক গঢ়াৰ কোনো উচ্চাকাংক্ষা তেখেতৰ নাছিল। নিৰুদ্বেগভাবে খাই বৈ আৰামত জীৱন কটোৱাই আছিল তেখেতৰ লক্ষ্য। এপালমান বান্দৰ পোৱালিৰ দৰে উৎপতীয়া আৰু চঞ্চল ল'ৰা ছোৱালীক আগুৰি সিহঁতক মানুহৰ গঢ় দিয়াৰ কষ্টকৰ আৰু কালক্ষয়ী শ্ৰম কৰাত তেওঁৰ বিশেষ উৎসাহ নাছিল।

এদিন এক অভাৱনীয় ঘটনা ঘটিল। সেই দিনাখন হে'ডমাষ্টাৰ চৌধুৰি ছাৰ প্ৰথম আৰু মোৰ অভিজ্ঞতাত শেষবাৰৰ বাবে স্কুলত অনুপস্থিত থাকিল। সেইদিনা স্কুলৰ দায়িত্বত থকা সাধুকোৱা ককাৰ দৰে শিক্ষক গৰাকীয়ে আমাৰ পিনে চাই চকুৰে হাঁহি আমাক সুধিলেঃ 'এই বান্দৰহঁত ! আজি কি বাৰ?' আমি ছাৰৰ মতলব অলপ-অলপ ধৰিব পাৰি সমস্বৰে চিঞৰিলোঁ, 'শনিবাৰ!' ছাৰে আকৌ ক'লে, 'শনিবাৰে কি হয়?' আমি আগৰ দৰে চিঞৰিলোঁ, 'হাফ্ হয়!' ,এইবাৰ ছাৰে আমাক কিছু আচৰিত কৰি ক'লে, 'আজি যে জগদ্ধাত্ৰী পূজা, তহঁতে জাননে নাজন ?' আমি অম্লানবদনে সমস্বৰে মিছা মাতিলোঁ, 'জানো ছাৰ !' আকৌ তেখেতে ক'লে, 'পূজাত হাফ দিব লাগেনে নালাগে ?' কোৱা বাহুল্য যে এই আপুৰুগীয়া সিদ্ধান্তত কাৰো দ্বিমত নহ'ল। ছাৰে সন্তোষেৰে মূৰ দুপিয়াই ক'লে ঃ 'তাৰ মানে আজি হাফৰো হাফ ?' পুনৰ আমাৰ সৰৱ সমৰ্থন লাভ কৰি ছাৰে লগে লগে স্কুল ছুটি দিলে, কিৰিলি পাৰি বান্ধভঙা পানীৰ দৰে আমি ওলাই আহিলোঁ।

পিছদিনা ৰুদ্ৰমূৰ্ত্তি ধৰি প্ৰভাত চৌধুৰি ছাৰে আমাক ধমক লগালে ঃ 'ছালাৰ বেটাহঁত, কালি তহঁত স্কুললৈ অহা নাছিলি কিয় ? মই দেৰীকৈ স্কুললৈ আহি জনপ্ৰাণী এটাও নেদেখিলোঁ। স্কুল খ'তি কৰিছিল কিয় ?'

আমাৰ মুখ ভয়তে শুকাল । এনে পৰিস্থিতিত ল'ৰা-বুঢ়া আটায়ে যি কৰে সেই প্ৰাচীন পৰম্পৰাকে আমি অনুকৰণ কৰিলোঁ- অৰ্থাৎ সমস্ত দোষ সাধু কোৱা ককা শিক্ষকজনৰ গাতে জাপি দিলোঁ। অগ্নিশৰ্মা হৈ চৌধুৰি ছাৰে ছেকেণ্ড মাষ্টৰজনক মাতি পঠালে, আৰু আমাৰ আগতে থিয় কৰাই আমাক সবিশেষ সুধিলে। আমিও একেবাৰে একো নজনা নিষ্পাপ কেঁচুৱাৰ দৰে 'হাফৰো হাফ'ৰ

অপৰূপ কাহিনী বৰ্ণালোঁ। বলিশালৰ ছাগলীৰ দৰে কৰুণ আৰু নীৰৱ ভৰ্ৎসনাৰ চাৱনিৰে আমালৈ চালে অভিযুক্ত শিক্ষক গৰাকীয়ে। কিন্তু তেতিয়া আমাৰ লাইন আছিল ঃ 'চাচা, আপন প্ৰাণ বাঁচা।' হে'ডমাষ্টাৰে তেখেতক আমাৰ আগতে কটুভাষাত কৰ্কৰ্থনা কৰিলে। কথাটো মনত পৰিলে মই এতিয়াও লাজ পাওঁ।

পিছলৈ ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱা আন এজন শিক্ষক আছিল ঘন ভট্ট ছাৰ (ঘনকান্ত ভট্টাচাৰ্য্য। কোনো কোনোৱে পিছলৈ ঘনকান্ত শৰ্মা বুলিও তেখেতক উল্লেখ কৰা দেখিছোঁ) অংক আৰু মৌখিকৰ ওজা আছিল ঘন ভট্ট ছাৰ। সৰুফুটীয়া মানুহজনে অংক খুব ভালকৈ বুজাইছিল, কিন্তু আমি অংক নোৱাৰিলে গাত চোৰাত লগাৰ দৰে বিদ্ৰূপেৰে হাৰাশাস্তি কৰিছিল। ছাৰৰ এই ৰসিক ভাষাৰ প্ৰয়োগ (**WIT**) আটাইৰে আতংকৰ কাৰণ আছিল। মণ্টু (সত্যব্ৰত) আৰু মই ওচৰাওচৰিকৈ বহোঁ একে বেঞ্চত। বাহিৰা কিতাপ পঢ়াৰ চখ দুযোৰে আৰু অংকৰ প্ৰতি শংকামিশ্ৰিত সমীহৰ ভাব।

পিছৰ বে'ঞ্চত বহা নেপালী ছাত্ৰ কেইজনক মৌখিক সুধিলে টপাটপ উত্তৰ দিযে। গাখীৰ বিক্ৰী কৰোঁতে সেই ক্ষেত্ৰত তেওঁলোকৰ অনুশীলন হৈ থকাত আমি তেওঁলোকৰ কাষেই চাপিব পৰা নাছিলোঁ। দুখীয়া গাখীৰ বেচা নেপালী ল'ৰাই তথাকথিত ভালঘৰৰ চোকা বুলি ভবা ল'ৰাক ইমান সহজে মেধাৰ যুদ্ধত পৰাস্ত কৰাত ঘন ভট্ট ছাৰে পিঠিত স্কে'লৰ বেত দিয়াৰ লগে লগে চকু-মুখেৰেও কৌতুক আৰু বিদ্ৰূপৰ ভাব ফুটাই তুলিছিল। মণ্টুৱে উপাধি লিখে 'গোস্বামী' আৰু মই হ'লোঁ 'গোহাঁই'। ছাৰে ঠোঁট বেঁকাকৈ ক'লেঃ 'এই দুই মূৰ্ত্তিক চাচোন। এটা হ'ল 'গু- হায়', আনটো 'গু-খায়'। ক্লাছৰ সকলো ল'ৰাৰ খিৰ্ক্‌খিকনি শুনি আমাৰ কাণমূৰ ৰঙা পৰিছিল। কিন্তু ঘন ভট্ট ছাৰে তেনেকৈ নধৰাহেঁতেন আমি বোধহয় বৃত্তিও নাপালোঁহেঁতেন।

সেই সময়তে হঠাতে আমাৰ গোটেই ক্লাছটোৰ একচ্ছত্ৰী নেতা হৈ পৰিল উজান বজাৰৰ এক ক্ৰুৰ প্ৰকৃতিৰ ল'ৰা। সি বয়সত আমাতকৈ তিনিবছৰ মান ডাঙৰ আছিল। গাৰ বল, মাৰপিটৰ কৌশলত ক্লাছত তাৰ সমকক্ষ কোনো নাছিল। অচিৰে সি এক অশুভ ধৰণৰ প্ৰভাৱ বিস্তাৰ কৰিলে, আৰু আমি তাৰ জী-হুজুৰ সভাসদত পৰিণত হ'লো। টিফিনৰ সময়ত আমাৰ সামান্য সম্বলেৰে কিনা লোজেন-চেনিগুটিৰ ভাগ কৰ হিচাবে তাক দিবলগীযা হ'ল। তাৰ কোনো কথাত প্ৰতিবাদ কৰিব নোৱাৰা হলোঁ আমি। আমাৰ লগৰে ন — ন নামৰ ল'ৰা এজনৰ ওপৰত সি যৌন অত্যাচাৰ চলাইছিল, আৰু সগৌৰৱে তাৰ যিবোৰ বৰ্ণনা দিছিল, শুনি আমি স্তম্ভিত হৈছিলোঁ। (কথাটো পঢ়ি উচপ খাই উঠা পাঠকক জনাওঁ, মোৰ

চিনাকী ল'ৰা এজনে তৃতীয়মানতে নৰহত্যা কৰিছিল।) তাৰ কথা-বতৰা, চাল-চলনত ৰাজকীয় আৰু বজৰুৱা ভাব-ভংগীৰ সংমিশ্ৰণ ফুটি উঠিল।

তাৰ স্বভাৱটো গম পায়েই নেকি, ঘন ভট্ট ছাৰে তাক খুব কোবাইছিল। সি মাজে মাজে মান ৰক্ষাৰ খাতিৰত ছাৰক মুখে-মুখে উত্তৰ দিলে প্ৰহাৰৰ মাত্ৰা বেছি হৈছিল। তাৰ পৰামৰ্শতে আমি ব্লেকবোৰ্ডৰ পিছফালে ঘন ভট্ট ছাৰক ইতিকিং কৰি আৰু গালি পাৰি চকমাটিৰে বহুতো কথা লিখি থ'বলৈ ধৰিলোঁ। ছাৰৰ বেত খাই চেঙালুটি পাৰিলেও আমি ছাৰৰ বিৰুদ্ধে এনেদৰে লগাৰ কথা কল্পনা কৰাই নাছিলোঁ। কিন্তু তাৰ হুকুম পালন কৰিবলৈ বাধ্য হৈছিলোঁ।

এনেদৰে তাৰ নেতৃত্বত আমাৰ আটাইৰে আচৰণ অধঃপতন ঘটিছিল, আৰু মনোভাবো নিশ্চয় আমাৰ অজ্ঞাতেই নীচতাৰ পিনেই গৈছিল। আনহাতে তাৰ এই চৰ্দাৰগিৰিয়ে আমাক মনে মনে লজ্জিত আৰু ক্ষুব্ধ কৰি তুলিছিল, আৰু সিও যেন তাৰ উপদ্ৰব বৃদ্ধি কৰি আমাৰ প্ৰতিশোধ কামনা কৰিছিল। অৱশেষত, কেনেকৈ নাজানোঁ, আমি ঠিক কৰিলোঁ ব্লেকবোৰ্ডৰ পিছফাল ঘন ভট্ট ছাৰক দেখুৱাম। আমাৰ মাজতে চালাক-চতুৰ এজনে সেই ল'ৰাটো অনুপস্থিত থকাৰ সুযোগ লৈ কৌশলেৰে ছাৰৰ দৃষ্টি ব্লেকবোৰ্ডৰ ওলোটা পিঠিৰ পিনে নিলে। হঠাতে ছাৰ যেন এখন প্ৰেতনগৰীৰ সমুখাসমুখি হৈ হতভম্ব হৈ পৰিল। তেওঁ ইমান ধৈৰ্য্য আৰু কষ্টৰে পঢ়াই-শুনাই মানুহ কৰিব খোজা ল'ৰাবোৰে যে ভূত পোৱালীৰ ৰূপ ল'ব পাৰে, তেওঁ ভবাই নাছিল। ব্লেকবোৰ্ডখনৰ পিছফালে তেওঁৰ বিৰুদ্ধে কুৎসিত আক্ৰোপূৰ্ণ গালিগালাজেৰে ভৰি আছিল। মনোকষ্ট দমন কৰি তেওঁ যেতিয়া ঘটনাবোৰৰ বিচাৰ আৰম্ভ কৰিলে, আমি জনালোঁ তাৰ উচটনি আৰু হেঁচাত কেনেকৈ আমি এই কাম কৰিছিলোঁ। তেওঁ সেইদিনা ক্লাছ নল'লে। পিছদিনাখন আহি সোধপোচ কৰিলত প্ৰথমতে ল'ৰাটোৱে নিজকে নিৰ্দোষী প্ৰমাণ কৰিবলৈ গৰ্জি উঠিছিল। কিন্তু আমি গোটেইজাক ল'ৰাই যেতিয়া তাৰ চকুৰ পাকলৈ ভয় নকৰি তাৰ বিৰুদ্ধে সাক্ষ্য দিলোঁ, সি নিমাত হৈ পৰিল। ঘন ভট্ট ছাৰৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ ন-নে কান্দি দিলে। তেখেতৰ চকুত বিস্ময়ৰ লগতে প্ৰকাশ পালে কৰুণা। তেখেতৰ ইমান খং উঠা আগতে দেখা নাছিলোঁ। ল'ৰাটোক এনে প্ৰচণ্ড প্ৰহাৰ কৰিলে যে যথেষ্ট টান আৰু দৃঢ় মনৰ জেদী ল'ৰা হৈও সি কেঁকাবলৈ ধৰিলে। সঁচা কথা ক'বলৈ গ'লে তাৰ এই শাস্তিত আমাৰ কাৰো দুখ লগা নাছিল। পিছদিনাৰ পৰাই সি স্কুললৈ আহিবলৈ এৰিলে। বাটে-ঘাটে কাচিৎ আমাক লগ পালে মুখ ঘূৰাই গুচি যায়।

পাঠকসকলে অতিৰঞ্জন বুলি ভাবিব পাৰে, কিন্তু মোৰ ধাৰণা যে স্বাধীনতাৰ

পিছত গুৰু গোসাঁই নমনা কোনো অত্যাচাৰী চৰকাৰৰ পতন ঘটিলে ভাৰতৰ বাইজে সেই ধৰণৰ স্বস্তি, আনন্দ আৰু শান্তি পাইছিল। মানৱ জীৱনৰ ক্ষুদ্ৰ আৰু বৃহৎ পৰিস্থিতিৰ মাজত এটা অপ্ৰত্যাশিত ঐক্য আছে।

স্কুল এৰাৰ বহু পিছলৈকে ছাৰে মোৰ খবৰ ৰাখিছিল, মোৰ কিবা কৃতিত্ব দেখিলে গৌৰৱবোধ কৰিছিল। এবাৰ অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ছত্ৰাকাৰৰ এখন সৰু আলোচনা সভাত বক্তৃতা দিয়াৰ পিছত প্ৰশ্নোত্তৰ সময় যেতিয়া আহিল, ছাৰে মোক চকুৰে ইংগিত দি প্ৰশ্ন কৰিবলৈ উদগনি দিছিল। মই সাহ নকৰাত ছাৰে মনত দুখ পাইছিল। তেতিয়া মই ক্লাছ ছে'ভেন নে এইটৰ ছাত্ৰ।

১৯৭১ কি '৭২ চনত এদিন বাটত দেখিলোঁ, ছাৰে বিমৰ্ষ মুখেৰে তলমূৰকৈ খোজ কাঢ়ি আহিছে। মই তেতিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক। ছাৰৰ গাৰ পোছাক, হাতত লোৱা ছাতি, সমানে মলিয়ন আৰু তাপলি মৰা। মই আথে-বেথে প্ৰণাম জনাই খবৰ লোৱাত ক'লে, অৱসৰৰ পিছত প্ৰেভিডেণ্ট ফাণ্ডৰ টকাকিটা নাপাই বৰ কষ্ট পাইছে। প্ৰাথমিক শিক্ষাৰ সঞ্চালক মহাশয় একালত কলেজ শিক্ষক আৰু মোৰ চিনাকী আছিল। সেই সাহতে মই গাত ল'লোঁ সঞ্চালকৰ অনুমোদন বা নিৰ্দেশ যোগাৰ কৰি দিবলৈ। গধূলি আৰু ৰাতি বহুত দেৰীলৈ ভাবিলোঁ, বহু প্ৰজন্মৰ ল'ৰা পঢ়াই মানুহ কৰি অৱসৰৰ পিছত ঘন ভট্ট ছাৰৰ দৰে নিষ্ঠাবান, কৃতী শিক্ষকে পোৱা পুৰস্কাৰৰ কথা।

পিছদিনা হ'ল আৰু এক অভিজ্ঞতা। সঞ্চালক মহাশয়ে মোক তেওঁৰ কোঠাৰ বাহিৰত ঘন ভট্ট ছাৰৰ লগতে এঘণ্টাতকৈ বেছি সময় থিয় কৰাই থ'লে। বহিবলৈ চকী এখনো নাই। বাৰে বাৰে ভিতৰলৈ খবৰ দিওঁ। উত্তৰ আহে 'ছাৰ মিটিঙত ব্যস্ত', 'ছাৰে ফাইল চাই আছে' ইত্যাদি। শেষত পিয়নজনে এষাৰ পুতৌসূচক উক্তি কৰাত মোৰ খঙে চুলিৰ আগ পালে। দুৱাৰত গুৰিয়াই খুলি সোমাই গ'লোঁ। দেখিলোঁ সঞ্চালক মহাশয় ফাইল বা মিটিঙত, এটাতো ব্যস্ত নহয় - সচিত্ৰ **Femina** কি **Filmfare** ত সুন্দৰী চিত্ৰতাৰকাৰ ছবি চাই একেবাৰে নিমগ্ন। মোৰ তিৰস্কাৰ শুনি তেওঁ লজ্জিত হোৱা যেন লাগিছিল। মিঠা-মিঠা কথাৰে ঘন ভট্ট ছাৰক মুহি পেলালে আৰু সকলো কৰি দিব বুলি কথা দিলে। পিছত গম পাইছিলোঁ, একোকে কৰা নাছিল।

বৃদ্ধকালত অভাৱৰ মাজত দিন নিয়াইছিল ঘন ভট্ট ছাৰে। মামণি (ৰয়চম গোস্বামী)ৰ মুখত বোধহয় ১৯৯৯ চনত এদিন শুনিলোঁ ছাৰে তেওঁৰ আগত তেওঁৰ ভাল ছাত্ৰৰ মাজত মোৰ কথাও কৈছে। তেতিয়া ছাৰে কাণেৰে ভালকৈ নুশুনে। সাক্ষাৎ কৰিবলৈ গৈ এখিলা কাগজত লিখি দিলোঁ, তেখেতৰ দৰে শিক্ষকৰ

কৃপাতে আমি জীৱনত যৎসামান্য কৃতিত্বৰ অধিকাৰী হৈছোঁ। অতি কষ্টে কাগজখন পঢ়ি থাকোঁতে ঘন ভট্ট ছাৰৰ দুচকুৰে চকুলো ওলাই আহিল। বিছনাত লৰচৰ নকৰাকৈ বহি থকা ছাৰৰ ভৰিত মূৰটো লগাই ওলাই আহিলোঁ...।

মামণিয়ে তেওঁৰ আত্মকথাত দাস উপাধিধাৰী আন এজন শিক্ষকৰ কথাও কৈছে। তেওঁৰ নামটো এতিয়া আৰু মোৰ মনত নাই। তেওঁ অলপ ব্যতিক্ৰমী চৰিত্ৰৰ মানুহ আছিল। বুদ্ধিমান, সুশৃংখল চিন্তাত অভ্যস্ত, মুকুতাৰ দৰে হাতৰ আখৰ। কিন্তু ছাত্ৰ-ছাত্ৰীৰ লগত সহৃদয় সম্পৰ্ক স্থাপন কৰিবলৈ নাজানিছিল প্ৰভাত চৌধুৰী বা ঘন ভট্ট ছাৰৰ দৰে। কিতাপৰ পাঠত তেখেতে নিজেই নিবিষ্ট হৈ গৈছিল। সেই দিনতেই মই অনুভৱ কৰিছিলোঁ, দাৰিদ্ৰ্যৰ পীড়নত অতিষ্ঠ এই মেধাবী মানুহজনে সদায় স্বচ্ছল অৱস্থাৰ সপোন দেখিছিল। তেখেতে বিভিন্ন বিষয়ে যিবোৰ ৰচনাৰ আৰ্হি আমাৰ আগত দাঙি ধৰিছিল, সেইবোৰৰ বেছিভাগৰে শেষ বাৰ্ক্য আছিল এনেধৰণঃ 'বেঙেনা বেচিও মানুহ ধনী হোৱা দেখা যায়', 'গৰু পুহিও মানুহ চহকী হ'ব পাৰে', এনেকুৱা। ৰচনাবোৰত তেখেতৰ গঞা জীৱনৰ অভিজ্ঞতাৰে' এনে কেতবোৰ কথা সুমুৱাই দিছিল, চহৰত আমি যিবোৰ কথা জনা সম্ভৱ নাছিল।

লতাশিলৰ শেষ দিনটোৰ বিদায় সভা ৰিণিকি ৰিণিকি মনত পৰে। মনত পৰে ক্ৰমে ধূসৰ হৈ অহা শ্ৰদ্ধেয় শিক্ষকসকলৰ গম্ভীৰ মুখবোৰ, আমাৰ ৰুদ্ধ আবেগ, বুন্দিয়া আৰু লবংগৰ সোৱাদ। ❑

# ধৰ্ম-কৰ্ম

সাত-আঠ বছৰমান আগতে মোৰ ছোৱালী দুজনীক পুৰীলৈ ফুৰাবলৈ নিওঁতে মই ক'লোঁ, তহঁত জগন্নাথ মন্দিৰলৈকো যাব লাগিব। তহঁতে নিজে পূজাপাতল নকৰিলেও হ'ব, কিন্তু হিন্দু মানুহৰ ধৰ্মভাব কেনেকুৱা, তাৰ এটা আভাস পাবি। যথাসময়ত মন্দিৰৰ বাহিৰৰ চৌবাচ্চাৰ সুগন্ধি পানীৰে ভৰি-হাত ধুই ভিৰ ঠেলি-ঠেলি হাৰাশাস্তি হৈ কৃষ্ণ-বলৰাম-সুভদ্ৰাৰ মূৰ্ত্তি তিনিটাৰ কাষ চাপিলোঁ। চাৰিওপিনে ভক্ত সকলৰ গদ্‌গদ্ ভাব, মুখত 'কৃষ্ণ, কৃষ্ণ' 'প্ৰভু জগন্নাথ', 'হৰে কৈটভাৰি মুৰাৰি' আদি মুখৰ ভিতৰত লোৱা নামৰ গুম্‌গুমনি, পাণ্ডা আৰু পূজাৰীৰ দেৱতাৰ তৰফৰ পৰা ক্ষিপ্ৰ চান্দা সংগ্ৰহ। কিন্তু মোৰ দুয়োজনী ছোৱালীৰ মুখত তিক্ত-বিৰক্ত ভাব। ভক্ত সকলৰ আবেগে সৰুকালৰ সংস্কাৰৰ প্ৰভাৱত মোকো কিছু স্পৰ্শ নকৰাকৈ থকা নাছিল। আন যি কি নহওক সেই ভক্তি স্বাৰ্থচিন্তাৰ পৰা কিছু মুক্ত! কিন্তু দুয়োজনী ছোৱালীয়ে ওলাই আহি মন্দিৰৰ প্ৰাংগণতে মোক বিৰাট ধমক লগালে, 'দেউতা, তই এই পুতলা তিনিটাকে চাবলৈ আমাক ইয়ালৈ আনিছিলি নেকি?'

ধৰ্মভাৱৰ গাঢ়তাই সিহঁতক স্পৰ্শ নকৰা দেখি মই আচৰিত হ'লোঁ। কথাটো বুজাই ক'ব খোজোঁতে দুয়ো হাত জোঁকাৰি মোক 'ঘিচ্‌মিচ্' কৰি দিলে।

পিছত টং কৰি চালোঁ, সৰুৰে পৰা মোৰ ঘৰত দুয়োজনীয়ে কোনো সকাম-নিকাম দেখা নাই, নামগুণ ধৰা পোৱা নাই, গুৰু-গোসাঁইৰ সাক্ষাৎ পোৱা নাই। মই সিহঁতক কেতিয়াও ভগবানৰ কথা কোৱা নাই। মাকেও কোৱা নাই, যদিও তেওঁৰ ধাৰণা—ভগৱান মন্ত্ৰী আদিতকৈও হেজাৰগুণ ক্ষমতাশালী সত্তা, চেলাম ঠুকি নাথাকিলে কি ঠিক কিবা গণ্ডগোল লগাই দিব পাৰে। অৱশ্যে তেওঁ বৰ ধাৰ্মিক নহয়। সেয়ে সৰুৰে পৰা সিহঁত এক ধৰ্মপৰায়ণ পৰিবেশত ডাঙৰ-দীঘল নহ'ল। সিহঁতৰ মনত লেশমানো ধৰ্মভাৱ নাই। ধৰ্মভাৱ যে এক স্বতঃস্ফূৰ্ত আবেগ নহয়, এক সাংস্কৃতিক আচৰণ, বিশেষ আচাৰ-অনুষ্ঠানে গঢ় দিয়া অনুভৱ, তাৰ আন প্ৰমাণৰ প্ৰয়োজন নাই।

আজিকালি কেতিয়াবা দুয়ো (অসমৰ বাহিৰত) লগৰ লগত পৰি মন্দিৰলৈ যাবলগীয়া হ'লে লাজত পৰে। দেৱতা-ভগৱানক কেনেকৈ প্ৰণাম কৰিব লাগে, সিহঁতে তাকো শিকা নাই। লগবোৰে বোধহয় সিহঁতক উত্তৰ-পূবৰ জংঘলী বুলি ভাবে।

সি যি নহওক, ধৰ্মত মোৰ বিশেষ আগ্ৰহ নাথাকিলেও সি সদায় মোৰ মনত বিৰাগভাব সৃষ্টি নকৰে। হয়তো মানুহে জীৱনটো সম্পূৰ্ণভাবে কেতিয়াও বুজি পাব নোৱাৰে বাবেই জীৱনে কেতিয়াবা কেতিয়াবা কেতবোৰ সমাধানহীন প্ৰশ্নৰ সন্মুখীন কৰে মানুহক। সেইবোৰ প্ৰশ্নৰ ছীলমোহৰ মৰা প্ৰত্যায়িত সমাধান ধৰ্মই নিজৰ মাজত থকা বুলি কয়। গেৰাণ্টি শুনি ভক্তসকলৰ বিশ্বাস বাঢ়ে। কিন্তু গেৰাণ্টিৰ ঘোষণা থকা বাবেই সমিধানবোৰ নিভাঁজ আৰু নিৰ্ভৰযোগ্য হ'ব বুলি আমি ধৰি ল'ব নোৱাৰোঁ। আকৌ এনে ধাৰণাও যুক্তিসংগতভাবেই কৰিব পাৰি যে উক্ত সমাধানহীন প্ৰশ্নবোৰ সোধাই ভুল। পৃথিৱীখন কিহে ধৰি ৰাখিছে বুলি সোধা ভুল, কাৰণ পৃথিৱী স্থিৰ নহয়, আৰু আজি আমি জানোঁ যে পৃথিৱীখনক কোনেও ধৰি ৰখা নাই। যিবোৰ নিয়মে পৃথিৱীৰ আহ্নিক গতি আৰু সূৰ্য্যপৰিক্ৰমা নিয়ন্ত্ৰণ কৰে সেইবোৰৰ সন্দৰ্ভত তেনে ধৰণৰ প্ৰশ্ন অবান্তৰ।

কিন্তু প্ৰশ্নবোৰ অনিবাৰ্য্যভাবে উদয় হয়। হয়তো ই আমাৰ জীৱন-ধাৰণৰ পদ্ধতি, চেতনা তথা মননৰ বৈশিষ্ট্যৰ পৰাই উদ্ভূত। ডব্লু এইচ্, অডেʼনে কাফ্কাৰ এক কুকুৰ—দাৰ্শনিকৰ গল্প এটা উল্লেখ কৰিছে। মানুহে যে কুকুৰৰ জীৱন নিয়ন্ত্ৰণ কৰে, তাৰ খাদ্য যোগান ধৰে, তাক ফুৰাবলৈ নিয়ে, অসুখত পৰিচৰ্য্যা কৰে, সেই কথাটো সম্পূৰ্ণ অগ্ৰাহ্য কৰি বা উহ্য ৰাখি কুকুৰ-দাৰ্শনিকে যদি তাৰ নিজৰ জীৱন বুজিবলৈ বিচাৰে, সি কেৱল কেউপিনে অসীম ৰহস্যৰ সমুখীন হ'ব। পাঠকে কিন্তু কৌতুক আৰু আমোদেৰে উপলব্ধি কৰে যে সেই ৰহস্যবোধৰ আন নাম আত্মপ্ৰতাৰণা।

এতিয়া ধৰ্মৰ নামত লাউড্ স্পীকাৰৰ বিকট আৱাজ, মানুহৰ অসহ্য ভিৰ, নৈবেদ্যৰ দাম্ভিক আত্মপ্ৰদৰ্শন, সংঘৰ্ষ, তেজ, জুই, ধোঁৱা এইবোৰেই মানস পটত ভাহি উঠে। মই সৰুকালত দেখা ধৰ্মীয় আচাৰ-অনুষ্ঠান আৰু বিশ্বাসৰ ৰূপ আছিল বেলেগ। আমাৰ ঘৰত দেউতাই কাচিৎ কেতিয়াবা বাধ্যত পৰি নামঘৰলৈ যোৱা দেখিছিলোঁ। ধৰ্মৰ নামত তেখেতে কেৱল গীতাখন লগত ৰাখিছিল, মাজে মাজে পঢ়িছিল ফুটাই, আৰু তেখেতৰ বিৰামহীন, আৰামহীন পৰিশ্ৰমৰ প্ৰেৰণা তাৰ পৰাই আহৰণ কৰিছিল। গীতাৰ গহীন, ভাবগম্ভীৰ শ্লোকৰ ধ্বনিয়ে প্ৰশ্নৰ সমাধান দিছিল নে প্ৰশ্নবোৰৰ [illegible] তন্দ্ৰামগ্ন কৰিছিল? আইৰ মনত আছিল গঞ্জা জীৱনৰ

সৰল নিভাঁজ বিশ্বাস। পুৱা-গধূলি গোসাঁই ঘৰত থাপনাৰ আগত মূৰ দোঁওৱা, দুখ বা উৎকণ্ঠাৰ সময়ত অকলে কীৰ্ত্তনঘোষাখন ফুটাই সুৰ লগাই পঢ়া, দেব-দ্বিজৰ প্ৰতি সহজাত আস্থা আৰু শ্ৰদ্ধা, সবাহ, সত্য নাৰায়ণ পূজা, জন্মাষ্টমী, লক্ষ্মীপূজা, আইনাম, দুৰ্গা গোসাঁনীৰ নাম, আদিৰ প্ৰতি এক গভীৰ আৰু নিবিড় আত্মসমৰ্পণ। কিন্তু শেষ বয়সত উপৰ্যুপৰি মানসিক আঘাতত যেতিয়া সেই সৰল বিশ্বাসৰ সজাঁটো ভাঙি পৰিল, আইৰ চকুৰ দৃষ্টি উদ্ভ্ৰান্ত হ'ল, মন অস্থিৰ আৰু অশান্ত হ'ল, নিজৰ জীৱনৰ ওপৰত নিয়ন্ত্ৰণ হেৰুৱাই মানসিক ভাৰসাম্যই হেৰাল শেষ পৰ্যন্ত।

দেউতাৰ অপঘাত মৃত্যুৰ পিছত অপ্ৰকৃতিস্থ আয়ে যন্ত্ৰণাকাতৰ কণ্ঠেৰে অনবৰত চিঞৰি যেতিয়া সদাশিৱৰ নাম গাইছিল, চন্দ্ৰ কলিতা ছাৰৰ পৰম দুখুনী পত্নীয়ে নিজৰ কষ্ট পাহৰি কাষত বহি কি গভীৰ কৰুণা আৰু সভানুভূতিৰে আইক সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল, মোৰ মনত পৰে। শ্মশানৰ দৰে শূন্য ঘৰটোত শ্ৰীদাম মহন্তৰ ভাগৱত পাঠে অলপ যেন অৰ্থময়তা, অলপ বোধাতীত শান্তিৰ পৰশ দিব পাৰিছিল। সেই মুহূৰ্তত আইৰ অতীতৰ সকলো বৰত আৰু পূণ্য, সকলো পূজা আৰু নাম, সকলো ভূলুণ্ঠিত আত্মনিবেদন যেন মূল্যহীন হৈ পৰিছিল। আমাৰ সকলোৰে সমৰ্থন আৰু সহানুভূতিৰ কাষতে থাকিও হেজাৰ যোজন দূৰত নৰকৰ যাতনাত ছটফটাইছিল এটি প্ৰাণে। কেইদিনমান পিছতে মৃত্যু মুখত পৰা মৃত্যুশয্যাত শুই থকা আইৰ মুখলৈ চাই ভাবিবলৈ বাধ্য হৈছিলোঁ, অৱশেষত আয়ে শান্তি পালে। ইয়াতকৈ বেলেগ শান্তি আৰু ক'ত?

যি ধৰ্মৰ অভয় আশ্ৰয়ৰ পৰা সময়ে আইক আঁজুৰি আঁতৰাই আনিছিল, মই এতিয়া তাৰ কথা কম।

ধৰ্মৰ পিনৰ পৰা মোৰ গোলাঘাটৰ স্মৃতি অস্পষ্ট। শৈশৱৰ পৰা ধৰ্মৰ বিষয়ে যিখিনি জানিছোঁ আৰু বুজিছোঁ, সেইখিনি গুৱাহাটীত আহৰণ কৰা। মোৰ ধাৰণা যে যে উজনি অসমৰ তুলনাত (হয়তো বৰপেটাৰ তুলনাতো) গুৱাহাটীত ধৰ্মৰ, বিশেষকৈ বৈষ্ণৱ ধৰ্মৰ, প্ৰভাৱ তাকৰ আছিল। ঔপনিবেশিক যুগৰ অৰ্থনৈতিক আৰু সাংস্কৃতিক কাৰণবোৰে পৰম্পৰাগত ধৰ্মৰ বিলোপ সাধন নকৰিলেও অতীত সমাজত থকা তাৰ সৰ্বগ্ৰাসী প্ৰভাৱ দুৰ্বল কৰিছিল। পৰম্পৰাগত ধৰ্ম আছিল সমূহীয়া, আৰু ঔপনিবেশিক যুগৰ চহৰীয়া জীৱনত সমূহীয়া আচাৰ-অনুষ্ঠান কমিছিল, ব্যক্তিগত উদ্যোগৰ প্ৰভাৱ বাঢ়িছিল। মধ্যবিত্তৰ নিজা-নিজা গোসাঁইঘৰত কৰা পূজা-সেৱা ৰাজহুৱা ধৰ্মাচৰণতকৈ গুৰুত্বপূৰ্ণ হৈ পৰিছিল।

আৰু এটা কথা। স্বাধীনতা-আন্দোলনে সমাজৰ সকলো স্তৰৰ মানুহক এনেদৰে স্পৰ্শ কৰিছিল যে সমাজত তথা জগৎখন নতুনকৈ নিজৰ অভিৰুচিমতে

গঢ়া সম্ভৱ বুলি তেওঁলোকে অস্পষ্টভাৱে অনুভৱ কৰিছিল। কাৰণ ৰাজনৈতিক স্বাধীনতাৰ লক্ষ্যৰ উপৰিও সমাজৰ পুনৰ্গঠন আদি লক্ষ্যও স্বাধীনতা আন্দোলনে গ্ৰহণ কৰিছিল। উদাহৰণ স্বৰূপে জাতিভেদ আৰু নাৰীৰ সামাজিক হীনতা দূৰ কৰাৰ আকাংক্ষা সেই আন্দোলনৰ ফলত সমাজত জাগি উঠিছিল। ধৰ্মৰ মাজত নিহিত অদৃষ্টবাদ আৰু দৈৱীশক্তিৰ ওচৰত আত্মসমৰ্পণৰ ভাব এই পৰিবেশত হ্ৰাস পাইছিল।

কিন্তু সমাজখন ধৰ্মৰ প্ৰভাৱৰ পৰা মুক্ত হৈছিল বুলিও ক'ব নোৱাৰি। মোৰ যিমানদূৰ মনত পৰে, গুৱাহাটীৰ সুপ্ৰাচীন মন্দিৰ কেইটাই সমাজৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। কামাখ্যা, জনাৰ্দ্দন, উগ্ৰতাৰা, নৱগ্ৰহ, ছত্ৰাকাৰ আদি দেৱালয়বোৰে (আৰু লগতে কাষৰীয়া উমানন্দ, অশ্বক্ৰান্ত আদি মন্দিৰে) এক বাখ্যা কৰিব নোৱাৰা প্ৰভাৱ পেলাইছিল জনমানসত। (বৰপেটীয়া পাৰাৰ পৰিয়াল কেইটা বোঁধহয় তাৰ পৰা মুক্ত আছিল।) এই দেৱালবোৰৰ প্ৰাচীনতা, বহুযুগ ধৰি বিভিন্ন ৰাজবংশৰ সময়ত লাভ কৰা ৰাজকীয় পৃষ্ঠপোষকতা, আৰু মন্দিৰ পৰিচালনা কৰা কৰ্তৃপক্ষৰ মনোভাৱ আৰু আচৰণে মন্দিৰবোৰক এই অপ্ৰতিম মহিমা দান কৰিছিল।

মন্দিৰবোৰ আছিল অ-বৈষ্ণৱ, জনাৰ্দন বা শুক্ৰেশ্বৰ মন্দিৰ বাদ দিলে। কিন্তু গুৱাহাটীয়া ভক্ত সকল যে ঘোৰ শাক্ত আছিল, তাৰো প্ৰমাণ মই পোৱা নাছিলোঁ। মন্দিৰ বিলাকৰ প্ৰতি তেওঁলোকৰ আস্থা আৰু ভক্তি আছিল পৰম্পৰাগত এক অভ্যাস বা সংস্কাৰ। আনহাতে মন্দিৰ বিলাকেও জোৰকৈ তেওঁলোকৰ ওপৰত কৰ্তৃত্ব খটুৱাবলৈ বা তেওঁলোকক ধৰ্মভীৰু কৰিবলৈ কোনো চেষ্টা কৰা নাছিল। হয়তো মন্দিৰবোৰৰ নিজ সা-সম্পত্তি থকাত, নাইবা সেইকালত আন মানুহৰ লগতে পাণ্ডা, দলৈ আদিৰো ধনলোভ সীমিত হৈ থকাত, গুৱাহাটীৰ চহৰবাসী সকলৰ সমগ্ৰ জীৱন ধৰ্মীয় প্ৰভাৱেৰে নিয়ন্ত্ৰণ কৰাৰ কোনো চেষ্টা মন্দিৰবোৰে কৰা নাছিল।

কলিকতাত বি-এ' পঢ়ি থকাৰ সময়ত (১৯৫৭-১৯৫৯ চনত) তাৰ সাধাৰণ মানুহৰ মাজত অসম সম্পৰ্কে অজ্ঞতা, শংকা আৰু কিছু অৱহেলাৰ ভাবেই লক্ষ্য কৰিছিলোঁ। কিন্তু মাজে-মাজে বেলেগ অভিজ্ঞতাও হৈছিল। এবাৰ এজন ভদ্ৰলোকৰ লগত চিনাকি হওঁতে তেওঁ কৈছিল, 'আপনাৰ বাড়ী আসামে, আপনি মা-কামাখ্যাৰ দেশেৰ লোক?' এই বুলি সসন্মানে সুধি দুহাত যোৰ কৰি কামাখ্যাৰ প্ৰতি ভক্তি নিবেদন কৰিছিল। তাৰ পিছত তেওঁ ওচৰত বহি আন লোকসকলক সম্বোধন কৰি বৰ্ণাইছিল তেওঁৰ কামাখ্যাযাত্ৰাৰ কাহিনী। গয়া আদি তীৰ্থৰ অৰ্থলোলুপ

অত্যাচাৰী পাণ্ডাৰ তুলনাত কামাখ্যাৰ পাণ্ডাৰ ব্যৱহাৰ কেনে অভিজাত, সদাশয় আৰু গহীন অথচ সৌহাৰ্দ্দ্যপূৰ্ণ, তেওঁ তাক বখানি তত পোৱা নাছিল। তেওঁৰ শেষ বাক্য কেইটা আছিল তাৎপৰ্যপূৰ্ণ ঃ

'সাৰা দিন এভাবে এখানে ওখানে আমাদেৰ নিয়ে ওনাৰ বাড়ীতেই আহাৰেৰ ব্যৱস্থা কৰলেন। কি যে ভালো লেগেছিল সেইৰকম মসলাহীন ৰান্না সেদিন। আসবাৰ সময় আমৰা তাঁকে (অৰ্থাৎ পাণ্ডাক) জিজ্ঞাস ক'ৰলামঃ 'আপানাকে কি দিতে হবে বলুন। আমৰা খুব সন্তুষ্ট হয়েছি।' মুহূৰ্তও দ্বিধা না-কৰে উনি বললেন, 'আপনাদেৰ যা খুশি, তাই দিন। না-দিলেও আমাৰ বলবাৰ কিছু নেই।' তাৰ পিছত বহি থকা সকলোৰে পিনে চাই তেওঁ ক'লেঃ 'বলুন আপনাৰা অন্য কোনও দেশে পাণ্ডাৰ এৰকম ব্যবহাৰ পাবেন?' জ্যোতিপ্ৰসাদৰ ভনীয়েক নীৰা ডোগ্ৰাৰ পৰা জানিব পাৰিছোঁ যে তেওঁলোকৰ পৰিয়ালেও কামাখ্যালৈ নিয়মিত গৈছিল। সেয়ে জ্যোতিপ্ৰসাদৰ প্ৰথম ৰচনাত কামাখ্যাৰ প্ৰতি উচ্ছ্বাসিত ভক্তিৰ ভাবেই দেখা যায়। চহৰৰ বেছিভাগ অসমীয়া পৰিয়ালত এনে উগ্ৰতাহীন খিচিৰি ধৰ্মভাব পৰিব্যাপ্ত আছিল।

কোৱা বাহুল্য যে কলিকতাত মাজে-মাজে অসমীয়া হোৱা বাবেই সংকুচিত হ'ব লগা পৰিবেশত এই প্ৰশংসাই মোৰো গৌৰৱত বুকু ফুলাই তুলিছিল। মনত পৰে যে তাহানি আমিও সপৰিয়ালে কামাখ্যালৈ গৈ সেই ধৰণৰে অভিজ্ঞতাই পাইছিলোঁ। তাহানি পাণ্ডা বোধহয় কেইঘৰ মানহে আছিল, তেওঁলোকৰ অৱস্থাও আছিল স্বচ্ছল। সেয়ে এনে মৰ্যাদাপূৰ্ণ আচৰণ কৰিব পাৰিছিল। আজিকালি দেখিছোঁ কামাখ্যাৰ নিবনুৱা ডেকা মাত্ৰেই পাণ্ডা হ'বলৈ ধৰিছে। তেওঁলোকৰ বহুতৰে মনত ধৰ্মভাৱতকৈ স্বাভাৱিকতে বৈষয়িক ভাবেই প্ৰবল। আচাৰ-ব্যৱহাৰেও কেতিয়াবা নীলামবজাৰ বা ভাৰতীয় সংসদলৈ মনত পেলায়। এই দুখলগা পৰিস্থিতিৰ বাবে কাকো জগৰীয়া কৰি লাভ নাই, কিন্তু তাৰ উন্নতি হোৱাটো বাঞ্ছনীয়।

কামাখ্যা মন্দিৰৰ ভিতৰত সোমোৱাৰ অভিজ্ঞতা মোৰ স্মৃতিত বৰ সুখকৰ নহয়। এন্ধাৰ, চেঁচা, সেমেকা সুৰংগ পথেৰে চকুৰে একো নেদেখাকৈ খুপি খুপি খোজ দি তলৰ পিনে গৈ থকা আৰু শেষত ভূগৰ্ভৰ পানীৰ কুণ্ড এটাৰ ওচৰত থিয় হোৱা-এয়ে আছিল সেই সময়ত মন্দিৰৰ ভিতৰত মোৰ অভিজ্ঞতা। আইহঁতে পূজাৰীৰ নিৰ্দেশমতে কি কৰিছিল মই দেখা পোৱা নাছিলোঁ। কিন্তু কোনোৰকমে গুহাটোৰ পৰা ওলাই আহিব পাৰিলেই যে ৰক্ষা পৰিম, তেনে ভাব হৈছিল। কিন্তু ওলাই অহাৰ পিছত চাৰিওপিনৰ ডাঠ, সেউজীয়া বননিৰ শোভা আৰু পাহাৰৰ

ওপৰত নীৰৱতা আকৌ যেন অন্তৰ ভেদি সোমাই আহিছিল। অৱশ্যে আমি অম্বুবাচিৰ সময়ত কেতিয়াও কামাখ্যালৈ যোৱা নাছিলোঁ। আন সময়ত তেনে ভিৰ নাছিল, ওপৰলৈ উঠাও আছিল কষ্টকৰ।

গুৱাহাটী আৰু কাষৰ কেইবাটাও মন্দিৰ পাহাৰৰ ওপৰত অৱস্থিত। কষ্টকৈ ওপৰলৈ উঠিব লাগে থিয় চিৰিৰে। এইটো এটা লক্ষ্য কৰিবলগীয়া বিশেষত্ব। ভাৰতৰ আন ঠাইত মন্দিৰবোৰ সাধাৰণতে সমভূমিত। কিন্তু দক্ষিণ ভাৰত আৰু হিমালয়ৰ পাদপ্ৰদেশৰ কিছুমান মন্দিৰ পাহাৰৰ ওপৰত। উঠি যাওঁতে ভক্ত বা দৰ্শনপ্ৰাৰ্থীৰ মনত এক বেলেগ ভাবৰ উদ্ৰেক হয়, যেন সংসাৰৰ বোজা কান্ধৰ পৰা পেলাই দিহে তেওঁ দেৱতাৰ ওচৰলৈ গৈছে। কিন্তু হয়তো বিশেষত্বটোৰ জন্মৰহস্য বেলেগ। নিজৰাপাৰত এসময়ত এখন পুৰণি বড়ো গাঁও আছিল। পুৰুষানুক্ৰমে তেওঁলোকে নিজা ধৰ্মৰ আচাৰ-নীতি পালন কৰি আহিছিল। তাৰে কিছুমান আছিল অতি সুন্দৰ— সৰু-সৰু কলৰ ভুৰ ৰংচঙীয়া ফুলপাতেৰে সজাই চাকি জ্বলাই নিজৰাৰ পানীত এৰি দিছিল। তাৰ বিপৰীতে গাহৰি মৰাৰ সময়ত তাক টঙনিয়াই মৰা বাবে জন্তুটোৱে বৰ কষ্টত বহু পৰ আৰ্ত্তনাদ কৰি প্ৰাণ এৰিছিল। সি যি নহওক পাহাৰৰ ওপৰত ওখ ওখ শিল আৰু গুলঞ্চি ফুলৰ গছেৰে ঘেৰা এটুকুৰ সেউজীয়া ঘাঁহনি তেওঁলোকে আছুতীয়াকৈ ৰাখিছিল গুপুত ধৰ্মাচৰণৰ বাবে। তাত কেৱল গাঁৱৰ বুঢ়া-মেথাৰহে প্ৰবেশাধিকাৰ আছিল। দুবাৰমান দৈবাৎ এই আশ্ৰমসদৃশ নিজান-গহীন ঠাই টুকুৰাত ভৰি দি মোৰ মন অদ্ভুত ধৰণে জুৰ পৰিছিল। আজি যিবোৰ ঠাইত হিন্দু মন্দিৰ অৱস্থিত, সেইবোৰত সুদূৰ অতীতত কেতিয়াবা জনজাতীয় পবিত্ৰ স্থান (Sacred Grove) আছিল নেকি বাৰু? অৰ্থাৎ অসমীয়া হিন্দু আচাৰ-অনুষ্ঠানবোৰ কে'বাটাও তৰপৰ সমষ্টি, আৰু একেবাৰে তলৰ তৰপত হয়তো জনজাতীয় কিবা উপাদানৰ অৱশেষ বৈ যাব পাৰে।

এই মন্দিৰবোৰৰ কৰ্মকৰ্ত্তা সকল আমি সৰুতে গম পোৱা মতে বামুন মানুহেই আছিল। এইটো তেওঁলোকৰ জাতিগত অধিকাৰৰ ভিতৰত পৰিছিল। সেইবাবে তেওঁলোকে সমাজত শ্ৰেষ্ঠতাৰ দাবী কৰিছিল নে নাই, ক'ব নোৱাৰিম। কাৰণ মন্দিৰ, দেৱতা আৰু পূজাত একেবাৰে সৰুতেহে মোৰ যৎকিঞ্চিৎ অভিজ্ঞতা আৰু কৌতূহল আছিল। কিন্তু বামুন সকলে ভিতৰি যদি কিবা উচ্চাভিমানিকা ভাব পোষণ কৰিছিল, বাহিৰত তাৰ প্ৰকাশ বিশেষ চকুত পৰা নাছিল। কাৰণ অসমত বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ-প্ৰতিপত্তি এনেকুৱা আছিল যে ধৰ্মাচাৰ্য্য বুলি স্বীকৃত লোকৰ মাজত অব্ৰাহ্মণো আছিল। সেয়ে শাস্ত্ৰই যিহকে নকওক, তেওঁলোকে নিজে দৃঢ় প্ৰত্যয়েৰে তেনে দাবী কৰিব পৰা নাছিল।

আনহাতে জাতিভেদ প্ৰথা ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে সকলো বৰ্ণহিন্দুৱে গ্ৰহণ কৰিছিল, আৰু ফলত কোনো জাতিৰ শ্ৰেষ্ঠতা সম্পৰ্কে বিতৰ্ক উঠিলেও কেতবোৰ জাতিৰ নীচতা বা অপবিত্ৰতা সম্পৰ্কে বিশ্বাস আছিল প্ৰায় সাৰ্বজনীন।

আগতেই কৈছোঁ যে কৈৱৰ্ত্ত সম্প্ৰদায়ৰ ধৰ্মীয় অশুচিতা তথা হীনতা সম্পৰ্কে সৰুতে মই ব্যাপক জনমত লক্ষ্য কৰিছিলোঁ, আৰু ব্যক্তিগতভাবে কথাটো অন্যায় বুলি অনুভৱ কৰিছিলোঁ। প্ৰতিভাবান কৈৱৰ্ত্ত মানুহৰ বিষয়ে ঈৰ্ষাতুৰ মানুহে 'হ'লেনো কি হ'ব, সি ... হে!' বুলি সহজে মন্তব্য কৰিব পাৰিছিল। এই প্ৰচণ্ড আৰু অদৃশ্য সামাজিক চাপ এনে ধৰণৰ আছিল যে মই শুনিছোঁ, তাহানিৰ শিক্ষিত আৰু মাৰ্জিত কৈৱৰ্ত্তয়ো মনক সেই চাপৰ পৰা মুক্ত কৰিবলৈ স্বেচ্ছাই নিজৰ মাজত কাচিৎ- কেতিয়াবা অবাইচ মাত মাতিছিল।

আচৰিত কথা আছিল এয়ে যে এনে প্ৰচণ্ড সামাজিক অৱহেলা আৰু নিপীড়ন সত্ত্বেও কৈৱৰ্ত্ত আদি নিপীড়িত জাতিৰ মাজত দেৱতাৰ প্ৰতি আত্মনিবেদনৰ ভাব আছিল প্ৰবল। পূজা সেবাৰ সময়ত তেওঁলোকৰ ভক্তিৰ উচ্ছ্বাস আৰু গভীৰতা আছিল চাবলগীয়া। মণ্ডপৰ বাহিৰৰ পৰাই দুৰ্গাদেৱীক কাতৰস্বৰে 'মা' বুলি সম্বোধন কৰি কোনো-কোনোৱে চকুলো বোৱাইছিল। গুৱাহাটীৰ ধনী বিষয়া পৰিয়ালৰ (স্বনামধন্য ক্ষীৰদা বিষয়াৰ পিতৃ) বৰদা বিষয়া কোনো এটা সময়ত পূজাৰ সময়ত উচ্চ জাতিৰ হাতত অপমানিত হৈ নিজেই দুৰ্গা, সৰস্বতী আদি দেৱীৰ প্ৰতিমাৰ সমুখত বহি লৈ আৰাধনাত নিমগ্ন হ'বলৈ ধৰিছিল। কলিকতাত সেইবোৰ প্ৰতিমা নিৰ্মাণ কৰাই আনিছিল। সেই ঘটনাই তেতিয়া সমাজত চাঞ্চল্যৰ বুৰবুৰণি তুলিছিল। আজি কিন্তু মই উপলব্ধি কৰোঁ কেনে তীব্ৰ ক্ষোভ আৰু বেদনাৰ ফলত বিষয়াই এই কাম কৰিবলৈ বাধ্য হৈছিল। কিন্তু হিন্দু ধৰ্মৰ প্ৰভাৱ এনে ব্যাপক আৰু গভীৰ আছিল যে আন কিবা ধৰ্ম গ্ৰহণ কৰাৰ বা হিন্দু ধৰ্মৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ কথা তেওঁ ভাবিবই পৰা নাছিল।

উজনিৰ দৰে সত্ৰীয়া গোসাঁইৰ প্ৰভাৱ গুৱাহাটীত নাছিল। সত্ৰীয়া আচাৰ-অনুষ্ঠানৰ দৃশ্যও আছিল বিৰল। বহুতৰ ক্ষেত্ৰত স্কুলত শংকৰদেৱৰ তিথিত মাহ-চাউলৰ ভাগ লোৱাতে তাৰ ইতি পৰিছিল। শংকৰদেৱ অসমীয়া জাতিৰ অন্যতম জাতীয় প্ৰতীকত পৰিণত হোৱাত আৰু বৈষ্ণৱ পৰম্পৰাৰ লগত জড়িত বহু পৰিয়ালে গুৱাহাটীত বস-বাস কৰিবলৈ লোৱাত বৈষ্ণৱ ধৰ্মৰ গুৰুত্বও আজিকালি চহৰখনত বৃদ্ধি পাইছে। সৰুতে মই এইবোৰৰ দেখা-সাক্ষাৎ নোহোৱাকৈয়ে ডাঙৰ হ'লোঁ, আৰু এতিয়াও সত্ৰীয়া সংস্কৃতিৰ বিষয়ে বহুতো কথাই নাজানোঁ। (কোৱা [illegible] যে মহাপুৰুষ দুজনাৰ জীৱন আৰু কৃতি মই এই আলোচনালৈ অনা নাই।)

সত্ৰ সম্পৰ্কে আপত্তিজনক কথা বহুত ওলাইছে আৰু ওলাব। সমাজখন যিমানে গণতন্ত্ৰৰ পিনে আগবাঢ়িব সিমানেই অতীতৰ উচ্চ-নীচ ভেদাভেদৰ ভিত্তিত গঢ় লোৱা আচাৰ আৰু বিশ্বাসত আঘাত পৰিব, অতীতৰ ব্যৱস্থাটো সিমানেই গৰ্হিত আৰু অসুন্দৰ যেন লাগিব। কিন্তু এটা সময়ত জনসাধাৰণে উচ্চ সংস্কৃতিৰ চৰ্চা কৰিবলৈ যেতিয়া সুযোগ-সুবিধা পোৱা নাছিল, তেতিয়া সত্ৰীয়া গোসাঁই আছিল সমাজৰ স্থানীয় নেতা— তেওঁৰ আচৰণত আৰু শিক্ষাত সেই মৰ্যাদা, দায়িত্ববোধ আৰু সংযম তথা সংস্কৃতিবোধ পৰিস্ফুট হৈছিল। আনেও তেওঁৰ আচৰণৰ পৰা সৌজন্য আৰু মৰ্যাদাবোধৰ শিক্ষা পাইছিল।

মই ভাবোঁ যে সম্পূৰ্ণৰূপে নহ'লেও কিছু পৰিমাণে গুৱাহাটীৰ মঠ-মন্দিৰৰ বামুন কৰ্মকৰ্তা সকলৰ আচৰণতো তেনে ধৰণৰ গম্ভীৰ মৰ্যাদাবোধ, সংযম আৰু সৌজন্য পৰিলক্ষিত হৈছিল। ধন-ঐশ্বৰ্যৰ মুকলি প্ৰকাশ তেওঁলোকৰ ক্ষেত্ৰত বৰ্জিত আছিল। কিন্তু আচাৰ-ব্যৱহাৰৰ বিশেষত্ব দহজনে লক্ষ্য নকৰাকৈ থকা নাছিল। আমি কেতিয়াবা মন্দিৰলৈ গ'লে তেওঁলোকৰ নিৰুত্তাপ, গহীন আচৰণ আৰু ভদ্ৰ বাক্যালাপত প্ৰভাৱিত নোহোৱাকৈ থকা নাছিলোঁ। কিন্তু ক্ৰমে সমাজত তেওঁলোকৰ প্ৰতিপত্তি কমি অহাৰ ফলত আচৰণো শিথিল আৰু অপৰিচ্ছন্ন হৈ পৰিছিল যেন লাগে— যাৰ শেষ পৰিণাম ফেৰিৱালাৰ দৰে চিঞৰ-বাখৰ কৰা পাণ্ডা।

অলপ ডাঙৰ হোৱাৰ পিছত অৱশ্যে মোৰ কিছুমান বেদনাদায়ক অভিজ্ঞতা নোহোৱাকৈ থকা নাছিল। সপ্তম মান শ্ৰেণীত পঢ়োঁতে অসম ভিত্তিত হোৱা ৰচনা প্ৰতিযোগিতা এটাত যোগ দি মই আউনিআটি দত্তদেৱ গোস্বামী স্বৰ্ণপদক লাভ কৰিছিলোঁ। কিন্তু পদকটো যেতিয়া আহিল, সেইটো ৰূপৰহে আছিল। যিগৰাকী শিক্ষকে পদকটো মোৰ হাতত দিছিল তেওঁ নিজেই ঘটনাটোত বিচলিত হৈ মোক সান্ত্বনা দিছিল। সৌভাগ্যই হওক বা দুৰ্ভাগ্যই হওক, তাৰ পিছৰ বছৰতো আকৌ কলে'জিয়েটৰ পৰা আন এজনে পদকটো পালে। তেওঁ আছিল প্ৰদীপ মহন্ত। এইবাৰ কিন্তু স্বৰ্ণপদকেই আহিল। আই এ' পৰীক্ষাত বিশ্ববিদ্যালয়ত ইংৰাজীত যিবাৰ সৰ্বোচ্চ নম্বৰ পাইছিলোঁ, সেইবাৰো মোক বঞ্চিত কৰিছিল কোনো দুষ্টচক্ৰই। দৈবাৎহে পিছৰ বছৰ মই গম পালোঁ যে বিশ্ববিদ্যালয়ে মোতকৈ কম নম্বৰ পোৱা এজনকে সৰ্বোচ্চ নম্বৰৰ বাবে পদক দি থৈছে! কথাটো লৈ পলমকৈ অলপ চিঞৰ বাখৰ হোৱাত আই-এছ চি আৰু আই এ' পৰীক্ষাৰ বেলেগ পদক দিয়াৰ নিয়ম কৰা হ'ল সেই বছৰৰ পৰা— যদিও দুয়ো পৰীক্ষাৰ পাঠ্যক্ৰম আৰু প্ৰশ্নকাকত একেই আছিল। এই ক্ষেত্ৰতো জাতিগত বিদ্বেষে সূক্ষ্মভাবে কাম কৰিছিল যেন লাগে।

হিন্দু ধৰ্মৰ উচ্চ আধ্যাত্মিক কল্পনা আৰু অনুভৱৰ লগতে 'নিম্নস্তৰৰ' জাতিৰ বাবে ব্যৱস্থা কৰা এইবোৰৰ তিতা-কেঁহা অভিজ্ঞতাই মোৰ মনত বহুদিনৰে পৰা এটা মিশ্রিত অনুভূতিৰ উদ্রেক কৰি আহিছে। সেয়ে বহুদিনৰ পৰা এনে ধৰ্মানুষ্ঠানৰ পৰা নিজকে আঁতৰাই ৰাখিছোঁ। এতিয়া সেই বিদ্রোহৰ লগত জড়িত হৈছে যুক্তিৰ প্রতিবাদ।

বৈষ্ণৱ ধৰ্মই হয়তো এনে অভিজ্ঞতাৰ পৰা সকাহ দিলেহেঁতেন। কিন্তু মোৰ মনত সন্দেহ আছে। গুৱাহাটীত দেউতা ডি-আই হৈ থকা কালত এজন নিষ্ঠাবান বৈষ্ণৱ মহন্তৰ লগত তেখেতৰ বন্ধুত্ব হ'ল। বন্ধুত্ব ক্রমে গৈ এনে অন্তৰংগতাত পৰিণত হ'ল যে তেখেতে সপ্তাহত কমেও দুবাৰকৈ আমাৰ ঘৰত পদাৰ্পণ কৰিবলৈ ধৰিলে। তেখেতৰ অনুৰোধত এবাৰ আমাৰ ঘৰত এটা ধৰ্মীয় সকাম পতা হ'ল। পৌৰোহিত্য কৰিলে তেখেতে নিজে। সকামৰ শেষ পৰ্যায়ত তেখেতে পদ্মাসনত বহি দেউতাক যেতিয়া সেৱা কৰিবলৈ ক'লে, দেউতাই থাপনা নেদেখি ক'ত সেৱা জনাব লাগিব সুধিলে। তেখেতে আধ্যাত্মিক কৰ্তৃত্বৰ গৌৰৱেৰে তেখেতকে যেতিয়া সেৱা জনাবলৈ ক'লে, দেউতাৰো দিব্যজ্ঞান উপস্থিত হ'ল আৰু পিছদিনাৰে পৰা তেখেতৰ সংশ্ৰৱ ত্যাগ কৰিলে। অৱশ্যে গুৱাহটীয়া ৰাইজৰ ওপৰত বৈষ্ণৱ ধৰ্মৰ প্রভাৱ একেবাৰে পৰা নাছিল বুলি ভাবিলেও ভুল হ'ব। উজানবজাৰৰ নামঘৰত গধূলি আইসকলৰ আগত এজন ব্রাহ্মণ পাঠকে ভাগৱতৰ কাহিনীবোৰ কৈছিল। গল্প কোৱাৰ কৌশল তেওঁ জানিছিল। কেতিয়াবা গল্পৰ লোভত ময়ো খেলাধূলা কৰি ঘৰলৈ উভতি আহোঁতে গধূলি আধাঘণ্টামান বা তাতকৈ বেছি সময় তন্ময় হৈ এটা খুটাত ধৰি বা ৰে'লিঙত মূৰ থৈ তেওঁৰ গল্প শুনিছিলোঁ। আইসকলে আৰু পাঠকসকলে সেই অদ্ভুত দৃশ্য দেখি নিজৰ ভিতৰত কোৱাকুই কৰিছিল যে ল'ৰাটো পূৰ্বজন্মত কোনো ধৰ্মাত্মা আছিল আৰু সেই জন্মতো ধাৰ্মিকৰূপে প্রসিদ্ধ হোৱা এশ শতাংশ সম্ভাৱনা! পিছে সাঁইবাবা বা কৃষ্ণগুৰুৰ লগত প্রতিযোগিতাত নমাৰ কোনো মতবল মোৰ নাছিল। কেৱল সেই অপূৰ্ব কথকতাৰ লোভতহে মই বাৰোৱাৰী নামঘৰত হাজিৰা দিছিলোঁ। কথকতাই নিশ্চয় বৈষ্ণৱ ধৰ্মৰ কেতবোৰ বিশ্বাস সমাজত সজীৱ কৰি ৰাখিছিল। কিন্তু একেশ্বৰবাদৰ পৰ্যায়লৈ সমাজক লৈ যাব পৰা নাছিল।

আৰু এটা কথা মনত পৰে ৰিণিকি-ৰিণিকি। বছৰত এবাৰ বৰ সোৱাদ লগা চেনিবুট, বাতাছা আৰু ছানাৰ খোৰ্মাৰ জৰিয়তে আমি সৰুবোৰে গম পাইছিলোঁ যে 'জগন্নাথৰ পাণ্ডা সকল আহিল।' ধুতি-চাদৰ পিন্ধা লিচপিচিয়া মধ্যবয়সীয়া আৰু ডেকা উৰিয়া মানুহ দুজনমানে তীৰ্থযাত্রী বিচাৰি প্রতি বছৰে অসমলৈ

আহিছিল আৰু ঘৰে-ঘৰে জগন্নাথৰ প্ৰসাদ বিলাইছিল। তেওঁলোক স্নিগ্ধ চেহেৰাৰ গহীন ভদ্ৰ মানুহ আছিল। আমি দুটামান চেনিবুট মুৰত থৈ বাকীখিনি বৰ তৃপ্তিৰে গলাধঃকৰণ কৰিছিলোঁ। 'মিষ্টান্নম্ ইতৰে জনাঃ।' ডাঙৰ সকলে বৰ ভক্তিৰে সেই প্ৰসাদ গ্ৰহণ কৰা মনত পৰে।

গুৱাহাটীৰ শাক্ত-শৈৱ পীঠৰ বামুন পূজাৰীক যিমানেই খলপ্ৰবৃত্তিৰ বা ভণ্ড বুলি কোৱা নহওক, তেওঁলোকে কোনেও নিজেই পূজাৰ পাত্ৰ ৰূপে নিজকে আগবঢ়াই দিয়া নাছিল। বিগ্ৰহকে আঙুলিয়াই দিছিল। বিগ্ৰহ অৱশ্যে প্ৰাণহীন পাষাণ। কিন্তু মানুহে নিজকে দেৱতাত পৰিণত কৰি জোৰকৈ সেৱা আদায় কৰাতকৈ শিলৰ মূৰ্ত্তিক পূজা দিয়া ভাল দেখোন।

যাওক সেইবোৰ কথা। দুৰ্গা পূজাৰ সময়ত গুৱাহাটীৰ চহৰীয়া পূজাত এটা বেলেগ ধৰ্মীয় অভিজ্ঞতা হৈছিল। সাধাৰণতে বছৰটোৰ ভিতৰত কেইটামান বিশেষ দিনতহে গ্ৰামাঞ্চলৰ একোটা মন্দিৰত ওচৰ-পাজৰ আৰু দূৰদূৰণিৰ ৰাইজৰ সমাগম হৈছিল। সেই দিনবোৰত মন্দিৰৰ চাৰিওকাষে সৰুসুৰা হাটবজাৰ বহিছিল, য'ত সৰু ল'ৰা-ছোৱালীৰ খেলনাৰ পৰা তিৰোতা মানুহৰ খাৰু-মণি আৰু কাকৈ (ফণি), দা-কটাৰি বিক্ৰীৰ পৰা লোককলাৰ পৰিবেশনলৈকে বিভিন্ন আকৰ্ষণৰ সমাবেশ ঘটিছিল। চহৰত একোটা মন্দিৰত বিশেষ দিন বা সময়ত (উমানন্দত শিৱৰাত্ৰিৰ সময়ত, উগ্ৰতাৰাত দুৰ্গোৎসৱৰ সময়ত) বহুলোকৰ সমাবেশ ঘটিছিল। কিন্তু গ্ৰামাঞ্চলৰ দৰে পৰিবেশ হোৱা দেখা নাছিলোঁ। কাৰণ গাঁৱৰ লোকজীৱনৰ লগত মন্দিৰৰ যি সম্পৰ্ক আছিল, চহৰত সেইটো নাছিল।

আনহাতে দুৰ্গোৎসৱৰ সময়ত বেলেগ এক ধৰণৰ ভিৰ দেখা গৈছিল। পূজা চাবলৈ প্ৰতিঘৰ মানুহৰ মহিলা সকল আৰু শিশুবিলাক জাকত জিলিকা পোছাকেৰে সদলে বাটলৈ ওলাই আহিছিল। ডেকা সকলে বেলেগে জুম বান্ধি স্কুল-কলেজত পঢ়া গাভৰুক আলেঙে-আলেঙে চাবলৈ বাটত টহল দিছিল। ৰাস্তাৰ দুকাষে বেলুন, পেপা, খেলনা আৰু মিঠাইৰ দোকান বহিছিল । পাৰিবাৰিক জীৱনৰ কঠোৰ আমনি লগা শাসনৰ পৰা চাৰিদিন অপেক্ষাকৃত মুক্ত পৰিবেশৰ সোৱাদ পাইছিল আটায়ে। অথচ পূজাৰ আচাৰ-অনুষ্ঠানবোৰৰ প্ৰতি স্বতঃস্ফূৰ্ত আস্থা আৰু শ্ৰদ্ধাৰ ভাব প্ৰদৰ্শন কৰিছিল এনেদৰে সমাবেশ হোৱা ৰাইজে। পূজাৰ এই চৰিত্ৰ আছিল চহৰীয়া নতুন সংস্কৃতিৰ নিদৰ্শন— য'ত জনসমাবেশে কোনো ঐক্যবদ্ধ জনসমাজৰ সামূহিক অনুষ্ঠান নুবুজায়। ইয়াৰ ধৰ্মৰ লগত যুক্ত হৈছিল চাৰ্কাছ চাবলৈ অহা জনসমষ্টিৰ দৰে কৌতূহলী, কৌতুকপ্ৰিয়, অস্থিৰ চহৰীয়া মানুহৰ আকস্মিক আৰু অস্থায়ী সংহতি। কিন্তু এইটোও চহৰীয়া জীৱনৰ অন্যতম

প্ৰধান অভিজ্ঞতা। ইয়াৰ অভাৱে চহৰীয়া জীৱনৰ অসম্পূৰ্ণ বিকাশ সূচায়।

পূজাৰ সেই হুলস্থূলীয়া দিনবোৰ শেষ হৈ গ'লে সঁচাকৈ কেইদিনমান মন উকঙা লাগিছিল। সঁচাকৈ দুৰ্গা গোসাঁনীৰ প্ৰতি মোৰ মনত এচাম বয়স্কৰ দৰে ভক্তিভাব সঞ্চাৰ হৈছিল বুলি ক'ব নোৱাৰোঁ। অথচ বিজয়া দশমীৰ পিছত যেন কিবা বিদায় বা বিচ্ছেদৰ বেদনা আৰু শূন্যতাই মন ভাৰাক্ৰান্ত কৰি ৰাখিছিল। সেই সময়ত উজান বজাৰ বাৰোৱাৰী নামঘৰৰ আৰু পাণবজাৰ হৰিসভাৰ দুৰ্গাপূজাৰ উপৰিও কেইঘৰমান গৃহস্থৰ ঘৰত হোৱা পাৰিবাৰিক পূজাই (যেনে পাণবজাৰৰ সেনবাড়ীৰ আৰু নদীপাৰৰ গুৰুপ্ৰসাদ বৰুৱাৰ ঘৰৰ) জনতাক আকৰ্ষণ কৰিব পাৰিছিল। অৰ্থাৎ আমোদ-প্ৰমোদৰ লগতে এক ধৰ্মীয় ভক্তিভাব তেতিয়াও পূজাত সজীৱ হৈ আছিল।

সাম্প্ৰতিক কালত ভক্তিভাবৰ সেই নিভাঁজ ৰূপটো আৰু দেখা নাযায়। পূজাৰ লগতে চমকপ্ৰদ দৃশ্যৰ (**Spectacle**) সম্পৰ্ক এতিয়া নিবিড়। সেয়ে পূজাৰ প্ৰতিমাৰ লগতে ওছামা বিন লাডেন, তালিবান, ইন্দিৰা গান্ধী, আৰু জুৰাছিক পাৰ্ক চিনেমাৰ টাইৰানোছৰাছে প্ৰায়ে সমান গুৰুত্ব পোৱা দেখা যায়। প্ৰতিমাও ধৰ্মীয় প্ৰতীকৰ (**Icon**) ঠাইত দৰ্শকৰ মনত দুদিনীয়া চাঞ্চল্য আৰু বিস্ময় সৃষ্টি কৰা কিবা কৃত্ৰিম বস্তুত পৰিণত হৈছে। পুঁজিবাদী ভোগবাদী মানসিকতাৰ অগ্ৰগতিৰ লক্ষণ এইটো।

ম'হবলিৰ দৰে বিভৎস আৰু নিষ্ঠুৰ দৃশ্য এটাৰ কথাকে ধৰক উদাহৰণ স্বৰূপে। মই যি সময়ৰ কথা কৈছিলোঁ, তেতিয়া ৰক্তাক্ত ম'হবলি চাই কোনো কোমল মনৰ শিশু মূৰ্ছিত হোৱাৰ দৰে ঘটনাও ঘটিছিল। তথাপি ম'হবলি ধৰ্মান্ধ জনতাৰ আদিম পাশৱিক প্ৰবৃত্তিৰ প্ৰকাশ নাছিল। ম'হবলিৰ সময়ত ভক্ত সকলে তাৰ পাশৱিকতা আৰু নিষ্ঠুৰতা অনুভৱ নকৰাকৈ থকা নাছিল। কিন্তু এক ধৰণৰ প্ৰাচীন ঐন্দ্ৰজালিক (**Magical**) একাত্মীকৰণৰ জৰিয়তে ভক্ত দৰ্শকে অনুভৱ কৰিছিল যে তেওঁৰ মনত জমা হোৱা ভয়ংকৰ পাপপ্ৰবৃত্তি কেতবোৰ এনে নিষ্ঠুৰ অস্ত্ৰোপচাৰেৰে নিষ্কাশন কৰা হৈছে। একে সময়ত ম'হটো আতংক আৰু কৰুণাৰ পাত্ৰ হৈ পৰিছিল। এতিয়া এনে অনুভূতি আৰু সম্ভৱ নহয়। এতিয়া বলি যোৱা এনে একোটা ম'হ যেন ক্ষমতাশালী দেৱ-দেৱীৰ চৰণত ভক্তই নিবেদন কৰা এটা প্ৰকাণ্ড উপহাৰৰ টোপোলা— যি একে সময়তে ভক্তৰ নিজৰ গৌৰৱ, আৰু উপহাৰৰ পাত্ৰজনৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰে। সন্দেহ নাই, পূজা সেৱাৰ ব্যৱসায়ীকৰণ দ্ৰুতগতিত চলিছে।

অনিবাৰ্য্যভাবে তাৰ লগ লাগিছে ৰাজনীতিকৰণ। এতিয়া আগৰ দৰে দাঁতি

কাষৰৰ গৃহস্থ ঘৰবোৰৰ দান-বৰঙণিৰে পূজা নহয়। ধনী ঠিকাদাৰ আৰু ব্যৱসায়ীৰ পৰা লাখ লাখ টকা সংগ্ৰহ কৰি বিপুল আড়ম্বৰেৰে পূজা পতা হয়। ওচৰৰ গৃহস্থ পৰিয়ালবোৰ নিমাখিত দৰ্শকত পৰিণত হয়, পূজাৰ আয়োজনত তেওঁলোকৰ অংশ নাথাকে আৰু গুৰুত্বও হ্ৰাস পায়। বিশাল অংকৰ দান-বৰঙণি বহু সময়ত ৰাজনীতিবিদৰ ইংগিতত ব্যৱসায়ী বা ঠিকাদাৰে আদায় দিয়ে। সেয়ে পূজাৰ মাজেদি স্থূল ৰাজনৈতিক প্ৰচাৰো চলে। কেতিয়াবা যদি মহিষাসুৰৰ মুখখন হিতেশ্বৰ শইকীয়াৰ দৰে হয়, কেতিয়াবা হয় প্ৰফুল্ল মহন্তৰ দৰে। দুয়ো পক্ষৰে বিৰাগ উৎপাদন কৰি আশীৰ দশকত এবাৰ এখন পূজাত মযো অসুৰৰ মুখৰ আৰ্হি হৈ ধন্য হৈছিলোঁ।

কোৱা বাহুল্য, এনে স্থূল আৰু জনগণক ভেড়া সজোৱা ৰাজনীতিয়ে ধৰ্মীয় অনুষ্ঠানক তেনেই বিকৃত কৰিছে। কিন্তু যুগৰ পৰিবেশৰ পৰা ধৰ্মক মুক্ত কৰা সম্ভৱ নহয়। জনসাধাৰণে ৰাজনৈতিক-ব্যৱসায়ীৰ অশুভ চক্ৰৰ বিৰুদ্ধে প্ৰচাৰৰ বাবে পূজাৰ অনুষ্ঠান ব্যৱহাৰ কৰিলেহে এই বিকৃতিৰ যথাযোগ্য প্ৰতিষেধকৰ ব্যৱস্থা কৰা হ'ব। কোনোবাই মাথোন সেই সাঁকিয়নি দিলেই হ'ল। তাহানিৰ এটা ঘটনা মোৰ আজিও মনত পৰে। ব্ৰহ্মপুত্ৰৰ বালিত এবাৰ শকত, পেটুৱা, শ্যামবৰ্ণ এজন বাবাৰ আবিৰ্ভাৱ হ'ল। চাওঁতে চাওঁতে বনজুইৰ দৰে বাবাৰ ভূত ভবিষ্যতৰ জ্ঞান, দুৰাৰোগ্য ৰোগ নিৰাময় কৰাৰ ক্ষমতা, শাস্ত্ৰৰ ওপৰত দখল আৰু শিশু কৃষ্ণৰ দৰে অদ্ভুত আচৰণ মানুহৰ মুখেমুখে বাগৰিবলৈ ধৰিলে। দুদিনমানৰ ভিতৰত বিশাল চন্দ্ৰাতপ দিয়া তম্বুত বাবাৰ স্থান হ'ল, পৰ্বতাকাৰ ৰূপত জমা হ'ল নাৰিকল-কল-কুঁহিয়াৰ, চাউল, দাইল, ৰূপৰ টকা। আৰামত চকু মুদি থকা বাবাৰ হাত ভৰি গভীৰ নিষ্ঠাৰে দলাই মলাই কৰিবলৈ ল'লে নদীপাৰৰ ডেকা ভক্তসকলে। পিছে শীঘ্ৰে বাবাৰ শৰীৰত সদাশিৱ বা কৃষ্ণৰ আন গুণবোৰো ফুটি ওলাল। এবাৰ চহৰৰ ভদ্ৰঘৰৰ বোৱাৰী এগৰাকীৰ কাপোৰত ধৰি টনাটনি কৰাত ভক্তবৃন্দৰ অসহ্য হ'ল। বাবাৰ শৰীৰ মালিচ কৰি আপ্লুত হোৱা সকলেই তেওঁক ধৰি ৰামপিটন দিলে। পিছদিনাই পলাই পত্ৰং দিলে বাবাই।

ধৰ্মাধৰ্মৰ পাৰ্থক্য জনগণে বুজি পায়। কেৱল তথাকথিত আচাৰ্য্য সকলৰ ভেলকিবাজিৰ পৰা তেওঁলোকৰ মনবোৰ মুকলি কৰিব লাগে। সঁচাকৈ যদি ধৰ্মই 'সকলো প্ৰাণীকে আত্মসম' দেখিবলৈ প্ৰেৰণা দিব পাৰে, তেতিয়া তাৰ দৰে মূল্যবান বস্তু নাই। কিন্তু সেই শাস্ত্ৰ জিভাৰ আগত লাগি থকা সকলেই তেনেদৰে ভবাৰ প্ৰমাণ পোৱা নাযায়! ❑

# বৈচিত্ৰ্য আৰু বৈৰিতা

সৰু কালৰ কথা। তেতিয়াৰ দিনত ল'ৰাৰ ল'ৰি ফুৰাৰ অভ্যাস আছিল। জীৱজন্তুৱে এটা নিৰ্দিষ্ট এলেকাৰ ভিতৰতে টহলি ফুৰাৰ দৰে চহৰখনৰো ল'ৰাবোৰে নিজৰ নিজৰ একো-একোটা এলেকাত পিট্‌পিটাই টহলি ফুৰিছিল আবেলি পৰত। বন্ধৰ দিনা ৰাতিপুৱাও বাদ যোৱা নাছিল। চহৰখন সৰু। বাসিন্দাৰ সংখ্যাও কেইহেজাৰমান মাত্ৰ, আজিৰ গুৱাহাটীৰ তুলনাত নগণ্য। তথাপি সেইখন চহৰতে দিনটো আমাৰ বাবে নিত্যনতুন বিচিত্ৰ অভিজ্ঞতাৰ, চাঞ্চল্যৰ আৰু শিহৰণৰ অভাৱ নঘটে। হেঁপাহ পলুৱাই সেইবোৰ চাই যেতিয়া নিশা ভৰি-হাত ধুই কলমটিয়াই কলমটিয়াই দুগৰাহমান খাই পাটিত পৰোঁ, তেতিয়া সেইবোৰ দৃশ্য চকুৰ আগত জিলমিলাই থাকে, চাই চাই টোপনিত লালকাল দিওঁ। কেতিয়াবা টোপনিতে গম পাওঁ দিনটো মুখেৰে মাত এষাৰ নিদিয়া কঠোৰমুখৰ গহীন দেউতাই লেপখন বা বৰকাপোৰখন ঠিক-ঠাক কৰি দিছে গাৰ ওপৰত।

... কেতিয়াবা বাটেদি গৈ থাকোঁতে দেখোঁ তৌফিক গুণ্ডাই তাৰ প্ৰকাণ্ড বলদগৰুৰ দৰে দেহা আৰু মুখখন লৈ পাণদোকানৰ আগত চিঞৰি-চিঞৰি চৰকাৰক গালি পাৰিছে। চাৰিওপিনে অলস ৰসিকৰ জুম। আজি গাত জোৰ নাই। ডেকাকালত হোৱা হ'লে তৌফিকে মিনিষ্টাৰ-ডিচি কাকো কেয়াৰ নকৰিলেহেঁতেন। বেটাহঁতে মচুৰ দাইলৰ দাম বাৰঅনা কৰিছে। মাৰোৱাৰীৰ লগত দিল্লাগি কৰিছে। আজি মোৰ জোৱান বয়স থকা হ'লে ... জান তহঁতে, জেলত মোক তিনিটা দেছুৱালি চিপাহীয়ে চাৰিঘণ্টা নন্-ষ্টপ পিটন দিছিল। অ'চি চাহাবেও ৰুলাৰ লৈ পাগলৰ দৰে পিটিছিল। মুখেৰে একদম মতা নাছিলোঁ মই। মাৰ ছালা কিমান পাৰ! একৰাতি জ্বৰ গালোঁ। তাৰ পিছত আগৰ দৰেই দপ্‌দপাই থাকিলোঁ। জীৱনভৰ জেল খাটি খুনীবোৰে ভৰিত হাত দি কয় আহিঃ "তৌফিক দাদা, আপোনাৰ ভৰসাতে আছোঁ আমি..."

তৌফিকৰ লেকচাৰ বন্ধ কৰিবলৈ পাণদোকানী কান্তিয়ে কয়ঃ "দাদা, খেলা দেখুওৱাক এটা। মানুহ বৈ আছে। তেতিয়াহে আপোনাৰ কথা বিশ্বাস

কৰিব।" লেকচাৰৰ সোঁতত বাধা পৰাত জ্বলন্ত চকুৰে কান্তিলৈ চায় তৌফিকে। লগে লগে আথে-বেথে খিলিপাণ এখন আগবঢ়াই দিয়ে। তৌফিকৰ মুখত হাঁহি বিৰিঙে। ভীৰৰ মাজৰ পৰা মুখ মেলি তৌফিকৰ কথা শুনি থকা নিৰীহ চেহেৰাৰ বঙালী কলবেপাৰী এটাক হাতত ধৰি টানি আনে। আতংকত তাৰ চকু বিস্ফাৰিত। ডিঙিটোত ধৰি হেঁচা মাৰি ৰাস্তাৰ ওপৰতে শুৱাই দি তাৰ পাছিৰে কল এটা ছিঙি আনি ডিঙিৰ ওপৰত থয়। খবৰ্দাৰ, লৰচৰ নকৰিবি। কলবেপাৰীটোৱে কন্দাৰ দৰে এবাৰ চিঞৰে, আৰু তৌফিকে বজ্ৰকণ্ঠৰ ধমকত ঠাণ্ডা হৈ চেপেটা লাগে। ক'ৰবাৰ পৰা এখন খুকুৰি উলিয়াই তৌফিকে মূৰৰ চাৰিওপিনে সেইখন নাচৰ ভংগীত ঘূৰাবলৈ ধৰে। পুৱাৰ ৰ'দত মাজেমাজে চিক্‌মিকাই থকা খুকুৰিখন তাৰ প্ৰকাণ্ড হাতখনত এখন চামুচৰ দৰেই লাগে— যদিও জানো বৰ ধাৰ, বৰ জোঙা .....

হঠাতে সি মাটিত পৰি থকা কলবেপাৰীৰ ডিঙিত ঘাপ মৰাৰ দৰে ভংগী কৰাত কলবেপাৰীয়ে "মাগো" বুলি এনে এটা আৰ্তনাদ কৰিলে যে ওচৰত থকা আটাইৰে কলিজা ধক্‌কৈ বন্ধ হোৱাৰ দৰে হ'ল। কলবেপাৰীয়ে চকু মুদি বিৰ্‌বিৰাই "মাগো, মাগো" বুলি মন্ত্ৰৰ দৰে জপিবলৈ ধৰিলে। চাৰিওপিনে জনতাৰ সাৰ-সুৰ নাই। দুবাৰমান বতাহত 'সুইৎ সুইৎ" শব্দ কৰি তৌফিক গুণ্ডাই কলবেপাৰীৰ ডিঙিত ঘাপ মৰাৰ দৰে কৰে, ডিঙিটোৰ এক ইঞ্চি আঁতৰৰ পৰা খুকুৰিখন আকৌ তুলি আনে। খুকুৰি ঘূৰাই ঘূৰি ঘূৰি নচাৰ দৰে কৰে সি। কাৰো পিনে চকু নাই। অৱশেষত এক ঘাপ মাৰি কলবেপাৰীৰ ডিঙিত থোৱা কলটো দুচোৱা কৰে। কেৱল বাকলিখিনি বাকী থাকে। কলবেপাৰীৰ ডিঙিত সামান্য আঁচোৰ এটাও নালাগে। উপস্থিত সকলোৱে একেলগে বন্ধ কৰি ৰখা উশাহ লোৱাত এটা ডাঙৰ আৱাজ হয়। দুজনমান বয়সীয়া মানুহে মুখত বিতৃষ্ণাৰ ভাব ফুটাই তুলি বেগাই আঁতৰি যায়। বাকীবোৰে হাত চাপৰি বজায়। সেইপিনে ভ্ৰুক্ষেপ নকৰি কলবেপাৰীক টান মাৰি তুলি এমুঠা বিড়ি তাৰ হাতত তুলি দিয়ে তৌফিকে। কলবেপাৰীয়ে ভৰি চুই সেৱা কৰে তাক। ...

তৌফিক গুণ্ডা ক'ত এতিয়া? গুৱাহাটীৰে ক'ৰবাৰ কবৰখানাৰ মাটিৰ তলত নিশ্চল হৈ পৰি আছে তাৰ কংকাল। তাৰ পৌৰুষ, তাৰ অস্ফালন, সঁচা-মিছা শত্ৰুৰ বিৰুদ্ধে মেঘৰ গাঁজনিৰ দৰে তাৰ গৰ্জন— কাৰো মনত নাই এতিয়া। মোৰ কিন্তু ভাব হয়, কথাবোৰ মানুহক মই সোঁৱৰাই দিব লাগিব। ক'ব লাগিব এজন মানুহ, এটা জীৱনৰ সেই দৃপ্ত আৰু অসহায়, অৰ্থহীন শৌৰ্যৰ কথা।...

মাৰ-পিট, হিংস্ৰতা, এইবোৰ চহৰখনৰ মানুহে স্কুল-কলেজৰ ছাত্ৰ আৰু

ৰাস্তাৰ গুণ্ডালৈ সংৰক্ষিত কৰি থৈছিল। চৰিত্ৰহীন মদাহীৰ বাহিৰে কোনেও চিঞৰি-চিঞৰি বাটত কাৰো লগত কাজিয়া নকৰে। মাৰ-পিটৰ কথাই নাই। অফিচ, বজাৰ আৰু ভাত-দাইল-মাছৰ অন্তহীন ঘানিত ঘূৰি থকা ক্ষীণ অথবা শকত মানুহবোৰৰ চকু-মুখত তৌফিক গুণ্ডাৰ দৰে সেই নিৰ্ভীক সাহস আৰু যুঁজাৰু মনোভাৱৰ কোনো চিন চাব নাছিল। নিৰ্বিৰোধ শান্তিপ্ৰিয় জীৱন। শত্ৰুতা, বিদ্বেষ আছিল বেলেগ ৰূপত। অমুক কেৰাণীয়ে ভেটি খাওঁতে হাতে-লোটে ধৰি বৰচাহাবে "ছাছ্পেন" কৰিলে। বচ্, সেইদিনাৰে পৰা তেওঁৰ লগত হোকাপানী নিষেধ নহ'লেও তেওঁক মাত-বোল কৰাত সকলোৰে কণ্ঠত শুনা গ'ল এক উচ্চ মাত্ৰাৰ শীতলতা, তেওঁ কাষেদি পাৰ হৈ যোৱাৰ পিছত তেওঁৰ নিজৰ চতুৰালি আৰু জীয়েকৰ চৰিত্ৰ সম্পৰ্কে ফিচ্‌ফিচ্ আলোচনা চলা হ'ল। তমুক চৌধুৰীয়ে নগা পাহাৰত কাঠৰ কাৰবাৰ কৰি এখন মটৰগাড়ী ল'লে। মটৰ গাড়ীত বহি কাৰো পিনে নোচোৱাকৈ গৰ্বিত ভংগীত চৌধুৰী কেনেকৈ যায়, পাঠকৰ সৰু ল'ৰাটোৰ টান নৰিয়াৰ সময়ত ল'ৰাটো ডাক্তৰৰ ওচৰলৈ নিবলৈ যে তেওঁৰ গাড়ীখন নিদিলে, তাকে লৈ পুৱা-গধূলি পুৰুষ-মহিলা উভয় সমাজতে ক্ৰুদ্ধ আলোচনা। এদিন চুবুৰীৰে কোনোবা ল'ৰাই শিলগুটি মাৰি হেড্‌লাইট এটা ভাঙিলে। ৰাইজৰ মত, ঠিক কৰিছে। এনেবোৰ ঘটনাৰ মাজেদি ঢাকোন দিয়া চৰু বা ছছ্পেনৰ কাণেদি ভক্‌ভক্‌কৈ ওলোৱা ভাপৰ দৰে ওলাই আছিল হিংসা— বিদ্বেষৰ গৰম ভাপ। কিন্তু সমাজখনৰ ভিতৰত সি সচৰাচৰ হিংস্ৰ শাৰীৰিক আক্ৰমণ বা জিঘাংসাৰ ৰূপ নলৈছিল। হয়তো সমাজখনক এটা বৃহৎ পৰিয়াল বুলি ভবাৰ বাবেই সচৰাচৰ হিংসাৰ ফিৰিঙতিয়ে অগ্নিকাণ্ড ঘটাব পৰা নাছিল।

কিন্তু একে চহৰতে আন সমাজো আছিল। বঙালী বিলাকৰ এখন সুকীয়া সমাজ, দেছুৱালীবিলাকৰ আন এখন। বিভিন্ন সমাজৰ লোকৰ মাজত কথাবতৰা বা আন যোগাযোগ আছিল, কিন্তু সেৰেঙাকৈ। কেইঘৰমান বঙালী বা দেছুৱালীহে চহৰবাসী সাধাৰণ অসমীয়াৰ বিশ্বাস আৰু আস্থাৰ পাত্ৰ আছিল। বাকীসকল গছ, পাহাৰ বা নদীখনৰ দৰে ওচৰত আছিল আৰু, গছৰ লগত কোনে কথা পাতে?

মাজে-সময়ে ডেকা বা বয়সীয়াৰ মুখত শুনিছিলোঁ বঙালীৰ বিচিত্ৰ বদমাছিৰ কথা। কেনেকৈ বিজনে'ছত পাৰ্ট্‌নাৰ হৈ বিচম্ভৰ ছেনে (বিশ্বম্ভৰ সেনে?) চুবুৰিৰ বৰুৱাক সৰ্বস্বান্ত কৰিলে, কেনেকৈ বঙালী মানুহৰ ছোৱালী বিয়া কৰাই গুণ বৰাৰ ইমান ভাল ল'ৰাটোৱে নিজৰ বুঢ়া মাক-বাপেকক এৰি পুৰাপুৰি বঙালী হৈ গ'ল, ইত্যাদি সাধুকথা বা পুৰাণৰ দৰে পৰম্পৰাক্ৰমে চলি অহা কাহিনী। ৰে'লত যে বঙালীয়ে অসমীয়াক চাকৰি ল'বলৈ নিদিয়ে, অফিচৰ বঙালী সহকৰ্মীয়ে যে

অসমীয়াক সদায় পিছ পিনৰ পৰা ছুৰি মাৰে (সকতে মই বুজা নাছিলোঁ, আগপিনৰ পৰা ছুৰি মাৰাৰ পদ্ধতি বঙালীৰ নাছিল কিয়), আনকি বঙালীয়ে নিজেই জানো নিজৰ কথা নকয়? পদ্যৰূপী খবৰটো আনিছিল মোৰ তেতিয়াৰ সংগী দদৌৱে)

ঃ বঙাল মনুষ্য নয়
উবে এক জন্তু
লম্ফ দিয়া গাছে উঠে
লেজ নাই কিন্তু।

বঙালী মানুহে উৰি-উৰি গছত জঁপিয়াই বহে, তেনে এখন ছবি মোৰ মনত সৰুতে ভূত-প্ৰেতৰ অলৌকিক কাহিনীৰ দৰে জিলিকি আছিল। কিন্তু অসুখ-বিসুখ হ'লে বঙালী মাণিক ডাক্তৰৰ ওচৰলৈকে বেছিভাগ মানুহে লৰ্ ধৰিছিল। বঙালী দে' প্ৰফে'ছৰ বা দত্ত আৰু চক্ৰবৰ্তী ছাৰক সকলোৱে দেৱতাৰ দৰে ভক্তি কৰিছিল। তেওঁলোকেও ৰাতি উৰি-উৰি গছত জঁপিয়াই ফুৰে নেকি বুলি ককাইদেউক সোধোতে 'বুৰ্বক' বুলি ধমক্ দিছিল।

তেতিয়া বোধহয় ১৯৫০ বা ১৯৫১ চন। হঠাতে চুবুৰিৰ ঘৰে-ঘৰে, স্কুলত, খেলপথাৰত বঙালীয়ে অসম আৰু অসমীয়াৰ বিৰুদ্ধে কৰা ভয়ংকৰ ষড়যন্ত্ৰৰ ৰোমহৰ্ষক খুটি-নাটি শুনা যাবলৈ ধৰিলে। আজি উভতি চাই ধৰিব নোৱাৰো ক'ৰ পৰা কেনেকৈ সেইবোৰ গুজব বিয়পি পৰিছিল। হয়তো বাতৰি কাকতৰ ভূমিকা আছিল। হয়তো তাৰ উপৰিও কিছুমান মানুহে পৰিকল্পিত প্ৰচাৰ অভিযান চলাইছিল। কিন্তু ইও ধ্ৰুৱপ যে নিৰীহ আৰু সৰল চহৰবাসীৰ মনৰ অন্ধকাৰ জগতৰ ভূত-প্ৰেতবোৰে এই সুযোগতে মুকলি হৈ তেওঁলোকৰ ৰক্ত চলাচলৰ বেগ বঢ়াই তুলিছিল। গোপন আশ্ৰয় এৰি ওলাই আহিছিল হিংসাৰ শ্বাপদ, আৰু তেওঁলোকে নজনাকৈয়ে মেলিছিল শাণিত দাঁত আৰু নখবোৰ।

এদিন শুনিলোঁ, বঙালীয়ে "অ' মোৰ আপোনাৰ দেশ" গানটো বন্ধ কৰিব খুজিছে। আন এদিন শুনিলোঁ বঙালীয়ে অসমীয়াক ৰে'লত উঠিবলৈ নিদিব। আমি সৰুবোৰৰ মনত বঙালী আৰু সোপাধৰা একাকাৰ হৈ পৰিল। আমাৰ ঘৰৰ পিছপিনে ৰে'ল-আলিৰ দুকাষে শাৰী শাৰী কোৱাৰ্টাৰসহ এটা ৰে'ল কলনি আছিল। বেছিভাগ বঙালী মানুহ। তাৰে দুটামান ল'ৰাৰ লগত মোৰ চিনাকি হৈছিল। সিহঁতৰ পৰা ৰংচঙীয়া বঙালী কিতাপ ধাৰলৈ আনি পঢ়িছিলোঁ মই। বাইদেউহঁতে সিহঁতৰ বায়েকবোৰৰ লগত চিলাই, উলৰ কাম আদিৰ কৌশল সলনা-সলনি কৰিব ধৰিছিল। পৰিস্থিতিৰ সলনি হোৱাত আমাৰ অহা-যোৱা একদম বন্ধ হ'ল। সিহঁতে মোক দৈবাৎ দেখা পালে পৰম অবজ্ঞা আৰু উপলুঙাৰ ভাবেৰে চায় আৰু

মই সিহঁতক দেখিলে অতি বিব্ৰত অনুভৱ কৰা হলোঁ।

আমাৰ ঘৰত তেতিয়া কোচবিহাৰৰ পিনৰ ল'ৰা এটাই আশ্ৰয় লৈছিল। দেউতাই ষ্টেছনত তাক অনাই-বনাই ফুৰা দেখি আমাৰ ঘৰলৈ লৈ আনিছিল। সি একমনে খুব কাম কৰে, আই আৰু দেউতাক দেৱতাৰ দৰে ভক্তি কৰে, কথা খুব কম কয়। কেতিয়াবা মুখ মেলিলেও খালুং যালুং কৈ কি কয় আমি বুজিয়েই নাপাওঁ। কিন্তু মানুহটো যে একেবাৰে চিধা আৰু জেদী আছিল সেই বিষয়ে কাৰো সন্দেহ নাছিল।

এদিন আবেলি হঠাতে আমাৰ ঘৰৰ পিছপিনৰ ৰে'ল কলনিত হৈ-হৈ-ৰৈ-ৰৈ আবাজ শুনিবলৈ পালোঁ। বহুতো মানুহৰ লৰা-ঢপৰা চিঞৰ-বাখৰ, অলপ যেন ৰঙা ৰঙা জুই আৰু ক'লা ধোঁৱাৰ চিন আবেলিৰ আকাশত ফুটি উঠিল। দেউতা ঘৰত নাই; দুৱাৰ-খিৰিকি বন্ধ কৰি আমি আটায়ে ঘৰত সোমাই নিতাল মাৰিলোঁ। হঠাতে মন কৰিলোঁ ঘৰত নন্দ নাই, কিন্তু তাক বিচাৰি যোৱাৰ সাহ কাৰো নাছিল।

বহুপৰ হুলস্থূল চলাৰ পিছত অৱশেষত ৰাতি নটামান বজাত হুলস্থূল শান্ত হ'ল। পুলিচৰ হুইছে'ল আৰু ট্ৰাকৰ মাত শুনা গ'ল। অলপ পিছত কিছুমান ডেকা ল'ৰাই চাংদোলাকৈ আনি নন্দক ঘৰৰ বাৰান্দাত শুৱাই দিলে। তাৰ কপালত তেজলগা বেণ্ডেজ আৰু গাৰ ছাৰ্ট ছিৰলা-ছিৰলি। এইবাৰ আমি হায়ৌ-বিয়ৌ লগালোঁ। দেউতা ইতিমধ্যে আহি পাইছিল। তেওঁৰ মুখত সচৰাচৰ দেখা তিক্ত কঠোৰতাৰ ঠাইত বিৰিঙি উঠিছিল এক শান্ত কৰুণাৰ ভাব। তেওঁ আমাক চিঞৰ-বাখৰ কৰিবলৈ মানা কৰি তাক ধৰাধৰিকৈ নি ভিতৰত বিছনাত শুৱাই দিলে। শুনিলোঁ, নন্দ বঙালী গুণ্ডাৰ লগত যুঁজিবলৈ গৈ জখম হৈ আহিছে।

পিছদিনাৰে পৰা আমাৰ ঘৰলৈ ওচৰ-পাজৰৰ চুবুৰীয়াৰ উপৰিও দূৰদূৰণিৰ মানুহৰ লানি নিছিগা সোঁত। হাতে-হাতে কল-কমলা-কুঁহিয়াৰ বা বৰিজন বাৰ্লিৰ টেমা একোটা। অসমীয়াৰ মান ৰক্ষাৰ যুদ্ধত আহত হোৱা নন্দৰ প্ৰতি আদৰ-সসম্মান যাচিবলৈ আহিছে প্ৰত্যেকেই। নন্দৰ বিছনাৰ ওচৰ ফল-মূলেৰে উপচি পৰিল। দৰ্শকৰ সমালোচনাৰ পৰা পৰিয়ালৰ মান ৰক্ষা কৰিবলৈ আয়ে নন্দৰ মলিয়ন বিছনা চাদৰখনৰ ঠাইত চাফ-চিকুন বিছনা চাদৰ আৰু গাৰুৱাৰ দিবলগীয়া হ'ল। দৰ্শকসকলৰ প্ৰশংসাৰ সমুখত জাতীয় যুদ্ধৰ বীৰ নায়ক নন্দ হয় নীৰৱ নহয় হাঁ-হাঁ কৈ সংক্ষিপ্ত সমিধানতে ক্ষান্ত হয়। দৰ্শক তাতেই তুষ্ট। সকলোৰে উজ্জ্বল চকুত জাতীয় বীৰ নন্দৰ প্ৰতি অনুৰাগমিশ্ৰিত ভক্তিৰ ভাব। যি নন্দ ঘৰত আছে নে নাই গম নাপাইছিলোঁ। সিয়েই মনোযোগৰ মধ্যমণি আজি।

পৰিস্থিতিত কিন্তু বিষম বিৰক্ত হৈছিল স্বয়ং নন্দ। কোনোকালেই বেছি

কথা-বতৰা নোকোৱা আৰু অকলে থাকি ভাল পোৱা নন্দ দৰ্শকৰ ভীৰৰ মাজত অতিষ্ঠ হৈ উঠিছিল। আইক কৈছিল "মানছিবোৰ" অহা বন্ধ কৰিবলৈ। কিন্তু জাতীয় বীৰৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শনৰ আগ্ৰহ আয়ে বন্ধ কৰে কেনেকৈ? ফলত নন্দৰ মুখখন দিনক দিনে গোমোঠা হৈ পৰিছিল। মানুহবোৰে মাতত মৌ সানি যেতিয়া কয়, "বাৰু সিহঁতে তোমাক মাটিত বগৰাই মাৰিছিল, নহয়?" তেতিয়া নন্দই গৰ্‌গৰাই উত্তৰ দিয়ে নাক সিঙৰাইঃ "হুঁ। মক বাগ্‌ৰাবো? মই বাগ্‌ৰাই বাগ্‌ৰাই মাৰিছুং ওৰাক।" দৰ্শকৰ মুখ তেতিয়া বিমল আনন্দত উজ্জ্বল হৈ উঠে। কিন্তু বেছিকৈ এনেধৰণৰ প্ৰশ্ন কৰিলে নন্দৰ উত্তৰবোৰ চুটি হৈ আহে, সি শেষত মুখেৰে নমতাই হয়। জাতীয় বীৰৰ প্ৰতি সম্মানত তেতিয়া নিজৰ ভিতৰতে আলোচনাত মছগুল হয় দৰ্শকবৃন্দ। সকলোৱে কয় কোচবিহাৰৰ মানুহ আচলতে অসমীয়াই, বঙালীয়েহে বদমাছি কৰি সিহঁতক আঁতৰাই নিলে।

এদিন আমাৰ ঘৰত সদলবলে আবিৰ্ভাৱ হ'ল যদু উকিলৰ। যদু উকিলক কাছাৰীত বেছি দেখা নাযায়। মন্ত্ৰী আদিৰ লগতহে তেওঁৰ কাৰবাৰ বেছি। কিন্তু তেওঁৰ অৱস্থা বাকীবোৰ মানুহতকৈ ভালেখিনি ওপৰত। তেওঁ তেতিয়া আমাৰ সাধাৰণ মধ্যবিত্ত ঘৰৰ বাৰান্দাত পদাৰ্পণ কৰিলে, চেহেৰা আৰু সাজ-পোছাকৰ জল্‌মলনিত আজি হোমেন বৰগোহাঞিৰ 'সাপ' কবিতাৰ সাপটোৰ কথাহে মোৰ মনলৈ আহে।

তেজগোৰা থুলন্তৰ শৰীৰত দাড়ি-গোঁফহীন পূৰ্ণচন্দ্ৰৰ দৰে মুখ। চকুত সোণৰ ফ্ৰে'মৰ চশ্‌মা। তালুত বেছি চুলি নাই, যিকিডাল আছে অতি যত্নে ব্ৰাছ কৰা। ধক্‌ধকীয়া বগা-ধুতি-পাঞ্জাবিত কড়া ইস্ত্ৰি। ছে'ণ্টৰ মন মিঠা কৰা সুগন্ধ। যদু উকিলৰ মাতটো তিৰুতা মানুহৰ দৰে, তাকে আকৌ নাকীসুৰে উচ্চাৰণ কৰে। আমাৰ ঘৰত সোমায়েই কাকো সম্বোধন নকৰাকৈ ব্যস্তভাৱে সুধিলেঃ "ক'ত আছে?" আমি আথে-বেথে নন্দ শুই থকা কোঠালৈ লৈ গ'লোঁ তেওঁক। চকী এখন দিয়াত কাপোৰত ধূলি লাগিব পাৰে বুলি তেওঁ নবহিল। নাকত ৰুমাল এখন আলফুলকৈ ধৰি তেওঁ নন্দক ক'লেঃ "মই তোমাৰ কথা মিনিষ্টাৰক কৈছোঁ। তেওঁ তোমাৰ বৰ শলাগ লৈছে। জানাইতো, নিজে আহিব নোৱাৰে— মোকেই পঠাইছে।"

যদু উকিলৰ লগত জোকৰ দৰে লাগি থকা মানুহকিজনে ক'লেঃ "হয়, হয়। মিনিষ্টাৰ ছাৰে তোমাৰ কাৰণে কিবা এটা কৰিবই। আৰু আমাৰ ছাৰে লাগিলে নোহোৱাকৈ নাথাকে।"

আঁৰৰ দৰে তেওঁলোকৰ পিনে চালে নন্দই। মিনিষ্টাৰ কি বস্তু, সি নাজানে। অস্বস্তিকৰ নীৰৱতা ভংগ কৰি উৎসাহ দিয়াৰ সুৰত যদু উকিলে ক'লেঃ "অঁ,

কোবাচোন এতিয়া, কি হৈছিল।" যদু উকিলৰ সাংগোপাংগ মখাই কলবৱ কৰিলেঃ

"কোবা, কৈ দিয়া, কৈ দিয়া।"

নন্দৰ চকু-মুখত কিছু উত্তেজনাৰ ভাব ফুটি উঠিল। বোধহয় ঘটনাৰ কথা মনত পৰিল। সি ক'লেঃ "বেড়াবা গেছলুং মুই। ওবাই দেখো দত্ত বাবুৰ ছাবাটোক টানি আনিছি। মুই মানা কৰিলুং। হেই, কি কৰ? নুশুনিল। ছাবাটোক চুলিত ধৰি বাগ্‌ৰাই লাঠি মাৰিল ধুপ্ ধাপ্। মোৰ মাথাত আগুন জ্বলি গেল। মুই এটা বাঁশ তুলি মাৰিলুং ওবাক। পেছনদিকিৰ পৰা মোৰ মাথাত বাঁশ পৰিল। মাটিত পৰি গেলুং। আৰ মনে নাই...."

দত্ত বাবুৰ ছোৱালী দুজনী বাইদেউহঁতৰ লগৰীয়া। বেচেৰা নন্দই সেয়ে সিহঁতৰ ঘৰখনক আমাৰ চুবুৰীয়া আৰু বন্ধু বুলি জানে। জাতীয় ভাবৰ লগত তাৰ পৰিচয় নাছিল। "দত্তবাবু" শব্দটো শুনি ভ্ৰু কোঁচ খালে যদু উকিলৰ। সন্তৰ্পণে আমাৰ পিনে চাই ক'লেঃ "দত্তবাবু কোন?" ককাইদেৱে ইংগিতেৰে জনালে আমাৰ পিছপিনে থকা ৰে'ল কলনিৰ বাসিন্দা। যদু উকিলৰ মুখ কেঁহৰাজৰটাৰ দৰে হ'ল। তেওঁ কথা বহলাব নুখুজিলে আৰু। লৰা-সৰিকৈ উঠি বক্তৃতাৰ ভংগীত ক'লেঃ "তুমি অসমীয়াৰ মান বচাইছা। চাবা, বঙালীখনক বিশ্বাস নকৰিবা। ইহঁতেই অসমখন শেষ কৰিব। তুমি বঙালীক যে এশিকনি দিছা মই সন্তোষ পাইছোঁ" এই বুলি উপস্থিত সকলোৰে পিনে অৰ্থপূৰ্ণ চাৱনিৰে চালে। সাংগোপাংগবোৰে ক'লে, "ঠিক, ঠিক। বঙালী বেটাহঁতক এনেকৈয়ে ঠাণ্ডা কৰিব লাগে।" তাৰ পিছত যদু উকিল ব্যস্তভাৱে দপ্‌দপাই ওলাই গ'ল। ককাইদেৱে চেঁপা মাতেৰে নন্দক ক'লে ঃ "বুৰ্বক!"

আকৌ অবুজৰ দৰে চাই ৰ'ল নন্দই। ❑

# আপোন-পৰ

কোলাহলমুখৰ মহানগৰীৰ ৰাজআলিত কেতিয়াবা যান-বাহনৰ সংখ্যাতীত আহ-যাহৰ মাজত আপুনি হঠাতে নীৰৱ মুহূৰ্ত এটা অনুভৱ কৰা নাইনে ? তেনেকৈ জীৱনৰ বিশৃংখল ব্যস্ততাৰ মাজতো মোৰ মনলৈ কেতিয়াবা ভাব আহে যে বিশ্বসংসাৰখনেই মোৰ বাবে কিবা আচহুৱা কাণ্ড। যেন এক পলক চকু মুদি আকৌ মেলিলে দেখিম— চিনাকী যেন লাগি থকা পৃথিবীখনৰ আৰু একো বাকী নাই। যেন এখন নাটক হৈ গ'ল, আৰু পৰিত্যক্ত মঞ্চত মই অকলে। অ'ত ত'ত পৰি আছে অভিনেতাৰ পোছাক, অভিনয়ত ব্যৱহাৰ হোৱা চকী-টেবুল, ৰঙৰ টেমা, পৰ্দ্দা, কাকত-কলম, তুলি-গাৰু লাখুটি বন্দুক। দূৰৰ পৰা যেন দেখিছোঁ উদাস মনে তলমূৰকৈ সেইবোৰ মই চাই ফুৰিছোঁ। ক'ত গ'ল সেই অভিনেতা সকল, যাৰ হাঁহি-কান্দোন, জয়ৰ উল্লাস আৰু হতাশৰ বেদনা, ভয়ানক আৰু হাস্যকৰ সংগ্ৰাম, ৰঙীণ আৰু কৰুণ সপোনে উদ্বাউল কৰি ৰাখিছিল মোৰ দৰ্শকৰ চিত্ত ?

সেইসকল গ'লগৈ। আৰু ময়ো কোনোবা আত্মীয়-দৰ্শক বা পাঠকৰ চকুত তেনে এজন অভিনেতা আজি। শেষলৈকে মোৰ ভাও দি যাবই লাগিব, তাৰ উৎকণ্ঠা, বেদনা, আশা, আকাংক্ষা আৰু বঞ্চনাত আপোন পাহৰা হ'বই লাগিব। মোৰ আদৰ-চেনেহৰ পাত্ৰ আত্মীয় দৰ্শকৰ বাবে। মোৰ দৰে বিচিত্ৰ জীৱন-নাটৰ পূৰ্ণ আখৰাত তেওঁলোকে বিচলিত আৰু শিহৰিত হ'ব। সেই নাটখনৰ কিছুমান দৃশ্য লিপিবদ্ধ কৰাৰ, স্মৰণ কৰাৰ, সৌভাগ্য মোৰ হৈছে। কিন্তু সেইবাবেই উদ্বেগ আৰু যন্ত্ৰণাৰ পৰা মুক্ত হ'ব পৰা নাই মই। কিন্তু এই কথা ভাবি দুখ-যাতনাৰ মাজতো শান্তি পাইছোঁ যে আন এচামেও এদিন মোৰ স্মৃতিকথাৰ মাজত বিচাৰি পাব অন্তহীন নাটকখনৰ চিনাকী-অচিনাকী দৃশ্য কিছুমান।

ধক্‌ধক্‌কৈ বগা মোৰ আইৰ মাক, বিধৱাৰ গহীন বগা সাজ পিন্ধা— আমি যাক বুঢ়ী আইতা বুলি মাতিছিলোঁ। ঘূৰণীয়া মুখখনত পকা ঠেকেৰাৰ দৰে গাল দুখন। মোৰ মনত পৰে চুলিত শুকুলা ৰং ধৰিছিল। তেতিয়া, কিন্তু উলুবনৰ দৰে

ৰূপালী বগা হৈ পৰা নাছিল। উজান বজাৰৰ ৰাজবাৰীত শেষজন আহোম ৰাজকোঁৱৰৰ ঘৰৰ নীতি-নিয়মৰ মাজত কিবা আত্মীয়তাসূত্রে ডাঙৰ হোৱা বুঢ়ী আইতা। যি আমাক ৰজাঘৰৰ গোৱালপৰীয়া জোবাই নগেন্দ্রনাৰায়ণ চৌধুৰীৰ গল্প ক'ব পাৰিছিল— তেওঁক আটায়ে 'জমিদাৰ' বুলি মাতিছিল— যিজন আছিলে তেওঁৰ উদ্দাম জীৱনী শক্তিৰ আগত গহীন ৰজাঘৰীয়া নীতি-নিয়মবোৰ কুণ্ঠিত হৈছিল, যিজন প্রকাণ্ড কৃষ্ণবর্ণ দেহা পাটিত পেলাই হাৰ্মোনিয়াম বজাইছিল অবিশ্বাস্যভাবে ক্ষীপ্র আঙুলি বোলাই, যিজনে পঢ়া-শুনাত অমনোযোগী প্রবীণ ফুকনক ফুটবল খেলিবলৈ উৎসাহ দিছিল। যি বুঢ়ী আইতাই কাশীৰাম দাসৰ 'মহাভাৰত' বহুতো শাৰী মুখস্থ মাতিব পাৰিছিল। যাৰ দুৰ্দ্দান্ত চিকাৰী স্বামীয়ে খাজিমৰা বন্দুকেৰেই প্রকাণ্ড প্রকাণ্ড শৰপহু, অজগৰ আনকি বাঘ মাৰিছিল, চাটুকাৰৰ উচটনিত যিজনে বিষ্ণু মেধিৰ লগত ব্রিটিছ আমোলাক নির্বাচনযুদ্ধ খেলিবলৈ গৈ মুখঠেকেচা খোৱাৰ উপৰিও যৎকিঞ্চিৎ সম্পত্তিৰ ভালেখিনি হেৰুৱাইছিল, শুকাই খীনাই জেংখৰিডালৰ দৰে হৈ অচিনৰোগত মৃত্যুবৰণ কৰাৰ সময়ত যাৰ ঘৰৰ মহিলাসকলেই ফুচুফুচই কৈছিল, তেওঁৰ গুলিত সংগী মতা হৰিণা হেৰুৱাই হিয়া বিদাৰি কন্দা কোনোবা হৰিণীৰ শাও লাগিল।

তেতিয়াই বুঢ়ী আইতা আমাৰ বাবে সাধুকথাৰ মানুহ আছিল। স্বাভাবিক। কাৰণ গাঁৱৰ মাজেৰে এজাক জন্তুৰ দৰে হুক্-হুক্-হুক্‌কৈ চিঞৰি মানসেনাই বিশ্বাশবদে চেকুৰি যোৱাৰ সময়ত গাঁৱৰ ল'ৰা-বুঢ়া, জীয়ৰী-বোৱাৰীয়ে প্রাণৰ আত্রানিত ধপলিয়াই পাহাৰত উঠিছিলগৈ, আৰু ডাঠ হাবিৰ পৰা জুইৰ ধোঁৱা কুণ্ডলি পকাই ওপৰলৈ উঠা, আৰু তেনে জীয়ৰী-বোৱাৰীৰ মুখৰ পৰা ঘটনাৰ চাক্ষুস বিৱৰণ শুনিছিল বুঢ়ী আইতাই।

স্কুললৈ যোৱা নাছিল বুঢ়ী আইতা। পৃথিবীৰ বহুত খবৰেই পোৱা নাছিল। তেওঁ নালাগে, মোৰ আয়েও পোৱা নাছিল। মোৰ মনত পৰে তাহানি উজান বজাৰত আমাৰ এজন চুবুৰীয়াৰ ঘৰত এগৰাকী লখিমপুৰীয়া বোৱাৰীয়ে আমাৰ মুখত ধনশিৰী নৈৰ নাম শুনি আমাক প্রবল প্রত্যয়েৰে শুধৰাই দিছিল, "ধনশিৰী নামে নৈ নাই নহয়। সোৱণশিৰীহে হ'ব।" আৰু মোৰ আয়ে মই এম ই স্কুলত পঢ়ি থকা সময়ত তেওঁৰ পণ্ডিত পুত্রৰ পৰা তেওঁ কাহানিও ভেদ কৰিব নোৱাৰা এটা সাঁথৰৰ সমাধান বিচাৰিছিলঃ 'বাৰু কচোন, ভাৰতবৰ্ষন কোন ফালে? আৰু অসম ? গুৱাহাটী ডাঙৰ নে অসম ডাঙৰ ?' মোৰ উত্তৰ শুনি অবিশ্বাসেৰে মোলৈ চাইছিল তেওঁ। তেওঁৰ মাকেও এইবোৰ আধুনিক কিতাবী বিদ্যাৰ ধাৰ নাধাৰিছিল। কিন্তু দুৰ্দ্দান্ত মানুহে তলমূৰকৈ থিয়ৈ পিটনিত পুতি থোৱা এজন

পুতেকৰ মৰা-শটো যেতিয়া দুখী চুবুৰিয়াই আনি চোতালত শুৱাই থৈছিল, তেতিয়া চকুলো টোকা নাছিল তেওঁ। ভগা মাতেৰে কৈছিল, "মই তাক কৈছিলোঁ তাৰ চতুৰালিয়েই তাৰ কাল হ'ব এদিন।" কথা বতৰাত সংযম আৰু সম্ভ্ৰম আছিল তেওঁৰ স্বভাৱগত। উচ্চগ্ৰামত কেতিয়াও, কোনো পৰিস্থিতিতে, কথা নকৈছিল। আটাইতকৈ ডাঙৰ কথা, তেওঁ চহৰৰ অপেক্ষাকৃত সংস্কৃত পৰিবেশ এটাৰ পৰা গৈ আওহতীয়া গাঁৱৰ অতি কঠোৰ সংকীৰ্ণ সামন্তবাদী পৰিয়ালৰ বোৱাৰী হ'ব লগা হৈছিল, আৰু নতুন পৰিবেশৰ সাংস্কৃতিক নিঃস্বতা নীৰৱে মানি লৈছিল।

ককাদেউতাক (আহোমৰ ঘৰুৱা ভাষাত 'পুঠা দেউতা") আছিল চাপৰ কিন্তু প্ৰচণ্ড ব্যক্তিত্বশালী। গাৰ ৰং বগা বাবে গাঁৱৰ মানুহে 'বগা বাপি' বুলি মাতিছিল। ওচৰৰকেইবাখনো গাঁৱৰ মানুহে তেওঁৰ কথাত উঠা বহা কৰিছিল। কোনো ধন বা ক্ষমতাৰ বাবে নহয়, কাৰণ চকুত লগা সম্পত্তি বিশেষ নাছিল। বংশগৌৰৱৰ বাবে ! কোন কাহানিবা তেওঁলোকৰ খাত-পামত খেতি কৰা কোঁচ বা মুছলমান মানুহ আছিল ওচৰৰ কেইখনমান গাঁৱৰ মানুহ। ব্ৰিটিছে সেইবিলাক গঞাৰ বন্দীদশা দূৰ কৰিলেও তেওঁলোকৰ দাৰিদ্ৰ্যই তেতিয়াই মোৰ মনত বিস্ময় সৃষ্টি কৰিছিল। কাঠৰ বিছনা নাছিল তেওঁলোকৰ ঘৰত। চেনি আছিল দুৰ্লভ বিলাসিতা। আজি তেওঁলোকৰ ঘৰত কেইবাঘৰৰো অৱস্থা মোমাইদেউহঁতকৈ বহু ভাল। এসময়ত কথাই-কথাই 'খাতল' (খাতোৱাল) বুলি অৱহেলা কৰা মানুহৰ ঘৰলৈ তেওঁলোকৰ ছোৱালী বিয়া দি তেওঁলোকে আজি সন্তুষ্টি বোধ কৰে। আমাৰ সমাজৰ প্ৰগতি একেবাৰে হোৱা নাই বুলি কোনে ক'ব?

কিন্তু মই যি সময়ৰ কথা কৈছোঁ সেই সময়ত ককাদেউতা (পুঠা দেউতা) নাথাকিলেও তেওঁৰ দুৰ্দ্দান্ত পৰাক্ৰম আৰু আত্মগৌৰৱৰ প্ৰভাৱ তেওঁৰ সন্তান সকলৰ পৰিয়ালে তেতিয়াও ওচৰ-চুবুৰীয়া গঞাৰ মান-সম্ভ্ৰমৰ মাজেৰে উপভোগ কৰি আছিল। কিন্তু তাৰ কাৰণ পুঠা দেউতাই (ককাদেউতাই) ৰাখি যোৱা ধন-সম্পত্তি নহয়। মোৰ সন্দেহ যে বিষয়-বাব হেৰুৱা আন বহু সম্ভ্ৰান্ত আহোমৰ দৰে পুঠা দেউতায়ো ধন সম্পত্তি কৰাৰ গুৰুত্ব উপলব্ধি কৰা নাছিল। তেওঁ বৰভাগ পৰগনাৰ মৌজাদাৰ আছিল। কিন্তু এবাৰ খাজনা দিয়াত বেলি হোৱাত কথা শুনিব লগা হ'লত তৎমুহূৰ্তেই মৌজা ইস্তাফা দি 'জলাহ' নামৰ গাঁৱত সোমাই আছিল।

আহোম সকলে মাকৰ ককায়েক বিলাকক 'নিছাদেউ' আৰু ভায়েকবিলাকক 'মোমাইদেউ' সম্বোধন কৰে। আমাৰ ডাঙৰ নিছাদেউ কাছাৰিত কিবা চাকৰি কৰি গুৱাহাটীৰ চেনিকুঠিৰ বাসিন্দা হৈছিল। মাজুনিছাদেউ, কণ নিছাদেউ আৰু পিতি

মোমাইদেউৱে উত্তৰ গুৱাহাটীৰ জলাহত খেতিবাতি চলাই আছিল। তেওঁলোকে নিজেও পথাৰত নামিছিল, আৰু হালোৱাও ৰাখিছিল। তেতিয়া গুৱাহাটীৰ পৰা বাছ চলা নাছিল। ষ্টেট ট্ৰেন্সপৰ্ট, পাব্লিক বাছ একো নাই। গৰমৰ বন্ধত বা বৰদিনৰ বন্ধত ওখোৰা মোখোৰা নিৰ্জন বাটেৰে কেতিয়াবা ডাঙৰ ডাঙৰ গছৰ ছাঁৰে, কেতিয়াবা শুকুলা উলুবনিৰ মাজেৰে খোজ কাঢ়ি আমি উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ ঘাটৰ পৰা জলাহ পাওঁ মানে বেলি লহিয়ায়। ঘৰৰে কোনো এজনে গুৱাহাটীয়াল ভাগিনৰ তৃপ্তিৰ বাবে জাল এখন উলিয়াই লৈ গৈ ওচৰৰে খাল এটাত মাৰি পঠিয়ায় আৰু লগে লগে এখালৈ ৰূপোৱালী জপিয়াই থকা সৰু-ডাঙৰ মাছ লাগি ধৰে। এতিয়া সেই গাঁৱতে মানুহে অন্ধ্ৰৰ চালানি মাছ কিনি খায়। অৱশ্যে ল'কেল মাছ একেবাৰে শেষ হৈ যোৱা নাই, ভাগ্যবানজনে দুই-এটা ধৰে কেতিয়াবা।

আমাৰ মোমাইদেউ কিজনৰ প্ৰত্যেকৰ চৰিত্ৰ সুকীয়া। ডাঙৰ নিছাদেউ অতি সৎ, দায়িত্বশীল নীতিনিষ্ঠ মানুহ। স্বল্পভাষী কিন্তু মৰমিয়াল। চখ বুলিবলৈ এটাই— ক'ত কোন আহোমৰ ল'ৰাই ভালকৈ পৰীক্ষাত পাছ কৰিলে বা ভাল চাকৰি পালে, বা আন কিবা কৃতিত্ব অৰ্জন কৰিলে, বাতৰি কাকতৰ পৰা সেইবোৰ খবৰ যোগাৰ কৰা আৰু পৰম আহ্লাদেৰে সেইকথা সকলোকে কৈ ফুৰা। সেই সময়তে মোৰ মনত এটা সন্দেহে উকি মাৰিছিল যে তেখেতৰ এই নিষ্পাপ আনন্দৰ উপলক্ষ যিসকল, তেওঁলোক বোধহয় তেওঁৰ এই উৎসাহত বিশেষ কৃতজ্ঞ নহ'ব।

চুটি চাপৰ ডাঙৰ নিছাদেউ আছিল অতি ব্যক্তিত্বশালী মানুহ। সাধাৰণ চাকৰিয়াল, কিন্তু তেওঁৰ কাৰ্যালয়ৰ কোনো উপৰিৱালা বিষয়াই তেওঁক কোনো কথাত অসৌজন্য প্ৰদৰ্শন কৰিবলৈ সাহ নকৰিছিল। অথচ তেওঁ আছিল অতি সহজ-সৰল মানুহ। তেওঁ চেমনীয়া বয়সত দেখিবলৈ ধুনীয়া আছিল বাবে গাঁৱৰ বোৱাৰী বিলাকে লগ পালেই তেওঁলোকক বিয়া কৰাবলৈ ৰাজী হ'ব নেকি বুলি সুধি জোকাইছিল। তাতে পৰম কষ্ট হৈ এদিন 'নকৰাওঁ যা বুলি ধমকতো দিলেই, গোটেই দিন নোখোৱা-নোবোৱাকৈ খংমুৱা হৈ গছ এজোপাত উঠি কটালে। বোঁধহয় বোৱাৰী দুজনীমানে 'বাৰু এতিয়া নালাগে আমাক পিছত বিয়া কৰাবা' বুলি খটবান্ধ দিয়াতহে গছৰ পৰা নামি আহিছিল। অজাতশত্ৰু ডাঙৰ নিছাদেউৰ ধাৰণা আছিল যে নগাঁৱৰ মানুহৰ দৰে বদমাছ মানুহ আৰু নাই। নগাঁৱৰ মানুহৰ এই অপূৰ্ব সুখ্যাতিৰ পম খেদি দেখা গ'ল যে নগাঁৱত বিয়া কৰোৱা ডাঙৰ নিছাদেউক বিয়াত জোৰা-নাম গাই হাৰাশাস্তি কৰিছিল নগঞা আয়তী সকলে। তেতিয়াৰ পৰা নগাঁৱৰ মানুহ অতি দুৰ্মতি বুলি তেওঁৰ বদ্ধমূল বিশ্বাস হ'ল।

মাজু নিছাদেউ বাকী কিজনতকৈ ওখ, তেওঁৰ চকুত এটা বুজিব নোৱাৰা সুদূৰ চাৱনি। পুঠাদেউতাৰ পৰিয়ালত ল'ৰা ছোৱালীক পঢ়াশালিত দিয়া নিয়ম নাছিল। বোধহয় খাতলৰ ল'ৰাৰ লগত একেলগে বহিলে মান যাব বুলি। কিন্তু পঢ়িব নজনা বাবে এবাৰ কাছাৰিত মাজু নিছাদেউ অলপ তাচ্ছিল্যৰ সম্মুখীন হৈছিল। তেতিয়া তেওঁৰ জেদ লাগিল আৰু কাৰো সহায় নোলোৱাকৈ অকলে - অকলে টিপচাকিৰ পোহৰত পঢ়ি পঢ়ি তেওঁ লিখাপঢ়া শিকিলে যুৱা বয়স পোৱাৰ পিছত। গাঁৱৰ ভিতৰত অকল তেওঁকহে মন দি খবৰ কাগজখন পঢ়া দেখিছিলোঁ মই। তেওঁৰ ল'ৰা কেইজনেও পিছত পঢ়াশুনা সাং কৰি চাকৰিত সোমাইছিল। মাজু আপাদেউ আছিল শিক্ষিতা আৰু ৰুচি জ্ঞান থকা নগাঁৱৰ জীয়ৰী। তেওঁৰ পুতেক কেইজনৰ শিক্ষা আৰু উন্নতিৰ বাবে দূৰদৰ্শিতাৰ চিন্তা কৰিছিল। জীয়েক হীৰণ বাইদেউ আছিল ধীৰ স্বভাৱৰ, মৰমীয়াল, আচৰণত স্নিগ্ধ।

মাজু নিছাদেউ আছিল অতি মিষ্টভাষী, কিন্তু তেওঁৰ ভাই-ভনীৰ মাজত আৰু গাঁওখনতে অতি চতুৰ বুলিও তেওঁ জনাজাত আছিল। মানুহে সেইবাবে তেওঁক অলপ ভয়ো কৰিছিল।

এদিনৰ কথা মনত পৰে। ধান দোৱা, কুঁহিয়াৰ কটা, এনে সময়ত দিলদৰিয়া কণ নিছাদেউহঁতৰ ঘৰত এটা উৎসৱৰ ভাব আহি যায়। হালোৱা, বন্ধা আদিৰ উপৰিও আগতীয়া খবৰ দি বহুতো গঞা মানুহক সেই কামত লগোৱা হয়। কামৰ ভাগৰ পলুৱাবলৈ গুড় দিয়া ফিকা চাহ, অপ্ৰাবিত পিঠা-পনা, তামোল-ছালি, বিড়িৰ যোগান ধৰা হয়। ঘৰে-পথাৰে উৎসাহৰ কোলাহল।

কিন্তু মিতব্যয়ী, অকলশৰীয়া মাজু নিছাদেউৰ কুঁহিয়াৰনিৰ কুঁহিয়াৰডৰা কাটিবলৈ কোনো মানুহ লগোৱা নাই। অকলে হাতত দা খন লৈ তেওঁ কুঁহিয়াৰনিত সোমাইছে৷ লগৰীয়া মই। মাজু নিছাদেউৰ কষ্ট দেখি মোৰ মনত কৰুণ ভাব উপজিছে। কিন্তু নিছাদেউ নিৰ্বিকাৰ, তেওঁ ধীৰে-সুস্থে কুঁহিয়াৰৰ গুৰিত দাৰ ঘাপ দিছে। এনেতে বাটেদি যায় মাধৱ। 'ঐ মাধৱ, আহচোন এইপিনে।' মাধৱে সন্ত্ৰস্ত কণ্ঠৰে ক'লে, 'নাই, নাই, গঁগেদেউ ! কাম আছে মোৰ।' 'হেৰৌ আহচোন, বিড়ি এটা খাই যা। তোৰ কামৰ বাবে-গোটেই দিনটো পৰি আছে।' অগত্যা অতি অনিচ্ছাৰে মাধৱ হাজিৰ হ'ল। হাতত দা খন আছেই, কথাৰ লগে লগে নিছাদেউৰ লগতে সিও কুঁহিয়াৰ কাটিছে। অলপ পিছত যাওক গোবিন্দ আৰু নাৰায়ণ। সিহঁতৰো ঘোৰ আপত্তি অগ্ৰাহ্য কৰি বিড়ি এটাৰ লোভেৰে কুঁহিয়াৰনিত সুমোৱা হ'ল। তাৰ পিছত মাজু নিছাদেৱে তেওঁৰ পুথি পঢ়া গহীন মাতটো উলিয়াই এক

শাস্ত্ৰৰ বিষয়  উলিয়ালে। বিষয়টো হ'ল, ছোৱালীৰ বিয়াৰ বয়স। অমুক বামুনৰ ছোৱালীজনী বাৰ বছৰ পাৰ হৈ যোৱাৰ পিছতো বিয়া দি কম অধৰমৰ কাম কৰিলেনে ? ডাঙৰকৈ ভোজ দিলে কি হ'ব, পাপ খণ্ডাব কেনেকৈ? তথাপি ছয়-সাত বছৰত বিয়া দিয়াও উচিত জানো? ছোৱালীয়ে বিয়া মানে কি বুজিয়েই নাপায় তেতিয়া। শাস্ত্ৰৰ বিষয়টোৱে উপস্থিত বিষ্ণুৰ তিনি অৱতাৰৰ মাজত চাঞ্চল্য আৰু উত্তেজনা সঞ্চাৰ কৰিলে। তৰ্ক-বিতৰ্কত উত্তপ্ত হৈ পৰিল নিজান কুঁহিয়াৰনিখন। লগে লগে নিজৰ অজ্ঞাতে তিনিও ক্ষীপ্ৰ গতিত দা-চলাই কুঁহিয়াৰ কাটি গ'ল। অলপ ঢিমা ভাব আহিলে নিছাদেৱেই আৰু এটা জঁট লগাই দিয়ে। তৰ্কৰ উত্তাপ কেতিয়াবা ইমান বেছি হয় যে তিনিও কুঁহিয়াৰৰ ঠাইতে ইজনে-সিজনৰ মূৰতে ঘাপ দিব বুলি ভয় হয়। তেতিয়া মাজু নিছাদেৱেই মধ্যস্থতা কৰি শান্তি স্থাপন কৰি দিয়ে।

এনেদৰে তীব্ৰ আৰু বিচিত্ৰ তৰ্ক-বিতৰ্কৰ জটিল অগা-দেৱাৰ মাজেদি কুঁহিয়াৰ ডৰা এডালো বাকী নথকাকৈ কটা হ'ল। তৰ্কৰ মীমাংসা মোৰ স্পষ্ট মনত আছেঃ এঘাৰ বছৰেই ছোৱালীৰ বিয়াৰ উপযুক্ত বয়স। ইতিমধ্যে মধ্যাহ্ন সূৰ্য আকাশৰ মাজমানৰ পৰা তললৈ হালি আহিছে। মই লক্ষ্য কৰিলোঁ তৰ্কৰ মীমাংসা হোৱা সত্বেও বিষ্ণুৰ তিনি অৱতাৰৰ মুখত প্ৰশান্তিৰ ভাব বিৰিঙি নুঠিল। মাটিত পৰি থকা কুঁহিয়াৰ দ'মলৈ চাই তিনিওৰে মুখত বৰং হতাশাৰ ভাবহে ফুটিল। আৰু বেছি মাত-বোল নকৰি তিনিও বিদায় ল'লে। পঢ়াশুনা কৰা মানুহক গাঁৱলীয়া মানুহে কিয় ভয় কৰে, মই বুজি পালোঁ যেন।

কণ নিছাদেউ ফুৰ্তিবান মানুহ। তেওঁৰ আকালো নাই ভড়ালো নাই। কাৰো অহিত নিচিন্তে, নিজৰো হিত চিন্তা বিশেষ নকৰে। কাষৰ গাঁৱৰ মুছলমান মানুহেও তেওঁক পছন্দ কৰে। আনকি তেওঁৰ বিয়াত 'সখী' হৈ গৈছিল এজন মুছলমান বন্ধু। মাজে মাজে উঠি অহা ল'ৰা-ছোৱালীৰ বাপেক কণনিছাদেৱে চোতালতে 'ৰামপাৰ' (কুকুৰ) বধ কৰি লগৰীয়াৰ লগত ৰান্ধি বাঢ়ি সদ্বব্যৱহাৰ কৰে। (ঘোৰ হিন্দু হৈ পৰা নামনিৰ আহোমে আন হিন্দুৰ দৰেই কুকুৰাক নিষিদ্ধ খাদ্য বুলি পাকঘৰত নুসুমুৱাইছিল) শুনিছিলোঁ যে নিষিদ্ধ পানীয়ও ৰাতি চলিছিল।

কণ নিছাদেউৰ ধোঁৱা চাঙত সাঁচিপতীয়া মন্ত্ৰপুথি আছিল। বেজ আৰু ওজা হিছাপে তেখেতে কিছু খ্যাতিও অৰ্জন কৰিছিল। মুছলমান গাঁৱতো তেখেতৰ বেজালিৰ সতীৰ্থ আছিল। এবাৰ মনে মনে ধোঁৱা চাঙৰ পৰা নমাই মই মন্ত্ৰপুথিবোৰ পঢ়ি চাই মাথামুণ্ড একো বুজি নাপালো। অস্পষ্টকৈ মনত আছে যে মন্ত্ৰৰ লগতে পদ্যত লিখা কিৰাকিৰি কাহিনীও আছিল পুথিবোৰত। কান্ধত জোলোঙাখন লৈ

কণনিছাদেউ দুৰদুৰণিৰ গাঁৱলৈ গৈছিল জৰাফুকা কৰিবলৈ।

কণ নিছাদেউ ল'ৰাৰ লগত ল'ৰা হ'ব জনা মানুহ। কঁহৰা সভা নামে এখন সভা বা মেলা বহিছিল তেতিয়া বছৰি এবাৰ। চাংসাৰিত হ'বলা। সেই সময়ত আমি জলাহত থাকিলে দুই-চাৰি অনা পয়চা দি আমাকো অকণমান, লুচাই আদি পুতেকহঁতক লগত সভা (মেলা) চাবলৈ পঠাইছিল। আন বস্তুৰ আকাল নহ'লেও পয়চাৰ আৰু পয়চাৰে কিনা বস্তুৰ কিছু আকাল আছিল ঘৰখনত। চাৰি অনা পয়চা আমাৰ হাতত দিয়া সেই দিনত কণনিছাদেউৰ উদাৰ মনৰ লক্ষণ আছিল। সভালৈ বৰ উৎসাহেৰে সাজি-কাচি গৈ মই হতাশ হৈছিলোঁ প্ৰায়ে। তাত পোৱা বস্তুবোৰ চহৰৰ ল'ৰাৰ বাবে আছিল অকিঞ্চিৎকৰ। কিন্তু সেই সভাতে গাঁৱৰ ৰাইজে বছৰটোৰ বাবে লাগতিয়াল ডবুৱা কটাৰি, দা, মাৰ্কিন কাপোৰ, ছোৱালীৰ খাৰু-মণি, সেন্দুৰৰ টেমা, তেল, কাকৈ আদি কিনিছিল।

কণনিছাদেৱেও নগাঁৱৰ ফালে— বোধহয় ধৰমতুলত— বিয়া কৰাইছিল। মামীও (আমাৰ কথাত আপাদেউ) আছিল অতি সৰবৰহী আৰু মৰমিয়াল। তেওঁ আজাক 'শাক' বুলিছিল। চেনিপুঠি, শিঙৰা, কাৱৈ আদি মাছেৰে বিধে-বিধে শাকৰ জোল বনাই খুৱাই তেওঁ যেতিয়া স্নেহভৰা কণ্ঠে সুধিছিল, "আৰু অলপ শাক দিম নেকি, বাপা?" কিবা অজান আনন্দত মোৰ মন জুৰ পৰি গৈছিল। কণনিছাদেউৰ ল'ৰা অকণমান, লুছাই, আৰু মাজু নিছাদেউৰ ল'ৰা পুতুৰ লগত পথাৰে পথাৰে খেঁকশিয়ালীৰ গাঁতত ধোঁৱা দি খেঁক শিয়ালী উলিওৱা, পথাৰত বা চন পৰা মাটিত খৰালি গজা জোপোহা গছত লগা সৰু-সৰু জামুৰ দৰে ফল বিচাৰি খোৱা, আদি কামত মই যে কিমান মজা পাইছিলোঁ পাঠকক বুজাব নোৱাৰিম। আৰু এক উপাদেয় খাদ্য আছিল অসমীয়া কেণ্ডি "নিছলি"। কুঁহিয়াৰৰ ৰস জালিগাঁতত পগাই গুড় কৰোতে ফেনবোৰ কাঢ়ি এটা চৰিয়াত থয়। তাতে অমিতা চকল চকলকৈ কাটি দিলে চেঁচা পৰিলে অপূৰ্ব সোৱাদ কেণ্ডি হৈ পৰে। কিন্তু তেতিয়াই মোৰ উপলব্ধি হৈছিল যে পৰিবেশৰ আৰু জীৱন যাত্ৰাৰ বাবেই মোৰ সমনীয়া গাৱঁলীয়া আত্মীয়ৰ লগত মোৰ মানসিকতাৰ বহুত অমিল আছিল। তেওঁলোকে মোতকৈ বহু বেছি হুছিয়াৰ আৰু বাস্তববাদী আছিল, কিন্তু কল্পনাৰ পিনৰ পৰা আছিল কিছু স্থবিৰ।

মই দেখা আৰু শুনা শিয়ালবোৰ সাধুকথাৰ ফন্দীয়ক আৰু ধূৰ্ত শিয়ালৰ লগত একাকাৰ হৈ গৈছিল। কিন্তু অকণমান পুতুহঁতে জানিছিল শিয়াল হিংস্ৰ বনৰীয়া জন্তু। এজাক কুকুৰে খেদিলে পলাই ফাট মাৰে, কাৰণ কুকুৰৰ লগত মানুহ থাকে বুলি তাৰ ধাৰণা। কিন্তু অকলে পালে এটা শিয়ালে দুই-তিনিটা

ঘৰচীয়া কুকুৰ অনায়াসে ঘাইল কৰিব পাৰে, কাৰণ বনৰীয়া জন্তু হিচাপে তাৰ বল আৰু তেজ বেছি। পুতুৰ মুখত এই ব্যাখ্যা শুনি মই অনুভৱ কৰিছিলো, সাধুকথাৰ মনোৰম আৰু আমোদজনক জগৎখনত বহুত ফাঁকো আছে।

উত্তৰ গুৱাহাটীৰ এই জগতখনত নাৰীৰ অৱস্থা কিছু শৃংখলিত আছিল। মতা মানুহ যেনেকৈ পথাৰ, পুখুৰী, নামঘৰৰ বন্দী আছিল, মাইকী মানুহ আছিল আজীৱন ঘৰখনৰ বন্দী। কেৱল বিয়া-বাৰুৰ সময়ত চিৰাচৰিত বন্দিত্বৰ পৰা অলপ মুক্তিৰ আস্বাদ পাইছিল নাৰী সমাজে। কিন্তু বিয়া বহুতৰ বাবে এক উদ্বেগ আৰু আতংকৰ কাৰণো আছিল, কাৰণ ছোৱালীৰ পছন্দ বা ভালপোৱা বিচাৰৰ ভিতৰত পৰাই নাছিল। ঘাইকৈ বংশ, সামাজিক প্ৰতিপত্তি, আদি বিচাৰেৰেই কন্যা সন্তানৰ পাত্ৰ বিচাৰিছিল এখন ঘৰে। আমাৰ বুঢ়ী আইতাৰ ভনীয়েক এগৰাকী লখিমপুৰলৈ দিছিল। তেতিয়া লক্ষিমপুৰলৈ ট্ৰেইন, বাছ, একো নচলিছিল। ওৰে জীৱন তেওঁ শহুৰৰ ঘৰতে কটালে। পিতৃ-মাতৃ, ভাই-ভনীৰ লগত বোধকৰোঁ তেওঁৰ আৰু দেখাই ন'হল। তেওঁৰ কথা ভাবিলে মোৰ মনত পৰে কেনেকৈ বিৰিঞ্চি বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসৰ পাতত লোক গীতৰ মাজত ৰিঙিয়াই থকা নাৰীৰ হিয়াভগা বিননি ধৰি ৰাখিছেঃ

"পিতাদেউ, পিতাদেউ,
দূৰৈকৈ নিদিবি মোক...."

আইহঁতৰ ঘৰতে বুঢ়ী হৈছিল এজনী পেহীয়েক। বিয়া-বাৰু নোহোৱাকৈ থকা মানুহ গৰাকী অদ্ভুত খেয়ালী আৰু উদ্ভট ৰুচিৰ হৈ পৰিছিল। বংশ নিমিলা বাবে বিয়া নিদিয়া মহিলাৰ খেয়ালে ঘৰখনত মাজে মাজে সৰু সুৰা ভুঁইকঁপ সৃষ্টি কৰি আছিল।

বিয়াৰ সময়ত নাৰী সমাজে কিছু স্বাধীনতা পাইছিল। নিজাববীয়াকৈ বিয়াৰ নীতি-নিয়মৰ ক্ষেত্ৰত কিছুমান সিদ্ধান্ত ল'ব পাৰিছিল। ঘৰখনৰ মানুহৰ লগত চা-চিনাকী হৈছিল। বঙালী মহিলাৰ ব্ৰতৰ দৰে কিবা স্ত্ৰী-আচাৰ আছিল যদি মোৰ অৱশ্যে চকুত পৰা নাছিল। পুৰুষৰ দখল নথকা আৰু এখন ক্ষেত্ৰ আছিল তাঁতশালখন। তাঁত লগাওঁতে আৰু তাঁত বওঁতে নিজস্ব কৌশল আৰু উদ্ভাৱনীশক্তিৰ পৰম্পৰা প্ৰদৰ্শন কৰিছিল নাৰী সকলে। তেনেকৈ একেলগে বহি তিন চাৰিঘৰ মানুহৰ জীয়ৰী বোৱাৰীয়ে লোণ জলকীয়া সানি ৰবাব টেঙা, আম, জলফাই আদি ৰং ধেমালি কৰি খাওঁতে ফল্গু ধাৰাৰ দৰে দৃশ্যমান সমাজৰ নেপথ্যত থকা আন এখন সমাজ যেন ছয়াময়াকৈ ওলাই আহিছিল। আমি কম বয়সীয়া বাবেই সেইখন জগতৰ ওপৰত আমাৰ বাবে আবুৰ তৰি দিয়া নহৈছিল।

আইৰ বাই-ভনী কেইবাজনীও আছিল। নগাঁও জিলাৰ নগাঁৱত এগৰাকী, মৰিগাঁওত এগৰাকী, কপাহেৰাত এগৰাকী, কাষৰে ৰংমহলত এগৰাকী পৰিছিল। তেওঁলোকৰ পৰিয়ালৰ লগত এতিয়া আমাৰ কাচিৎহে দেখা সাক্ষাৎ হয়। এসময়ত পৰিয়ালবোৰে আত্মীয়তাৰ সূত্ৰ যিদৰে সযত্নে ৰক্ষা কৰিছিল, এতিয়া আৰু নকৰা হ'ল। কেতিয়াবা মুখামুখি হ'লে ভিন্ন পৰিবেশ, ভিন্ন অভিজ্ঞতা, ভিন্ন আশা-আকাংক্ষাৰ ব্যৱধানৰ ওপৰেদি কৰুণ স্মৃতি আৰু বিফল প্ৰত্যাশাৰে পৰস্পৰলৈ চাই পঠিয়াওঁ। ব্যৱধান আৰু অতিক্ৰম কৰা নহয়।

কপাহেৰাৰ অকণটি মাহীৰ ডাঙৰ ছোৱালীৰ বিয়ালৈ ফাৰ্ষ্ট ইয়াৰত পঢ়া সময়ত মোক ঘৰৰ প্ৰতিনিধি ৰূপে পঠাইছিল। ক'ত বাছৰ পৰা নামি কেনেকৈ খোজ কাঢ়ি কপাহেৰা পাইছিলোঁ, মোৰ আৰু মনত নাই। তেতিয়া মই আছিলোঁ কবি-কবি ভাবৰ, কল্পনাবিলাসী, জগতৰ কঠুৱা কুৎসিত ৰূপৰ খবৰ নোপোৱা তৰুণ। পথৰুৱা বাটত সালংকৃতা কইনাৰ দৰে গুলপীয়া ফুলেৰে আবৰা এজোপা গছ দেখি ভোল গৈছিলোঁ মই। সিপিনৰ পৰা অহা গাঁৱৰ বুঢ়ী এগৰাকীক সুধিছিলোঁ, "আইতা, কি নাম এই গছ জোপাৰ?" নতুন বস্তু চোৱাৰ দৰে গছজোপালৈ চাই লাজ লাজকৈ উত্তৰ দিছিল বুঢ়ী গৰাকীয়ে, "বোপাই, এই জোপা এজাৰ গছ আকৌ।" পিছত কোনোবাই যেন কৈছিল, এজাৰ গছলৈ চালে বেজাৰ আহে। আহিছিল নেকি বেজাৰ মোৰ জীৱনলৈ? হেৰাই গ'ল নেকি নিষ্পাপ, নিঃসংশয় আনন্দৰ ধাৰা?

কপাহেৰাত দিনৰ আগবেলা নোৱাই-ধুৱাই কইনাক ঘেৰি লৈ গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে জাত-জাত বিয়ানাম গাইছিল ধৰ্মীয় আচাৰৰ পবিত্ৰতাৰে। ভাব আৰু সুৰ সুললিত আৰু প্ৰাণ পৰশা। সাংসাৰিক জীৱনৰ হেজাৰ খুটি নাটি যেন কলিজাৰ তেজেৰে ৰঙাই বিয়ানামত চানেকিহে তুলিছিল। মুগ্ধ হৈ শুনিছিলো মই অদূৰত চকী এখনত বহি। চহৰীয়া তৰুণৰ এই খেয়ালত কিছু বিস্মিত হ'লেও গঞা সমাজে উপলুঙা কৰাও নাছিল। হঠাতে দেউতাইতৰ বংশৰ এগৰাকী বুঢ়ীয়ে পাই "অ' তুমি মহেন্দ্ৰৰ ল'ৰা নেকি।" বুলি গালে-মূৰে সস্নেহে হাত ফুৰাই মোক বিব্ৰত আৰু অভিভূত কৰিছিল।

অকণটি মাহী ঢুকাল যেতিয়া মই খবৰ কৰিবলৈকো নগ'লো। কাৰণ ইতিমধ্যে সময়ে গঢ়ি তোলা দুৰ্জয় ব্যৱধান। থাক, মোৰ মনৰ মাজত থাওক সেই নিৰ্মল নিয়ৰৰ দৰে স্মৃতিবোৰ। কঠুৱা বাস্তৱৰ খহটা পৰশ লগাই তাক আৰু নিষ্প্ৰভ নকৰো মই।

আৰু এজন মোমাইদেৱে আত্মহত্যা কৰিছিল। তেওঁ অতি আবেগিক,

স্বল্পভাষী আৰু কিছু খোনা আছিল। ডাঙৰৰ লগত কথা পাতিলে অলপতে খং উঠি ৰঙা পৰিছিল তেওঁ, কিন্তু মোৰ আগত অফুৰন্ত কথা কৈছিল। হয়তো সৰু ভাগিনজন উপলক্ষহে আছিল। নিৰ্ভয়ে তাৰ আগত উজাৰ কৰি দিছিল তেওঁৰ খং-ৰাগ, আশাভংগ, সপোনৰ অনুভূতিবোৰ। একেবাৰে' শব্দটো ঘনপতি ব্যৱহাৰ কৰিছিল তেওঁ— 'এক্কেৰে' হে ফুটিছিল তেওঁৰ মুখত। তেওঁ কেতিয়াবা গুৱাহাটীৰ চাহ দোকানত মোক সুমুৱাই এক ছিংগেল চাহ' আৰু এটা গজা বা লবংগ খুৱাইছিল। তেওঁৰ প্ৰতি মোৰ ভক্তিৰ ইও এক গুপ্ত কাৰণ আছিল। ডাঙৰ মানুহৰ মনত ৰুদ্ধ আবেগৰ কেনে ধুমুহা বৈ থাকিব পাৰে, যি আবেগৰ প্ৰতি বিশাল বিশ্ব তেনেই উদাসীন, সেই সৰুকালিতে মোৰ মনত তাৰ এক ধাৰণা উপজিছিল।

সাম্প্ৰতিক কালত ইতিহাসবিদ সকলে কয় যে ইতিহাস অতীতৰ লিপিবদ্ধন বোলা কথাটো বেছি সৰল। আচলতে সমাজত একেলগে কেইবাটাও অতীত, কেইবাটাও কালস্ৰোত প্ৰবহমান হৈ থাকে। উত্তৰ গুৱাহাটীৰ কথা মনত পৰিলে কথাথাৰ সঁচা বুলি উপলব্ধি হয়। গুৱাহাটীৰ চহৰীয়া পৰিবেশত নানা অসুবিধাৰ মাজতো যিটো গতিত ভৱিষ্যৎ অভিমুখে, আধুনিকতাৰ অভিমুখে আমি আগবাঢ়িছিলোঁ, তাতকৈ ঢেৰ বেছি ধীৰ গতিত চলিছিল উত্তৰ গুৱাহাটীৰ জীৱন। গুৱাহাটীৰ বাবে যি জীৱন ধূসৰ অতীত, উত্তৰ গুৱাহাটীত সি তেতিয়াও সজীৱ কিন্তু নিস্তেজ। তাৰ লগতে লাগি আছিল প্ৰাচীনতৰ স্থবিৰতৰ আৰু এখন সমাজ, যি আৰু মন্থৰ ছন্দত বিলুপ্তিৰ পিনে গৈ আছিল।

আমাৰ দেউতা আৰু আইহঁতৰ পৰিয়ালৰ বাবে বংশ আছিল এক গৰিমাময় বাস্তৱ সত্য। কিন্তু মই খোলা চকুৰে দেখা পাইছিলোঁ, সেই বংশৰ বাবে তেওঁলোকে লাভ কৰা নাছিল প্ৰভূত ধনসম্পদ বা নতুন চহৰীয়া সমাজৰ মান-মৰ্যাদা। তেনেস্থলত বংশৰ গৌৰৱ কৰি আৰু কি লাভ? বংশৰ উপদ্ৰৱত থাকিব নোৱাৰি দেউতাৰ এগৰাকী ভনীয়েক তথাকথিত নীচ জাতৰ মানুহ এজনলৈ পলাই গ'ল, ফোঁপোলা বংশৰ ঠাইত মৰম বিচাৰি। কিন্তু দেউতাহঁতৰ মনত মাত্ৰ আছিল, কেৰাণী পুঠাদেউতাৰ বংশমৰ্যাদাৰ বাবেই সাহিত্যিক সত্যনাথ বৰাৰ বায়েক নে ভনীয়েক এগৰাকীক ব্ৰহ্মপুত্ৰৰ বালিত আনি তেখেতলৈ বিয়া দিছিল। বংশমৰ্যাদাৰ বাবেই তেখেতে কইনাঘৰলৈ কইনা আনিবলৈ যোৱা নাছিল। দেউতাকৰ মোমায়েকৰ নাম আছিল "বাপি"— ভাল নামটো আইৰ মুখত শুনিছিলোঁ, এতিয়া পাহৰিলোঁ। তেওঁলৈ বিয়া দিছিল বেলতলীয়া ৰজাৰ এজনী জীয়েকক। বাপি আছিল নিতান্ত নিষ্কৰ্মা, উদ্যোগহীন, নিঃসম্বল মানুহ— বংশই আছিল একমাত্ৰ সম্বল। গাঁৱৰ নাট্যদলক নাটক লিখি দিছিল তেওঁ উৎসৱে-পৰ্বে। অসমীয়া নে বঙালী ভাষাত,

নাজানোঁ। ঘৈণীয়েকে বৰ কষ্টকৈ খুজিমাগি চলিব লগাত পৰিছিল বিধবা হোৱাৰ পিছত। তেখেতৰ নিজা বংশৰো কোনো সহায়-সহানুভূতি পোৱা নাছিল তেখেতে। আন এগৰাকী দেউতাৰ শ্ৰদ্ধাভাজন আত্মীয় আছিল দেউতাৰ সম্পৰ্কীয় মোমায়েক শম্ভু পুঠাদেউতা —নগাঁৱৰ ডাঃ জিতেন গোহাঁই, সাংসদ ৰাজেন গোহাঁইৰ পিতৃ। তেখেতে আছিল আহোম বুৰঞ্জীৰ সঁফুৰা। ৰস লগাই ক'ব জানিছিল কথাবোৰ। গুৱাহাটীৰ পৰিবেশত সচৰাচৰ নুশুনা সেই কথাবোৰে মোৰ মনত শ্ৰদ্ধা আৰু গৌৰৱৰ ভাব জগাই তুলিছিল। মূল্যবান কিন্তু অপ্ৰচলিত আচবাবৰ দৰে লাগিছিল বংশগৌৰৱ। পুঠাদেউতাৰ বিষয়ে বেলেগে লিখিব লাগিব।

আনহাতে ব্ৰিটিছে মুকলি কৰি দিয়া কিছুমান গোলাম নামত স্বাধীন হ'লেও মাটি-বাৰী নথকা বাবে ভৰণ পোষণৰ বাবে পূৰ্বৰ প্ৰভুৰ ঘৰতে ৰৈ গৈছিল। অৱশ্যে ঘৰত কাম-বন কৰিলেও পৰিয়ালৰ একোজন হৈয়েই আছিল। ৰোমান দাসৰ অৱস্থা নহয়। কোৱা বাহুল্য যে ব্যৱস্থাটো সম্পূৰ্ণ অমানৱীয় আৰু কোনোমতেই সমৰ্থনযোগ্য নহয়। কিন্তু সামন্তবাদী সমাজত তাৰ কিছু মানৱীয় চেহেৰা আছিল। কণনিছাদেউৰ ঘৰত আহিনী আৰু নন্দ আছিল তেনে 'মুক্তিপ্ৰাপ্ত' গোলাম। আহিনী আছিল চুটি-চাপৰ, কালৰী, পৰিশ্ৰমী আৰু ৰাংঢালী। জীয়েক ফাগুণীও আনন্দ মনে থাকে, ঘৰৰ পো-জীৰ দৰেই মৰম পায়, এইখনেই তাইৰ আপোন ঘৰ। ডাঙৰ হোৱাৰ পিছত বিয়া-বাৰুও ভালকৈয়ে হৈ গ'ল। নিছাদেউহঁতে বোধহয় 'তোলনীয়া জী' বুলিয়েই তাইৰ পৰিচয় দিছিল।

আহিনীৰ অতীত কাহিনীয়ে সন্দেহ জন্মায়, তাহানি একাংশ নাৰীৰ জীৱনতকৈ বান্দীৰ জীৱনেই ভাল আছিল নেকি। সম্পৰ্কীয় মানুহৰ ঘৰত থকা সময়তে নিৰাশ্ৰয় মাতৃহীনা আহিনীক মাৰধৰ কৰি এনে অৱস্থা কৰাত তাই বান্দীৰ জীৱন বাছি লৈছিল। সেয়ে বোধহয় বান্দীৰ জীৱনৰ অপমান সহিও তাই হাঁহিমুখে আছিল।

নন্দ আছিল বন্দী। মজবুত ক'লীয়া চেহেৰা। অসুৰৰ দৰে খাটে, ৰাক্ষসৰ দৰে খায়। কিন্তু যদিও শুনিছিলোঁ যে নন্দ 'গোলাম', উৎপাত কৰিলে ঘৰৰ সৰুবোৰক নিঃসংকোচে ধমক দিছিল। ঘৰখনৰ ভিতৰত তাৰ কিবা এটা অধিকাৰ আছিল। নন্দ আছিল সম্পূৰ্ণ নিৰক্ষৰ, আৰু বাহিৰৰ জগতখনৰ একো ভু-ভা নাপাইছিল। বয়স সুধিলে বিমোৰত পৰিছিল নন্দ। মূৰটো দুহাতেৰে ধৰি চিন্তাগ্ৰস্ত হৈ কৈছিলঃ 'ডেৰকুৰিমান হ'ব!' মৃত্যুকাললৈকে নন্দৰ বয়স ডেৰকুৰি হৈয়েই থাকিল।

উত্তৰ গুৱাহাটীলৈ আহিলে নন্দৰ লগত নতুন কাপোৰ-কানি আৰু জোতা

পিন্ধি খোজকাঢ়ি উজান বজাৰৰ ঘাট পাইছিলোঁ। তাৰ পৰা নাৱেৰে ৰজাদুৱাৰ। নৈৰ নিৰ্মল জুৰ বতাহ, পাৰৰ নীলাভ পাহাৰ, অজস্ৰ শিহুৰ জলকেলি, কেতিয়াবা এসোপামান ফেন, মেটেকা, কেতিয়াবা এটা কলহ ভাহি অহা— সেইবোৰে আন কথা পাহৰাই দিছিল। কিন্তু ৰজাদুৱাৰৰ ঘাটৰ পৰা খোজ আৰু খোজ। ভৰি বিষায়, জোতাই কাটে, কিন্তু যাত্ৰাৰ যেন বিৰাম নাই। বাটতে বিহলঙনি, ৰংমহল আৰু কোনো-কোনো ঠাইত আহোম মানুহৰ বসতি আছিল। তাৰ আত্মীয়-স্বজনৰ ঘৰত সোমাই জিৰাই অহাও যাত্ৰাৰ অংগ। 'কিবা খাই আহিছনে?' বুলি সুধিলে নন্দই উদাসভাবে কয়, 'না-ই-ই!' ফলত ছয়-সাতঘৰ মানুহৰ ঘৰত তিলপিঠা, বৰা চাউল বা কোমল চাউল, নাৰিকলৰ ৰসকৰা খাই পেট ফুলি ভিম্বাকাৰ। নন্দৰ উদৰাগ্নি কিন্তু খাণ্ডৱবন গ্ৰাস কৰা অগ্নি-দেৱতাৰ দৰে অতৃপ্ত। মৰিবৰ সময়ত নন্দ আৰু আহিনী দুয়ো পৰিয়ালৰ পৰা দস্তুৰমতে বিদায় লৈ সাশ্ৰুনয়নে অজান সেই বাটৰ বাটৰুৱা হৈছিল।

বুঢ়ী আইতা ঢুকোৱাৰ বহুকাল পিছৰ কথা। মই তেতিয়া দ্বিতীয় বাৰ্ষিকৰ (আজিৰ উচ্চতৰ মাধ্যমিক পৰ্যায়ৰ) ছাত্ৰ। কিবা এটা কথাত আইক বিচাৰি আহি দেখিলোঁ বিৰাট-বিৰাট টিনৰ ট্ৰাংক শিকলি লগাই থোৱা, পৰিয়ালৰ যৎকিঞ্চিৎ মূল্যবান সামগ্ৰী ৰখা কোঠালিত আয়ে অকলে ফেঁকুৰি ফেঁকুৰি কান্দি আছে নিৰলে। মই তেতিয়ালৈকে আইৰ চকুত চকুপানী দেখা নাছিলোঁ। স্তম্ভিত গৈ গ'লোঁ। কোমল মাতেৰে সুধিলোঁ, 'আই কি হৈছে ?' চকুলোৰে ভৰপুৰ চকুদুটা মোৰ পিনে তুলি কঁপি থকা মাতেৰে আয়ে ক'লে, 'আইতালৈ (আইলৈ) মনত পৰিছে।' দিনে নিশা আমাৰ বাবে ৰন্ধা বঢ়া, ধোঁৱা মচা কৰি থকা, বেমাৰ আজাৰত ওচৰত বহি নোশোৱা নেমেলাকৈ পৰ দিয়া আইৰো এগৰাকী মাক আছিল। সেই মাকক মনত পৰাত আয়ে কান্দি শোকৰ ভাৰ পাতলাইছে! আগতে কোনোদিন তেনে কথা ভাবি চোৱাই নাছিলোঁ। বহুদিন কথাটো অন্তৰৰ এঠাইত ৰু-ৰুৱাই জ্বলি আছিল। ❑

# বাটকটীয়া

বি. এছ. নাইপল যেতিয়ালৈকে বিলাতৰ নাগৰিক হৈ প্ৰবাসীৰ জীৱন এটা স্থায়ীভাৱে বাছি লোৱা নাছিল, তেতিয়ালৈকে তেওঁৰ ডাঙৰ গুণ আছিল সহানুভূতি আৰু কৰুণা। তেওঁৰ ক্ষুৰধাৰ ব্যংগ আৰু জীৱন সম্পৰ্কে বিষাদমগ্ন ধাৰণা এই কৰুণাই মধুৰ কৰি ৰাখিছিল। তেওঁৰ সেই সময়ৰ, হয়তো তেওঁৰ লেখক জীৱনৰ, সৰ্বশ্ৰেষ্ঠ ৰচনা A HOUSE FOR MR BISWAS। HOUSE বা ঘৰটো কিয় ইমান ডাঙৰ কথা হ'ল? কাৰণ সি কেৱল এটা সম্পত্তি নহয়, সি তেওঁৰ আত্মপৰিচয়ৰ এটা নিভাঁজ, সন্দেহাতীত, সুস্থিৰ ভিত্তি। অনাই-বনাই শৈশৱৰ পৰা অঘৰীৰ দৰে ঘূৰি ফুৰা মিষ্টাৰ বিশ্বাসে অৱশেষত কষ্টে-মষ্টে নিজৰ সংসাৰৰ বাবে ঘৰ এটা সজালে। তেওঁ এজন মানুহ হ'ল।

আমাৰ অসমতো এনে নিজা মাটি এটুকুৰা আৰু এটা নিজা থকা ঘৰৰ আকাংক্ষা স্বাধীনতাৰ পিছত বৃদ্ধি পাইছিল। কৃষকে মাটি দখলৰ আন্দোলন কৰিছিল, অথবা নিজা গাঁওভূঁই এৰি দূৰণিত ন-মাটি ভাঙি বহিছিলগৈ। বিভিন্ন গোষ্ঠী, বৰ্ণ আৰু অঞ্চলৰ মানুহ এখন বহল সমাজৰ অন্তৰ্ভুক্ত হৈ পৰিছিল। দীননাথ শৰ্মাৰ 'নদাই' নামৰ উপন্যাসখনত এই সামাজিক পৰিবৰ্তন তথা উত্তৰণৰ মনোৰম বিৱৰণ আছে। ঠিক তেনেকৈ তাহানিৰ গুৱাহাটী চহৰৰ উপকণ্ঠতো— শিলপুখুৰী, নৱগ্ৰহ, কমাচল, শৰণীয়া, চানমাৰি, নিজৰাপাৰ আদি ঠাইত দলে-দলে মানুহ বহি স্বাধীনতা সংগ্ৰামৰ আশা-আকাংক্ষা কিছুমান হাতে-কামে, ৰূপায়ণ কৰিছিল। নিজৰ পৰিয়ালৰ বাবে এটুকুৰা মাটি আৰু এটা ঘৰ, ল'ৰা-ছোৱালীয়ে চহৰত পঢ়ি-শুনি ভৱিষ্যত গঢ়িব পৰা সুবিধা আৰু নিঃসীম দাৰিদ্ৰ্য বা আৰ্থিক অভাৱৰ পৰা মুক্ত মধ্যবিত্ত জীৱনৰ সন্মান বিচাৰি বিভিন্ন ঠাইৰ মানুহ এনেকৈ নিজৰাপাৰত একগোট হৈছিল। ক'ৰবাত ক'ৰবাত দুই-এঘৰ সন্মানিত মধ্যবিত্ত গৃহস্থ আগৰে পৰা অ'ত ত'ত আছিলেই। এতিয়া কিন্তু দলে দলে মানুহ আহি পাহাৰৰ নামনিৰ পৰা মূল আলিবাটলৈকে এই এলেকাটোত

থিতাপি ল'লে। কোনো-কোনোৱে মিয়াদী পট্টাৰ মাটি কিনিলে, কোনো কোনোৱে বা একচনীয়া মাটি কিনি মিয়াদী কৰাই ল'লে, কোনো-কোনোৱে কৰিলে বিশুদ্ধ বেদখল। নগাঁও, শিৱসাগৰ আদি ঠাইৰ মানুহ আছিল যদিও সৰহ ভাগেই আছিল কামৰূপৰ। কামৰূপৰ পৰা অহা বহু কেইঘৰে মধ্যবিত্ত সমাজত তেতিয়াহে প্ৰথমবাৰ প্ৰৱেশ কৰিছিল। কিন্তু অসমীয়া মানুহৰ ধনী আৰু দুখীয়াৰ মাজত পাৰ্থক্য তেতিয়া সিমান বৃহৎ নাছিল। উদাহৰণস্বৰূপে নিজৰাপাৰ অঞ্চলত পঞ্চাশৰ দশকত কোনো এঘৰৰ মটৰগাড়ী নাছিল, ৰে'ডিয়' আছিল তিনি-চাৰিঘৰত মাত্ৰ। কাপোৰ-কাণি চাফচিকুন হলেও চকু জলমলোৱা বিধৰ নাছিল।

পাৰ্থক্য নাছিল বুলিলে মিছা মতা হ'ব। বিশেষকৈ মধ্যবিত্ত স্তৰলৈ অহা নৱাগত সকলৰ প্ৰতি পুৰণা মধ্যবিত্ত সকলৰ মাজত প্ৰকাশ্যে নহ'লেও কিছু অৱজ্ঞা আৰু অৱহেলাৰ ভাব দেখা পাইছিলোঁ। তেওঁলোকেও বাহিৰে নম্ৰতা দেখুৱাই ভিতৰি পুৰণাসকলৰ সমান হ'বলৈ কঠিন পণ কৰিছিল। সেয়ে বাসিন্দাসকলৰ মাজত অসামাজিক বা সমাজবিৰোধী আচৰণ কমেই দেখা গৈছিল। সকলো নিজৰ নিজৰ সপোন বাস্তৱক পৰিণত কৰাত ব্যস্ত। তাৰোপৰি তাহানিৰ সমাজৰ স্বতঃস্ফূৰ্ত সহজাত আত্মীয়তা আৰু সহৃদয়তাই মনৰ বিস্বাদ ভাববোৰ সদায় দমাই ৰাখিছিল।

কিন্তু এই প্ৰবল গণতান্ত্ৰিক আত্মপ্ৰতিষ্ঠাৰ প্ৰয়াসে সকলোকে সামৰি লোৱা নাছিল। আমি যেতিয়া নিজৰাপাৰত সোমাওঁ, আমাৰ চাৰিওপিনে কেইবাঘৰো কছাৰি (বড়ো) মানুহ আছিল। তেওঁলোকেই আচলতে ঠাইখিনিৰ থলগিৰী আছিল, আমি আছিলোঁ আলহীহে। কিন্তু চহৰমুখী নগৰীয়া মধ্যবিত্তৰ প্ৰতাপত এই মানুহচামৰ অধিকাংশই নিজৰাপাৰ এৰি থৈ দিহিঙে-দিপাঙে আঁতৰি গ'ল। দুই-চাৰি ঘৰ এতিয়াও আছে। ঠাইখনৰ ছিৰি-চেহেৰা, আনকি নাম-পৰ্য্যন্ত, সলনি হ'ল। অৰ্থাৎ আমাৰ উত্থানে আন এচামৰ অৱনতি সুনিশ্চিত কৰিলে। এইচাম মানুহৰ কথা মই কিছু-কিছু 'লষ্ট্ লাগিজ' বোলা কিতাপখনত লিখিছোঁ।

মদ আৰু গাহৰি এওঁলোকৰ জীৱনযাত্ৰা আৰু সংস্কৃতিত আছিল প্ৰধান উপকৰণ, আৰু আমাৰ দৃষ্টিত আছিল তেওঁলোকৰ হীনতা আৰু অনগ্ৰসৰতাৰ প্ৰধান কাৰণ। কোনোমতে দুবেলা দুসাজি খাই থকা মানুহবিলাকৰ মধ্যবিত্তখিনিৰ দৰে আত্মোন্নতিৰ কোনো আকাংক্ষা নাছিল। স্বাস্থ্যৰক্ষাৰ নিয়ম বা আধুনিক চিকিৎসাৰ লগত তেওঁলোকৰ বিশেষ পৰিচয় নথকা বাবে বহু শিশু শৈশৱৰ দুৱাৰ-দলি চেৰাই নৌ যাওঁতেই মৃত্যু মুখত পৰিছিল। যুৱা বয়সত মৃত্যুও আছিল সাধাৰণ কথা। বৰ বেছিদিনৰ কথা নহয়। সহজ-সৰল আৰু নিৰীহ ৰতন কাইৰ টান অসুখ হ'ল।

ঘৈণীয়েকৰ নাম মুজুং। ৰতন কাইৰ পেটত বেছিকৈ লাওপানী পৰিলে তেওঁ বীৰৰসত আক্ৰান্ত হয় আৰু ঘৈণীয়েকৰ ওপৰত প্ৰতিপত্তি খটাবলৈ যায়। নহ'লে মানুহটোৰ মুখত মাতেই নাই। দুয়োৰে মাজত মিলাপ্ৰীতিও মধুৰ। এবাৰ মুজুং আহি বাউলীৰ দৰে আমাৰ চোতালত থিয় হ'ল। কান্দোতে-কান্দোতে চকু গাঁতত সোমাইছে, মুখমণ্ডলত অসহায় উৎকণ্ঠাৰ ভাব। টকা দহটা নে পোন্ধৰটা লাগে। ডিগাৰুৰ কিবা থানত মুৰ্গী উছৰ্গা কৰিবলৈ যাব। ৰতনৰ বৰ নৰিয়া। আয়ে বিনা বাক্যব্যয়ে টকা পোন্ধৰটা দিলে। কিন্তু মুজুং ডিগাৰুৰ থানত মুৰ্গী উছৰ্গা কৰি ঘূৰি আহি পোৱাৰ আগতেই ৰতনকাইৰ প্ৰাণবায়ু উৰি গ'ল।

কিন্তু সেই মানুহচামৰ মনত একো আশা-আকাংক্ষা নাছিলেই নে? অৰ্দ্ধশতাব্দীৰো পূৰ্বৰ সেই মানুহচামৰ মনৰ ভাব বুজা মোৰ বাবে এতিয়া বৃথা চেষ্টা হ'ব। আমাৰ এজন চুবুৰীয়া আছিল ধৰ্ম কাই। তেওঁ বোধহয় কমিউনিষ্ট সকলৰ সংস্পৰ্শলৈ আহিছিল। বাহিৰত অতি নম্ৰ আৰু মিষ্টভাষী মানুহজনৰ দুই-এষাৰ বেঁকা কথাই কেতিয়াবা আমাক বিবুধিত পেলাইছিল। এবাৰ গা-ধুবলৈ ওচৰৰ নিজৰাটোলৈ গৈছোঁ। গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ মৃত্যুত তেতিয়া অসম শোকাচ্ছন্ন। মই ধৰ্মকাইৰ লগত তেতিয়া মোৰ যৎসামান্য জ্ঞানবুধিৰে শাস্ত্ৰালাপৰ দৰে দেশ-বিদেশৰ কথা পাতোঁ। বৰদলৈৰ মৃত্যুৰ কথা উলিয়ালোঁ। তেওঁ কিন্তু গোঁজ মাৰি বহি তিতিকি মাত মাতিলে : 'বৰদলৈ মৰিল, আমাৰ কি হ'ল? জীয়াই থাকোঁতে আমাৰ দুখীয়া মানুহৰ কি কৰিলে? হালৰ গৰুৰে দিলে নে খেতিৰ মাটি দিলে? টকাত আঠ অনাও খাজনা কমাব নোৱাৰিলে।' এই অভিনৱ সঁহাৰি শুনি মোৰ জ্ঞান বুধিৰ তলি উদং হ'ল। ভাগ্যে গা ধুবলৈ 'আসাম ট্ৰিবিউন'ত কাম কৰা নাৰায়ণ গোস্বামীও আহিছিল। তেওঁ ধীৰে সুস্থে কিন্তু দৃঢ় কণ্ঠে ধৰ্ম কাইৰ মত খণ্ডন কৰি তেওঁক বুজালে।

ধৰ্মকায়ে মাজে সময়ে আমাৰ সমনীয়া পুতেক দুটাক লিখাপঢ়া শিকাবলৈ মোক ক'লে। ময়ো গৰ্বত ওফন্দি সিহঁতক তুৰন্তে জ্ঞানী কৰাৰ গুৰু দায়িত্ব কান্ধ পাতি লৈ আইহঁতক যথেষ্ট আমোদ দিলোঁ। কিন্তু লিখাপঢ়া শিকাবলৈ গৈয়েই প্ৰচণ্ড খুন্দা খালোঁ। 'ব' আৰু 'ৰ' মিলি কিয় 'বৰ' হয়, আৰু 'ল' আৰু 'গ' মিলি কিয় 'লগ' হয়, ধৰ্মকাইৰ পুতেক দুজনক বুজাবলৈ যাওঁতে মোৰ ঘাম ছুটি গ'ল। তাতেই মোৰ টেম্পৰেৰি শিক্ষকতাৰ সামৰণি পৰিল।

আমাৰ দেউতা অনবৰত শিক্ষা বিভাগৰ কামত ব্যস্ত। ভাগৰত লালকাল হৈ ৰাতি সাতমান বজাত ঘৰ পায়। দেওবাৰৰ বাহিৰে দহবজাতে সদায় কাৰ্যালয় পায়গৈ। কাষৰীয়া বড়ো পৰিয়াল কেইটাক কেতিয়াবা অৱস্থাৰ উন্নতি কৰাৰ কথা কৈছিল। তেওঁলোকে শ্ৰদ্ধাৰে শুনি পিছত বোধহয় অলাগতিয়াল বুলি মনৰ পৰা জোঁকাৰি

পেলাইছিল। আইৰ তেনে ৰিফৰ্মৰ প্ৰতি কোনো উৎসাহ নাছিল। কিন্তু কেতিয়াবা কাষৰ কোনো পৰিয়ালৰ কণ-কণ ল'ৰা-ছোৱালীয়ে খাবলৈ নাপাই কষ্ট পোৱা যেন দেখিলে খিচিৰি বা পায়স ৰান্ধি মাতি কলপাতত খাবলৈ দিছিল। কিন্তু সেই কেইঘৰ মানুহৰ দৈনন্দিন জীৱনৰ বিচিত্ৰ সৰু-সৰু ঘটনাত তেওঁ অফুৰন্ত ৰসৰ সঁফুৰা বিচাৰি পাইছিল।

তাৰে এটা কথা মোৰো মনত আছে। জাৰকালি ৰতনকাইৰ চোতালত একুৰা জুই ধৰি চাৰিওপিনে বহি লৈ আলু-কচু পোৱাৰ সৈতে লাওপানী গলাধঃকৰণ কৰি ৰতনহঁতে বাৰেভচহু মেল মাৰে। নিমাখিত ৰতনকাইৰ মাতটো আটাইতকৈ ডাঙৰ হয়। আমাৰ ঘৰৰ পৰা নিজান ৰাতি শুনি থাকি। আগতে পঢ়া বা ক'ৰবাত শুনা পাঠ কেউজনে আওৰায়। 'এফ অ' এক্স ফক্স্ — ফক্স্ মানে কি? ফক্স মানে শিয়াল, শিয়াল!' 'বি এ' এল, বল্— নহয় নহয়, বেলহে হ'ব।' এবাৰ ৰতনকায়ে কিবা এটাৰ বানান ক'ব নোৱাৰিলে। বাকীবোৰে তেওঁক তিৰস্কাৰ কৰাত তেওঁ সদম্ভে উত্তৰ দিলে ঃ 'আই ডন্তো কেট্' (অৰ্থাৎ আই ডণ্ট কেয়াৰ— I DON'T CARE!)

আইৰ ইংৰাজী জ্ঞান ৰতনহঁততকৈ উচ্চস্তৰৰ আছিল বুলিব নোৱাৰি। তথাপি তেওঁ জীৱনৰ আধাবয়স নানা বিপৰ্যয়ৰ মাজেদি গৰকি অহা মানুহখিনিৰ এই ইংৰাজী পাঠৰ বিলম্বিত প্ৰচেষ্টাত এক অম্লমধুৰ সোৱাদ পাইছিল। মই কিন্তু এতিয়া ভাবোঁ,ঘটনাটোৱে মানুহখিনিৰ মনত তুঁহজুইৰ দৰে গুপুতে জ্বলি থকা শিক্ষাৰ বাসনাকে প্ৰকাশ কৰা নাছিল জানোঁ?

নিজৰাপাৰৰ বড়ো মানুহখিনিৰ কথা মই অলপ-অচৰপ 'লষ্ট লাগিজ্' কিতাপত লিখিছোঁ। যদিও সমাজখন বেলেগ আছিল, বোধহয় মানৱচৰিত্ৰৰ প্ৰায় সকলো দিশেই তেওঁলোকৰ জীৱনৰ বিভিন্ন মুহূৰ্তত ফুটি উঠা দেখিছিলোঁ মই। আমাৰ ঘৰৰ নিচেই কাষতে আছিল ডেকাৰাম নামৰ এজন চকিদাৰ। অফিচৰ চকিদাৰ নহয়। ওচৰৰ পাহাৰৰ গছগছনি, কাঠ-বাঁহ আদিৰ চকিদাৰ। পাহাৰবোৰ সংৰক্ষিত বননি আছিল নে কাৰোবাৰ ব্যক্তিগত সম্পত্তি আছিল মোৰ মনত নাই। এতিয়া তাত অসংখ্য ঘৰবাৰী। এসময়ত অ'ত-ত'ত দুই-চাৰিটা পঁজা বা ঘৰ, বাকীখিনি জংঘল। জোনাক ৰাতি খিৰিকিৰে চাই পঠিয়ালে ভৈৰা গছ এজোপাৰ তললৈ গুটি খাবলৈ অহা সুগৰি পহুৰ ঠেংবোৰ লৰচৰ কৰি থকা দেখা যায়। ডেকাৰামৰ লগত কেতিয়াবা পাহাৰলৈ যাওঁ, তেওঁ গহীন-গম্ভীৰ মানুহ, কিন্তু মোৰ আগত বহুত কথা পাতিছিল। চৰাই-চুৰুকটি, জীৱজন্তু আদিৰ কথাই বেছি। বোধহয় তেওঁ ভাল পাইছিল।

মই নিজে বৰ সাংঘাতিক সৎ মানুহ নহওঁ। কিন্তু আনৰ দৰে বিশুদ্ধ সততাৰ

প্ৰতি মোৰো ভিতৰি শ্ৰদ্ধা আছে। মই লগ পোৱা তেনে সৎ মানুহৰ মাজত ডেকাৰামো এজন। তেওঁ তেওঁৰ কৰ্ত্তব্য নিষ্ঠাৰে পালন কৰিছিল, বিয়া নকৰোৱালৈকে আটোমটোকাৰিকৈ ঘৰবাৰী ৰাখি ৰান্ধিবাঢ়ি খাইছিল, আনক কেতিয়াও অনিষ্ট নকৰিছিল, কিন্তু বিপদত পৰা মানুহক সহায় কৰিছিল অকাতৰে। মুখত সদায় আছিল সন্তুষ্টিৰ ভাব।

সেই সময়ত নেপালী সম্প্ৰদায়ৰ দুখীয়া তিৰুতা বিলাকে পাহাৰলৈ গৈ খৰি কাটি কান্ধত কুঁজা হৈ পৰাকৈ ভাৰ বান্ধি ওলমাই লৈ আনিছিল। কাৰো-কাৰো পাৰ্মিট আছিল, কাৰো কাৰো নাছিল। পাৰ্মিট নথকা বিলাকক আটক কৰি ৰূঢ় ব্যৱহাৰ কৰিছিল চ'কিদাৰ বিলাকে। বিশেষকৈ কিশোৰী বা গাভৰুবিলাকে প্ৰায়ে অশ্ৰুমোচন কৰিবলগীয়া অৱস্থাত পৰিছিল। কিন্তু কন্দাকটা কৰিলেই ডেকাৰামে একোটা ধমক দি এৰি দিছিল। মোৰ ধাৰণা আন দুই এক জয়াঁৰ চকিদাৰে এই সুযোগতে নেপালী গাভৰুৰ শ্লীলতা হানি কৰিছিল। ডেকাৰামো সমৰ্থ ডেকাই আছিল, কিন্তু লিখাপঢ়া নজনা, শাস্ত্ৰৰ ধাৰ নাধাৰা মানুহজনে এক স্বাভাৱিক সংযম আৰু নাৰীৰ প্ৰতি মৰ্যাদা প্ৰদৰ্শন কৰিছিল। পিছত তেওঁ এগৰাকী তেজে ফুটো-ফুটো স্বাস্থ্যৱতী নিজা সম্প্ৰদায়ৰ গাভৰু বিয়া কৰাই সুখৰ সংসাৰ গঢ়িছিল। আমাৰ মধ্যবিত্ত অসমীয়াৰ পয়োভৰ অঞ্চলটোত বেছি হোৱাত বড়ো সকলৰ জীৱন যাত্ৰাত নানা অপ্ৰত্যাশিত বিঘিনি দেখা দিলে। খেতিৰ মাটি, খৰি-খেৰ, খোৱা পানী, আদি লোকৰ হাতলৈ গ'ল। এঘৰ-দুঘৰকৈ তেওঁলোকে ভেটিমাটি বিক্ৰী কৰি দূৰলৈ আঁতৰি গ'ল। ডেকাৰামৰ পৰিয়ালটোৱেও বিদায় ল'লে। নতুন পৰিস্থিতিৰ লগত নিজকে খাপ খুৱাই কেইঘৰমান মাত্ৰ ৰৈ গ'ল। আগতকৈ তেওঁলোকৰ অৱস্থাৰ কিছু উন্নতি হোৱা দেখিছোঁ।

কিন্তু যিখন অসমীয়া সমাজ স্বাধীনতাৰ পিছত গণতান্ত্ৰিক প্ৰেৰণাৰে, উন্নতিৰ আশাৰ জীপ লৈ থন ধৰি উঠিছিল, এই মানুহ চাম তাৰ মাজত আছিল নে নাই এতিয়াও মোৰ মনত সংশয় হয়। খুব সম্ভৱ সত্তৰৰ দশকৰ পৰাহে কংগ্ৰেছ-চৰকাৰৰ ৰাজনীতিৰ পৰিবৰ্তনে এওঁলোকৰ বাবে কিছু সুযোগ-সুবিধা কঢ়িয়াই আনিলে। তাক বহুতে জাত-পাতৰ ৰাজনীতি বুলি গৰিহণা দিয়ে, কথাটো মিছাও নহয়। কিন্তু তাৰ মাজতে এক প্ৰগতিশীল উপাদান নথকা হ'লে আৰ্থিক অসমতা আৰু সামাজিক অৱহেলাই তেওঁলোক সকলোকে আজিও পংগু কৰি ৰাখিলেহেঁতেন। এওঁলোকৰ অন্ততঃ এচামৰ কিছু উন্নতি হৈছে।

কাৰণ আমাৰ সামাজিক পৰম্পৰাই এওঁলোকক সমকক্ষ মানৱৰ মৰ্যাদা দিয়া নাছিল স্বাধীনতাৰ পাছতো। এওঁলোকেও সেই পৰিবেশত হীনমন্যতাত ভুগিছিল। এদিনৰ কথা। দুজনী ন-বোৱাৰী কান্ধত গামোছাৰে কেঁচুৱা বান্ধি ফুৰিবলৈ ওলাই

আহিছে। স্বৰ্গীয় কাশী চক্ৰৱৰ্তী তেতিয়া আদহীয়া বয়স চোওঁচোও হৈছে, কিন্তু তজবজীয়া হৈ আছে। তেওঁ দুয়োজনীকে মাত দি ক'লে ঃ 'বৰ ধুনীয়া ল'ৰা হৈছে অ' তইঁতৰ। কি নাম থৈছনো?' এজনী বোৱাৰীয়ে সগৌৰৱে উত্তৰ দিলে ঃ 'বিজৈই।' (বিজয়)। আনজনীয়ে নিজৰ ল'ৰাৰ নাম নকয়, বহুত খোছামুদি কৰাৰ পিছত তলমূৰকৈ ক'লে ঃ 'কি নাম থবি আৰো? 'নিউল' (নেউল) থৈছং দে।' তাইৰ সন্তানৰ নাম 'নেউল' বুলি শুনি চক্ৰৱৰ্তী মহাশয়ৰ মুখত বিস্ময়ৰ ভাব ফুটি উঠিল। অৱশ্যে নৃতত্বৰ পিনৰ পৰা কথাটোত বিস্ময়কৰ একো নাই। বৈদিক যুগতো ঋষিৰ নাম ভৰদ্বাজ (শেন), ৰাজপুত্ৰৰ নাম নকুল (নেউল) হোৱাত বাধা নাছিল। কিন্তু কেইজনে সেই কথা জানে?

ডলাৰ বগৰীৰ দৰে ৰাজ্যখনৰ বিভিন্ন চহৰত ভাড়াঘৰে ভাড়াঘৰে বাগৰি ফুৰি আইৰ তিতা লাগিছিল। তেওঁৰ বোধহয় মিষ্টাৰ বিশ্বাসৰ দৰে নিজা ঘৰ এটাৰ হাবিয়াস হৈছিল। আৰু এটা কথা। তাহানি আধা-গাঁৱলীয়া চহৰবোৰত থিতাপি ল'লে কেইবছৰ মানতে স্থানীয় মানুহৰ লগত এনে সহজ আত্মীয়তা গঢ়ি উঠিছিল, যে সেই বন্ধন ছিঙি আঁতৰি আহিবলৈ কষ্ট হৈছিল।

আমি সৰু থাকোঁতে অৱশ্যে ভাড়াঘৰৰ অসুবিধাবোৰ বুজি পোৱা নাছিলোঁ। আচলতে এতিয়াও মই ধৰিব পৰা নাই। তাহানি বিদ্যুৎ যোগান, পানী যোগান নিয়মীয়া আছিল। ভাড়াৰ কাৰণে ঘনাই তাগাদা দিয়া হৈছিল বুলিও নাভাবোঁ। কিন্তু নিজৰ সুবিধামতে ঘৰ অদল-বদল কৰিব পৰা নগৈছিল। কাচিৎ বাৰীত কিবা লগালেও মালিকে খবৰ ল'বলৈ আহিছিল। এইবোৰ কাৰণতে বোধহয় আইৰ তিতা লাগিছিল আৰু দেউতাক দুবছৰ মান ধৰি বৰকৈ খেচখেচাই আছিল। আইৰ ধাৰণা আছিল যে দেউতা বৈষয়িক জ্ঞানশূন্য কাণ্ডজ্ঞানহীন মানুহ। অফিচৰ কাম পালে তেওঁক আৰু একো নালাগে। ল'ৰা-ছোৱালীৰ ভবিষ্যতৰ বাবেও কোনো চিন্তা নাই। এনে মানুহে আৰু ক'ত ঘৰ সাজিব? শেষত দেউতাই নিজৰাপাৰত মাটি কিনিলে। তেতিয়া ঠাইখনৰ নাম আছিল 'পেঞ্চিনপাৰা'। পেন্সন পোৱা চিপাহী বিলাকে এইখন ঠাইত বসতি কৰা বাবে এনে নাম। পিছে ইতিমধ্যে বাঢ়ি অহা গুৱাহাটী চহৰৰ প্ৰয়োজন উপলব্ধি কৰি মাটিৰ ব্যৱসায়ী আৰু দালাল বিলাক সক্ৰিয় হৈ উঠিছিল। তেওঁলোকে বড়ো মানুহৰ পৰা সস্তাতে মাটি কিনি ৰাখিছিল। ঘৰ সাজিবলৈ মাটি বিচাৰি এইপিনেই এটা-দুটাকৈ পৰিয়াল আহিবলৈ ধৰিলে। আমিও অৰ্জুন সাতোলা নামৰ উজানবজাৰৰ মালিক এজনৰ পৰা মাটি কিনিলোঁ। দেউতাৰ লগত মাটি চাবলৈ ময়ো কেইবাবাৰো আহিছিলোঁ, প্ৰতিবাৰেই সাতোলাই মোৰ বাবে এঠোঙা ৰঙীণ বুন্দিয়া লৈ আনিছিল, বোধহয় টকা-পয়চাৰ শুকান হিচাবৰ আঁৰত মানুহজনৰ এখন মৰমিয়াল অন্তৰ আছিল।

আয়ো আহিল মাটি চাবলৈ। চাৰিওপিনে বন-জংঘল, পঁজাঘৰ, সুদৃশ্য দালানৰ অভাব দেখি হতাশ হ'ল। তাতে তেতিয়াৰ হিচাবত আওহতীয়া দূৰৈৰ ঠাই। কিন্তু নাই মোমাইতকৈ কণা মোমায়েই ভাল বুলি মনক প্ৰবোধ দিলে। নতুন ওচৰ-চুবুৰীয়া সকলেও উৎসাহ দিলে ঃ ভয় নাই, আমিও ইয়াতে ঘৰ সাজিম, চাব চব ঠিক হৈ যাব এদিন। ঠিকতো হ'লেই। প্ৰগতিৰ মাত্ৰা বেছি হৈ অলপ-অলপ বেঠিকো হ'ল হবলা।

নিজৰাপাৰৰ প্ৰথম বাটকটীয়া মধ্যবিত্ত বাসিন্দা— পায়'নিয়াৰ— আছিল আমাৰ পৰিয়ালৰ লগতে ইন্সিউৰেন্স কোম্পানীত কাম কৰা ৰঙিয়াৰ কাশীনাথ চক্ৰবৰ্তী আৰু শিৱসাগৰৰ শিক্ষা বিভাগৰ বিষয়া হৃদয়ানন্দ গোহাঁই। কিছুকাল পিছত আহিল জখলাবন্ধা সত্ৰৰ পুৰুষোত্তম গোস্বামী, বৰপেটাৰ মুৰাৰিচৰণ দাস, মুনিন বৰুৱা, গুৱাহাটীৰ উগ্ৰতাৰাৰ কমলা শৰ্মা (পিছলৈ আৰক্ষী বিষয়া), আসাম ট্ৰিবিউন কাকতৰ প্ৰাক্তন জ্যেষ্ঠ সহসম্পাদক যোগেন চৌধুৰী আৰু নলবাৰী অঞ্চলৰ একালৰ সম্পন্ন ঠিকাদাৰ নবীন চৌধুৰী, চন্দ্ৰ ডেকা, কৃপা বৈশ্য, উমেশ বৈশ্য আদি তেতিয়া ডেকা হৈ থকা চাকৰিজীৱী ছয়-সাতজন লোক। শিৱসাগৰৰ ভট্টাচাৰ্য উপাধিধাৰী এগৰাকী ভদ্ৰলোক আছিল। তেখেত পিন্ধা উৰাত বৰ ফিটফাট আৰু মধুৰভাষী আছিল। মাজতে মই বহুবছৰ নিজৰাপাৰত নথকাবাবে যোগাযোগ হেৰাই গৈছিল। এবাৰ ডিব্ৰুগড়ৰ পৰা বাছেৰে আহোঁতে শিৱসাগৰৰ বাছ আস্থানত চাহ খাবলৈ যাওঁতে ওচৰৰ এখন দোকানৰ পৰা ডেকা এজন আহি মাত দিলে ঃ 'দাদা, মোক চিনি পোৱা নাই? মই ৰূপক, দীপকৰ ভায়েক।' মনত পৰিল ভট্টাচাৰ্যৰ দুজন মৰম লগা ল'ৰা আছিল। ৰূপক সেই সময়ত গোঁফ গজা চফল ডেকা। (ইমান দিনে হয়তো আৰু সলনি হৈ আদহীয়া বয়স পাইছে।) চিনি পাম কেনেকৈ? কিন্তু পুৰণা আত্মীয় লগ পোৱাৰ দৰে মন ভাল লাগিল। পথকষ্ট যেন লাঘৱ হ'ল। এতিয়া পৰিয়ালবোৰৰ মাজত যোগাযোগ নোহোৱাৰ দৰে। দেখাদেখি হ'লে বাটত অলপ মাতবোল চলে। তেতিয়া কিন্তু এটা বৃহৎ পৰিয়ালৰ দৰে আছিল মানুহবোৰ— একে ধৰণৰ সংগ্ৰাম আৰু সপোনৰ অংশীদাৰ। মাটি লৈ, ঘৰ সাজি ভৱিষ্যতৰ ভেটি গঢ়ি তুলিবলৈ অদম্য উৎসাহ।

নিজৰাপাৰৰ ৰাস্তাটো মানুহবিলাকে কোৰপাছি লৈ নিজেই বান্ধিছিল। ঘটনাটো আছিল উৎসৱৰ দৰে। কিন্তু শিল বেছি পৰা নাছিল। কেতিয়াবা চাইকেলৰ চকা এক মিনিটমান বোকাত একে ঠাইতে ঘূৰি থাকে। ❑

# ব্যক্তিত্বৰ জিলিঙণি

পাহাৰৰ ওপৰত বুটি বুঢ়ীৰ ঘৰ। আমাৰ শৈশৱৰ গুৱাহাটীত পাহাৰবোৰ হাবি-ভৰা পাহাৰেই আছিল। গছ-গছনি কাটি ঘৰ সজা, পাহাৰৰ অংগচ্ছেদ কৰাৰ দৰে মাটি কাটি আন ঠাইৰ পিতনি পোতা, এনেবোৰ কথা আছিল অভাৱনীয়। তাৰ মাজতে দুই-একে পাহাৰৰ নামনিৰ পিনে মাটি মোকলাই সৰু পঁজা একোটাত বাস কৰিছিল। পানী-দুনিৰ সুচল নথকা, বনৰীয়া জন্তুৰ আক্ৰমণৰ ভয় থকা তেনে ঠাইত সংসাৰ-বিৰাগী ভাবুক বা অষ্টম দৰিদ্ৰহে বাস কৰিছিল। বুটি বুঢ়ীক ঠিক সংসাৰ-বিৰাগী বুলিব নোৱাৰি। বিয়া-বাৰু নোহোৱা, সন্তান-সন্ততিৰ দায়িত্ব নথকা বুটি বুঢ়ী সংসাৰত ভালদৰে জড়িত হৈ পৰিছিল। কচুপাতত ওপণ্ডি থকা পানীৰ দৰে। ঘৰে-ঘৰে আহ-যাহ আছিল তেওঁৰ, তেওঁ আহিলে গৃহিণীৰ পৰা জীয়ৰী-বোৱাৰীলৈ তেওঁৰ চাৰিওপিনে চকী, মূঢ়া, আনকি পীৰা লৈ বহি গৈছিল। বুটি বুঢ়ীৰ কথাত কিবা মোহিনী আছিল। কিন্তু তেওঁ আঁতৰি গ'লেই আটাইখনে বুটি বুঢ়ীৰ স্বভাৱ-চৰিত্ৰ সম্পৰ্কে তেৰেচিয়া মন্তব্যহে কৰিছিল।

কথাটোত মোৰ খেলিমেলি লাগিছিল। শৈশৱত সকলো কথাই আজিতকৈ সহজভাৱে গ্ৰহণ কৰিব পাৰিছিলোঁ। গতিকে আদৰ-সাদৰকৈ চাহ-জলপান খুৱাই পিছ মুহূৰ্ততে মানুহজনীৰ চৰিত্ৰৰ শ্ৰাদ্ধ কৰাটো মোৰ বাবে আছিল বিভ্ৰান্তিকৰ। বাটত দেখিলে বুঢ়ীক আইতা বুলি মাত দিবলৈকে সংকোচবোধ হৈছিল। লগ পালে বিব্ৰত হৈ আঁতৰিছিলোঁ।

বুটি বুঢ়ী আচলতে সিমান বুঢ়ীও হোৱা নাছিল। কি কাৰণ নাজানোঁ, কম বয়সতে চুলিবোৰ পকি কঁহুৱাৰ ৰং ধৰিছিল। হয়তো আমাৰ আইতকৈ দুবছৰ বা চাৰিবছৰ মানহে ডাঙৰ আছিল বয়সত। কিন্তু মানুহে তেওঁক "বুটি বুঢ়ী" বুলিয়েই উল্লেখ কৰিছিল। গাল দুখন একালত হয়তো পকা ঠেকেৰাৰ দৰে আছিল, কিন্তু আমি লগ পাওঁতে ঢেলা বগা ৰং— বোধহয় অভাৱ অনাটনৰ ফলত। বুঢ়ীৰ বিয়া

হৈছিল নে নাই, সিও আছিল এক ৰহস্য। কাৰো মতে বিধবা, কাৰো মতে গিৰীয়েকে এৰি দিয়া এলাগী তিৰোতা। টুক্-টাক্‌কৈ কেনেকৈ চলে, ভাবিলে অবাক হ'ব লাগে। তেওঁ দিয়া খবৰ-বাতৰিৰ মূল্য হিচাবে চাউলকণ, দাইলকণ, বা বেঙেনা এটা বা কোমোৰা জালিটো ঘৰৰ গৃহিণী সকলে দান কৰিছিল। কিন্তু সদায় তাৰো ভৰসা নাছিল। খৰি-খেৰ অৱশ্যে কাষৰ হাবিতে আছিল। সৰু সুৰা বেমাৰ-আজাৰৰ বনদৰবো তেওঁ জানিছিল। কিন্তু কাৰো ঘৰত সকাম-নিকাম হ'লে বুটি বুঢ়ীৰ পৰা সামান্য সহায় অকণো আশা কৰি পৰা নগৈছিল। সেইখিনি সহায়ে বুটি বুঢ়ীৰ আত্মসন্মানত আঘাত কৰিছিল। অৱশ্যে সকামৰ প্ৰসাদ বা ভোজ খাবলৈকো বুটি বুঢ়ী কেতিয়াও অহা নাছিল।

বুটি বুঢ়ী নাম কেনেকৈ হ'ল কোনেও নাজানে। চেহেৰাপাতিত অৱশ্যে চাপৰ আৰু গাঁঠলু। ওখ মেজৰ পিছফালে বৈ থাকিলে আগফালৰ পৰা নেদেখি। সুবিধাটো বুঢ়ীয়ে নোলোৱাকৈ থকা নাছিল। কোনো পৰিয়ালে অসতৰ্ক মুহূৰ্তত পতা ভিতৰুৱা কথা এনেকৈ "কাণেৰে ভিতৰ দিয়া মৰমে পশিছিল" বুঢ়ীৰ। মৰম তথা মনত স্থান পালে সহজে তাক যাবলৈ দিয়া ভকত নাছিল বুটি বুঢ়ী। তাহানিৰ নিস্তৰংগ সমাজত মহিলা সকলৰ আচৰণ-বিচৰণৰ ক্ষেত্ৰ আছিল অতি সংকুচিত। ঘৰৰ ভিতৰখন, আত্মীয়-স্বজনৰ ঘৰ, ওচৰ-চুবুৰিয়াৰ পৰিয়াল, আৰু মন্দিৰ বা নামঘৰ আছিল আইসকলৰ মুকলি বিচৰণৰ বাবে সংৰক্ষিত স্থল। তাৰ বাহিৰে ভূমুকা ভূমুকিৰেই হেঁপাহ পলুৱাব লগা হৈছিল তেওঁলোকে। বুটি বুঢ়ীৰ ৰোমাঞ্চকৰ পৰচৰ্চাই তেওঁলোকৰ কৌতুহ'ল নিবৃত্ত কৰিছিল, কল্পনাৰ পাখি গজাইছিল, অনুসন্ধিৎসা জাগ্ৰত কৰিছিল। বুটি বুঢ়ীয়ে তেনেকৈ নিজকে সমাজৰ বাহিৰত থাকিও সমাজৰ বাবে অপৰিহাৰ্য্য কৰি তুলিছিল। সন্ত সকলে কোৱা দৰে কচুপাতৰ পানীৰ নিচিনাকৈ "সংসাৰত থাকিও নাই, নাথাকিও আছে।" তেওঁৰ সৰ্বত্ৰ অবাধ গতি। অন্তেষপুৰৰ খবৰ নখৰ চুকুটোলৈকে জানিছিল তেওঁ।

জানিছিল নে? কিছুমান সঁচা-মিছা মিহলি, অথচ শুনি সুত লগা কথা, ঘাইকৈ তেওঁৰ জৰীয়তেই সমাজত বহুল প্ৰচলিত হৈছিল। অমুক বৰুৱাৰ প্ৰকাণ্ড হাউলি, ঘৰৰ সমুখত চাৰি পকী খুটাৰ মাজত সু-দৃশ্য চিক্‌মিকিয়া গাড়ী— যিটো তাহানিৰ গুৱাহাটীৰ বৰ আটকীয়া আছিল— পৰিয়ালৰ আটাইৰে ৰঙা-বগা থুলন্তৰ চেহেৰা। কিন্তু বুটি বুঢ়ীয়ে খবৰ পায়— (সৰুকৈ)— যে দুই ল'ৰা মদৰ জালত দিনতে ক'ব নোৱোৰা হৈ থাকে— সন্তান কেইটি আন কাৰোবাৰহে হবলা। বোৱাৰী কেইজনীয়ে দিনটো আন ডঙুৱা ডেকাল'ৰাৰ লগত চুপতি মাৰি থকা বুটি বুঢ়ীয়ে নিজ চকুৰে দেখা নাই জানো? তমুক গোসাঁইৰ ঘৰত যে আবিয়ে ছোৱালীজনী বেমাৰ দেখুৱাবলৈ

বাহিৰলৈ নিছিল? ক'ত বেমাৰ, আচলতে গা-ভাৰী হোৱাত বাহিৰত নি গা-খালাচ কৰাই আনিলে। কিন্তু গোসাঁইৰ তেজ কি চাবা, যেন কলিৰ দুৰ্বাসাহে ! তমুক কাকতীৰ কাৰবাৰৰ পয়োভৰ দেখিলে তভক্ খাব লাগে। কিন্তু জনাই জানে, কেনেকৈ কাৰবাৰ ডাঙৰ হ'ল। ভচুক চৌধুৰীৰ বিধবা ঘৈণীয়েকে বিশ্বাস কৰি এবাকচ অলংকাৰ থবলৈ দিছিল। পিছত কাকতীয়েই উলটি দুখুনী বিধৱাজনীক ধমক দিয়ে কেতিয়া দিছিলা বুলি।......... বিস্ফাৰিত নয়নে শুনি থাকে আইহঁতে। কোৱা বাহুল্য, ওচৰে পাজৰে থকা আমাৰ সৰু কেইটাৰ চকু আৰু বহলকৈ মেল খায়। কেতিয়াবা চকুত পৰিলে আইহঁতে দাবি দি বাহিৰলৈ পঠাই দিয়ে ডাঙৰৰ কথা কিয় শুনি আছ বুলি। কিন্তু আমাৰ জ্ঞানপিপাসা সহজে নিবৃত্ত নহৈছিল।

এনে কলিকালৰ সৰস্বতী বাগ্‌দেৱী বুটি বুঢ়ীৰ পৰাই জীৱনৰ এন্ধাৰ চুক-কোণৰ জ্ঞান সৰুতে লাভ কৰিছিলোঁ। ঘৰত কোনোদিনে নেদেখা-নুশুনা কথাবোৰ যেতিয়া বাহিৰত দেখিছিলোঁ, আৰু স্বীকাৰ কৰোঁ, বেছ আগ্ৰহেৰেই চাইছিলোঁ বা শুনিছিলোঁ— সেইবোৰ ৰোমহৰ্ষক ব্যতিক্ৰম বুলিহে ভাবিছিলোঁ। কিন্তু বুটি বুঢ়ীৰ কথাবোৰ কাণলৈ যোৱাত মাজে মাজে এনে ধাৰণা হৈছিল যে সেইবোৰেই স্বাভাৱিক সত্য, আমাৰ ঘৰত পোৱা আচাৰ-আচৰণহে ব্যতিক্ৰম। মাটি কামুৰি থকা আমাৰ ঘৰখনৰ তুলনাত সেইবোৰ ৰোমাঞ্চকৰ আৰু ৰহস্যময় ঘৰৰ কাহিনীকে আকাশৰ দৰে বিস্তৃত, বিশাল আৰু বিচিত্ৰ যেন লাগিছিল। বুঢ়ী পাকৈত গল্পকাৰ হোৱা হ'লে আজিৰ সমাজত **BEST-SELLING AUTHOR** হ'লহেঁতেন। কিন্তু তাহানি ইমান বঁটাবাহন নাছিল। বহু সাহিত্যিকে ঘৰৰ গালি-গালাজ খাই সাহিত্যচৰ্চা কৰিব লগা হৈছিল। বুটি বুঢ়ী নিৰক্ষৰ, কিন্তু সেইসকল সাহিত্যিকৰ দশা তেওঁৰো নোহোৱাকৈ থকা নাছিল। তেওঁৰ গল্প শুনি পৰম পৰিতৃপ্তি লাভ কৰা সকলেই তেওঁ পিঠি দিলেই তেওঁৰ বিষয়ে বক্ৰোক্তি কৰাত আগভাগ লৈছিল। মানৱ চৰিত্ৰৰ আন এক অতল ৰহস্য এয়ে যে বুটি বুঢ়ীয়ে সকলো পৰিয়ালৰ সকলো মানুহৰ বিষয়ে কাণ থিয় কৰি ৰাখিলেও নিজৰ বিষয়ে আনৰ ধাৰণা সম্পৰ্কে আছিল সম্পূৰ্ণ অচেতন। তেওঁৰ গল্প শুনি পুলকিত হোৱা সকলেও যে তেওঁৰ মন কুটিল আৰু কলুষিত বুলি ভাবিছিল, জনা হ'লে বুটি বুঢ়ী হয়তো আৰু বুটি হৈ মাটিত মিলি গ'লহেঁতেন। কাৰণ আগতেই কৈছোঁ, বুঢ়ী আছিল আত্ম-মৰ্যাদা সম্পন্ন ব্যতিক্ৰমী ব্যক্তিত্ব।

—বৰা আছিল কংগ্ৰেছৰ একনিষ্ঠ কৰ্মী তথা নেতা। কিছুমান কংগ্ৰেছী জে'ললৈ গ'লেও ঘৰখন সুন্দৰকৈ চলি গৈছিল, ঘৰৰে কোনোৱে ব্ৰিটিছ চৰকাৰৰ সেনাক বস্তু যোগান ধৰি দুপয়চা যোগাৰ কৰিব পাৰিছিল। তাকে লৈ মৃদু ফুচ্‌ফুচনি হৈছিল, সমাজত মৃদু ফুচ্‌ফুচনি থাকেই। কিন্তু কোনেও প্ৰকাশ্যে নিন্দা কৰা নাছিল। কিন্তু—

ববাৰ ঘৰত তবাৰ গাঁঠি! ববা ঘৰত থকা সময়তো উধাতু খাই কংগ্ৰেছৰ কাম কৰি ঘূৰি ফুৰে। তথাপি কিবাকৈ ঘৰৰ ভাতমুঠি যোগাৰ হয়। তেওঁ জে'লত সোমালেই ল'ৰা-ছোৱালীৰ চেহেৰা অভুক্ত, শীৰ্ণ হৈ পৰে চকুত পৰাকৈ, পিন্ধা ছাৰ্ট পেণ্ট শতচ্ছিন্ন হয়। ধৈৰ্য্যৰ প্ৰতিমূৰ্ত্তি পৰিবাৰৰ চকু গাঁতত সোমায়। কিন্তু বুটি বুঢ়াৰ ভাষ্য চমক্প্ৰদ ভাৱে বেলেগ। ববাৰ হেনো সেইবোৰ ভাওহে। তেওঁ বোলে চান্দাৰ বহীখন লৈ হেজাৰ টকা গোটাইছে, আৰু গান্ধী টুপিৰ তলতে বোলে কানি এফেৰিও লৈ ফুৰে। ছেগ চাই কানিয়াক বিক্ৰী কৰেগৈ— কানি-নিবাৰণলৈ যাওঁতে। আইহঁতে নীতিনিষ্ঠ ববাৰ বিষয়ে এনে মত শুনি কষ্ট পাইছিল কিন্তু গল্প হিচাবে পুৰামাত্ৰাই উপভোগ কৰিছিল।

এদিন আয়ে হঠাতে চকুৰ চাৱনি বেলেগ কৰি তীব্ৰ সুৰত বুটি বুঢ়াক ক'লে— "হয়নে বুটি, আমাৰ হৰি সাধন ডেকাৰ খবৰ কি? তেওঁ বোলে ৰাতি-ৰাতি ডি চিৰ বঙল্যালৈ যায়?" সপ্ৰতিভ বুটি বুঢ়ায়ে চৰ্চৰণি খালে। ৰঙা-বগা পৰি ক'লে— "মই.... মই কি জানো? ডি চি চাহাবৰ ঘৰত কি হয় মই কি জানো? পুলিচ চন্তৰীয়েহে জানিব।" আয়ে কিছু তাচ্ছিল্যৰে ক'লে, "তই আকৌ সকলো খবৰ পাৱ বুলিহে ভাবিছিলোঁ।" সেইদিনা বহুপৰ বৈও চাহ-জলপান নাপালে বুটি বুঢ়ায়ে। —ববাৰ দুৰ্নাম আইৰো আচলতে সহ্য হোৱা নাছিল। সাধাৰণ মানুহৰ ন্যায়বোধ আইহঁতৰ মাজতো তেতিয়া সজীৱ আছিল। বহুকাল পিছত জানিব পাৰিছিলোঁ ঠিকাদাৰ হৰিসাধন ডেকাই— ববাক ৰাজনৈতিক প্ৰতিদ্বন্দ্বী গণ্য কৰিছিল, আৰু বুটি বুঢ়াক তেওঁৰ বিৰুদ্ধে প্ৰচাৰত নমাইছিল। ঠিক আজিকালি কিছুমান মহলে কিছুমান কাকত পত্ৰ ব্যৱহাৰ কৰা দৰে। ❑

# এখন প্ৰাণৱন্ত সমাজ

"চিবিল ছচাইটি" (CIVIL SOCIETY) শব্দ দুটা প্ৰথম কেতিয়া পাইছিলোঁ, ভালকৈ মনত নাই। খুবসম্ভৱ নেলিৰ হত্যাকাণ্ডৰ সবিশেষ সমগ্ৰ ভাৰতৰ দৃষ্টিগোচৰ কৰা INDIA TODAY-ত প্ৰখ্যাত সাংবাদিক অৰুণ শৌৰিৰ নিবন্ধৰ পৰা। কিন্তু তাত তেখেতে কৈছিল যে চৰকাৰৰ ব্যৰ্থতা আৰু নিষ্ক্ৰিয়তাৰ ফলত "চিবিল ছচাইটি" বা নাগৰিক সমাজ বিভ্ৰান্ত আৰু মতিচ্ছন্ন হৈ পৰিছিল। "চিবিল্ ছচাইটি"ৰ ৰক্ষক বা অভিভাৱক ৰূপে চৰকাৰৰ এনে ভূমিকা প্ৰকৃত অভিধাটোৰ সংজ্ঞাৰ বিপৰীত যেনহে লাগে।

আজি অৱশ্যে সেই শব্দদুটা দেৱালীৰ ফুলজাৰি বা ফট্‌কাৰ দৰে সঘনে আৰু সশব্দে ব্যৱহাৰ হোৱা দেখোঁ। বিভিন্ন অনাচৰকাৰী স্বেচ্ছাসেৱী সংগঠনে (NGO) চৰকাৰৰ বাহিৰত থাকি "ছিৱিল্ ছচাইটি"ৰ সেৱা কৰা বা তাৰ প্ৰতিনিধিত্ব কৰাৰ দাবী কৰে। কিন্তু কাৰ্য্যক্ষেত্ৰত প্ৰায়ে এইধৰণৰ কিছু অনাচৰকাৰী সংগঠনৰ লগত চৰকাৰৰ লক্ষ্য বা উদ্দেশ্যৰ কোনো পাৰ্থক্য দেখা নাযায়। বিধ্বস্ত বনাঞ্চলত বহুদশক ধৰি ঘৰবাৰী সাজি খেতি-বাতি কৰি থকা বান-প্ৰপীড়িত লোকসকলক উচ্ছেদ কৰিব লাগে বুলি তেওঁলোকে চৰকাৰৰ লগতে উজান দিছে।

ৰাষ্ট্ৰ আৰু নাগৰিক সমাজৰ এই বৈপৰীত্য অষ্টাদশ শতাব্দীৰ পৰাই ইউৰোপত প্ৰভাৱশালী হৈ আছিল। কিন্তু তাৰো এক ঐতিহাসিক পটভূমি আছিল। একচ্ছত্ৰী আৰু স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ পৰা উদ্ধাৰ পাই সাংবিধানিক আৰু আইনী দৃষ্টিকোণৰ পৰা নাগৰিকসকলে নিজৰ অধিকাৰ সুৰক্ষিত কৰিবলৈ নানা সামাজিক সংগঠন গঢ়ি তুলিছিল— যিবোৰত ৰাষ্ট্ৰৰ হস্তক্ষেপ অবাঞ্ছিত বুলি ধৰা হৈছিল। কিন্তু নাগৰিকৰ জীৱনৰ কিছুমান ক্ষেত্ৰ ৰাষ্ট্ৰৰ হস্তক্ষেপৰ পৰা তুলনামূলকভাৱে মুক্ত বুলি ধৰি ল'লে ৰাষ্ট্ৰৰ পৰা নাগৰিকৰ কিছুপৰিমাণে স্বাতন্ত্ৰ্য থকা বুলিও বুজিব লাগিব। ফলত ৰাষ্ট্ৰ নাগৰিকসকলৰ ইচ্ছা-অনিচ্ছাৰ প্ৰতি নিৰ্লিপ্ত থাকিব নোৱাৰে। নাগৰিকসকলেও তেওঁলোকৰ অধিকাৰ সুৰক্ষিত কৰি ৰাষ্ট্ৰৰ আগত তেওঁলোকৰ মতামত, আশা-আকাংক্ষা, সম্মতি-অসম্মতি জনাব পাৰিব। সেয়ে 'চিবিল ছচাইটি" PUBLIC INTEREST তথা জনস্বাৰ্থৰ প্ৰতি নিয়োজিত বুলি ধৰি লোৱা হয়।

কিন্তু এতিয়া যদিও বাতৰি-কাকত, মাজে-সময়ে হোৱা নাগৰিকৰ প্ৰতিবাদ-বিক্ষোভ ইত্যাদিৰ মাজেৰে "চিভিল ছ'চাইটি"ৰ আদৰ্শ জীয়াই আছে, কাৰ্য্যক্ষেত্ৰত তাৰ সক্ৰিয়তা আৰু প্ৰভাৱ অতি সামান্য। বৰং সকলো কথাতে প্ৰত্যক্ষ বা পৰোক্ষভাৱে চৰকাৰ তথা তাৰ বৰমূৰীয়া সকলৰ ওপৰত নিৰ্ভৰশীলতা বৃদ্ধি পাইছে। "নাগৰিক" ক্ৰমে-ক্ৰমে এক নামহীন, মুখহীন ব্যক্তিত পৰিণত হোৱা দেখা গৈছে।

আমাৰ একেবাৰে সৰুকাল ছোৱাত দেশ বিদেশীৰ অধীন আছিল, তাৰ পিছত কেঁচুৱা স্বাধীন ৰাষ্ট্ৰই কোনোমতে থিয়দণ্ডা দিছিলহে। কিন্তু ৰাইজৰ মনত স্বাধীন নাগৰিক জীৱনৰ আৰ্হি সজীৱ হৈ আছিল। ৰাষ্ট্ৰ আৰু ৰাষ্ট্ৰৰ বৰমূৰীয়াসকল যে শেষ বিচাৰত জনপ্ৰতিনিধিহে, স্বৈৰতন্ত্ৰী ৰজা-মহাৰজা নহয়, সেই বোধ ৰাইজৰ মনত টন্‌টনিয়া হৈ আছিল। ফলত শাসনকৰ্তাসকলৰ দায়িত্ববোধ প্ৰখৰ হৈ আছিল। তেওঁলোকে পদবীতকৈ নিজা কামকাজেৰেই ৰাইজৰ শ্ৰদ্ধা আদায় কৰিবলৈ বাধ্য হৈছিল। আজিৰ দৰে মুখ্যমন্ত্ৰীৰ নিৰাপত্তাৰ নামত বাটৰ পৰা আবৰ্জনাৰ দৰে নাগৰিকক সাৰিঁপুছি নি এপিনে দ'ম কৰাৰ প্ৰথা প্ৰচলিত হোৱা নাছিল।

অৱশ্যে স্বাধীনতা সংগ্ৰামে অনা ঐক্য আৰু দায়বদ্ধতা সাধাৰণ নাগৰিকৰ মনৰ পৰা অন্তৰ্হিত হোৱা, আৰু একাংশ নাগৰিকে ৰাষ্ট্ৰৰ প্ৰভাৱাধীন আৰ্থিক আৰু অন্যান্য সা-সুবিধা নিজৰ বাবে শাসনকৰ্ত্তাক তুষ্ট কৰি আদায় কৰাৰ অভ্যাস প্ৰচলিত হোৱাৰ পৰাই নাগৰিকৰ মৰ্য্যাদা আৰু শক্তি হ্ৰাস পালে। সাধাৰণ আৰক্ষী বা চৰকাৰী অফিচৰ কেৰাণীৰ আগতো নাগৰিকে স্পষ্টকৈ আৰু আত্মবিশ্বাসেৰে কথা ক'ব নোৱাৰা হ'ল।

ইতিমধ্যে বৰ্ষিয়ান লোকসকলৰ স্মৃতিচাৰণত এইবোৰ কথা কিছু-কিছু প্ৰকাশ পাইছেই। ময়ো তাতে সামান্য দুটামান খুটিনাটি যোগ দিব খোজোঁ। তাহানিৰ গুৱাহাটীৰ কেইটামান অভিজ্ঞতাই মোৰ মনত দাগ কাটি থৈছে। প্ৰথমতে কাৰ্যালয় আদিত অধিকাংশ কৰ্মচাৰীসকলৰ আচৰণ যদি আজিৰ দৰেই ৰূঢ় আছিল (সম্ভৱতঃ কামৰ হেঁচাত), তথাপি তেওঁলোক আছিল কৰ্তব্য পৰায়ণ। সময়-নিষ্ঠা, দিনটোৰ কাম দিনতে শেষ কৰা, আদি আচৰিত ব্যতিক্ৰম নাছিল। একোজন শিক্ষক ছাত্ৰৰ বাবেই নহয় নাগৰিকৰ বাবেও আদৰ্শ ব্যক্তি আছিল। (তাৰ অৰ্থ এনে নহয় যে তেওঁলোক ব্যক্তিগতভাৱে সকলো মানবীয় দুৰ্বলতাৰ উৰ্ধ্বত আছিল, অথবা ল'ৰাই তেওঁলোকৰ জোকোৱা নাম ৰখা নাছিল।) ডাক্তৰৰ কথা কবই নালাগে। কিন্তু সেইটো ওপৰাৱালাৰ ভয়ত নহয়, নাগৰিক আত্মমৰ্যদাবোধৰ ফলত।

তাহানি দীঘলীপুখুৰী কেইবছৰমান ধৰি মীনবিভাগৰ মাছপোহা পুখুৰী আছিল। মাজে মাজে তাৰ মাছৰ খুচুৰা বিক্ৰীও হৈছিল। এনেদৰে তাৰ মাছৰ দাম কিছু সস্তা হোৱা বাবে গ্ৰাহকৰ দীঘলীয়া কিউ হৈছিল। তেতিয়া মহেন্দ্ৰ মোহন চৌধুৰি ডাঙৰীয়া শ্বিলঙত বিধানসভাৰ স্পীকাৰ। তেখেতো আমাৰ দৰে মৎসলোলুপ। শ্বিলঙলৈ উভতি

যাওঁতে মাছৰ লাইন দেখি তেওঁ ড্ৰাইভাৰজনৰ হাতত টকা দি মাছ কিনিবলৈ পঠাই দিলে। স্পীকাৰৰ ড্ৰাইভাৰ আৰু ক'ত লাইনত থিয় দিব? লাইন ভাঙি আগলৈ গৈ মাছ কিনিব খোজাত বিক্ৰীকেন্দ্ৰৰ কৰ্মচাৰীয়েও সমীহ কৰি তেওঁকে আগতে দিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু লাইনত থিয় দি থকা ৰাইজে কথাটো গম পাই ড্ৰাইভাৰৰ উপৰি মহেন্দ্ৰ মোহন চৌধুৰি দেৱকো শিশুপাল-খেদা দিছিল। কোবাকুবিকৈ দৌৰি দুয়ো গাড়ীত সোমাই পলোৱা মোৰ এতিয়াও মনত পৰে। কোৱা বাহুল্য চৌধুৰি ডাঙৰীয়া জনপ্ৰিয় নেতা আছিল, তেওঁৰ সৎকামৰ কথা ৰাইজে জানিছিল। কিন্তু ৰাইজৰ মৰ্যাদা অৱহেলা কৰা সহ্য কৰা নাছিল।

আৰু এদিনৰ কথা। দেৱকান্ত বৰুৱাক মই কিমান শ্ৰদ্ধা কৰোঁ, আগতে লিখিছোঁ। আমি হাইস্কুলত পঢ়া সময়ত এবাৰ কলিকতাত তেখেতে ভাষণ দিলে যে বঙালী ভাষা সমগ্ৰ পূৰ্বভাৰতৰ মাণ্ডলিক ভাষা (ZONAL LANGUAGE) হ'ব লাগে। ৰাজনীতিবিদে কোৱা কথা। সাময়িক জনপ্ৰিয়তা অৰ্জনৰ স্বাৰ্থত দিয়া মামুলি মন্তব্য। কিন্তু গুৱাহাটীৰ ৰাইজ ইমান ক্ষুব্ধ হ'ল যে কাৰ্জন হলত (নবীন বৰদলৈ হল) ততালিকে সভা পাতি বহু ৰাতিলৈকে বহু শ্ৰোতাৰ উপস্থিতিত কেইবাজনো বক্তাই তৰ্জন গৰ্জন কৰি তেওঁৰ শ্ৰাদ্ধ কৰিলে। বৰুৱা দেৱ বুদ্ধিমান। তেওঁ নীৰৱেই সেই উল্কাবৃষ্টি সহ্য কৰিলে।

এইবাবেই বোধহয় মধ্যবিত্তৰ মনত সাম্যবাদ শব্দটোৱে ভীতিসঞ্চাৰ কৰিলেও নিৰ্বাচনত গৌৰীশংকৰ ভট্টাচাৰ্যকহে জিকাই পঠাইছিল গুৱাহাটীৰ ৰাইজে। কাৰণ? কাৰণ বিৰোধী পক্ষক শক্তিশালী কৰি চৰকাৰক লেকাম ধৰি ৰাখিব লাগে।

তাহানি যিকোনো খ্যাতিমান বা প্ৰভাৱশালী ৰাজনৈতিক নেতা আহিলেই গুৱাহাটীৰ ৰাইজে সদলবলে গৈ জজফিল্ডৰ ঘাঁহনিত ৰুমাল পাৰি বহি থাকে ভাষণ শুনিবলৈ। আজিৰ দৰে চৰকাৰী কৰ্মচাৰীয়ে ভয়তে বিৰোধী দলৰ সভালৈ নোযোৱাৰ দৰে কথা আছিল অভাৱনীয়।

সৰুকালত যিমানবোৰ সাংস্কৃতিক অনুষ্ঠান দেখিছিলোঁ, ক'তো মন্ত্ৰী আদি ৰাজনৈতিক ব্যক্তিক সভাপতি বা মুখ্য অতিথি হোৱা দেখা নাছিলোঁ। মন্ত্ৰীসকলো যিমানেই ক্ষমতাৰ প্ৰতি লালায়িত নহওক, বিদ্বান, শিল্পী আদিক সন্মান কৰিব জানিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈয়ে সময় নিমিলিলে যিমানেই ডাঙৰ ৰাজনৈতিক নেতা নহওক, সাক্ষাৎ নকৰিছিল। গুৱাহাটীৰ ৰাইজে তেওঁক ভালদৰে নুবুজিলেও এই কথাৰ বাবে সন্মান কৰিছিল। বিদ্বান, শিল্পী আদিয়েও কাৰো ওচৰত যাচক নহৈ নিজৰ সন্মান ৰক্ষা কৰিব জানিছিল।

"তে হি নো দিৱসা গতাঃ।" ❑

# "My Days Among the Dead"

বাতৰিকাকতৰ পৃষ্ঠাত অলসভাৱে চকু ফুৰাই যাওঁতে চকুত পৰিল "শিক্ষকৰ অস্বাভাৱিক মৃত্যু" শিৰোনামাত প্ৰকাশিত এটি খবৰ। কামৰূপ একাডেমিৰ শিক্ষক। অকলশৰে থকা শিক্ষকজনৰ মৃতদেহ মৃত্যুৰ তিনিদিনমান পিছতহে গলিত অৱস্থাত উদ্ধাৰ হয়। তাকো গম পোৱা গ'ল দুৰ্গন্ধ বাহিৰ হৈ ওচৰ-চুবুৰিয়াৰ অশান্তি হোৱাত। পুলিচে দুৱাৰ ভাঙি মৃতদেহ আবিস্কাৰ কৰিছে।..............

অৰ্দ্ধমনস্ক হিচাবে আৰু অলপ পঢ়ি দেখিলোঁ শিক্ষকজনৰ নাম দিলীপ বৰুৱা। হঠাতে মূৰৰ মাজত এসোঁতা গৰম কিহবাৰ প্ৰবাহ অনুভব কৰিলো। গভীৰ ব্যথা আৰু অনুকম্পাৰ ভাবে মনটো হেঁচা মাৰি ধৰিলে। আজি প্ৰায় পঁচিছ বছৰে মই দিলীপৰ কোনো খবৰ লোৱা নাই, বাটত দেখাদেখি হ'লেও মাতবোল দিয়া নহয়। অথচ এসময়ত কি নিৰ্মল, নিষ্পাপ বন্ধুত্ব আছিল আমাৰ, কোনো অভিমান, সংশয়, ঈৰ্ষা-বিদ্বেষে কলুষিত কৰা নাছিল আমাৰ সহৃদয়তা ! তাৰ পিছত আমি ডাঙৰ হ'লোঁ। সন্দেহ আৰু অবিশ্বাস শিকিলোঁ। নিজৰ প্ৰয়োজন নিজৰ স্বাৰ্থকে জীৱনৰ কেন্দ্ৰত স্থান দি বন্ধু-বান্ধৱক আনুষংগিক উপাদান বুলি ধৰিবলৈ ললোঁ। সহনশীলতা আৰু ক্ষমাৰ স্বাভাৱিক অভ্যাস হেৰুৱালোঁ। কেতিয়াবা ৰাস্তাত দিলীপক দেখিলে তেওঁৰ চকুত দেখোঁ মোক কিবা কবলৈ যেন ব্যগ্ৰতা ফুটি উঠিছে। কিন্তু তেওঁক আৰু মই বিশ্বাসত ল'ব নোৱাৰোঁ। উদাসভাৱে কাষেদি পাৰ হৈ যাওঁ। কোনো কোনো বন্ধুৰ মুখত শুনোঁ দিলীপে মোৰ কিবা বদনাম গাইছে। কান্ধ জোঁকাৰি বিৰক্তিৰ ভাব গুচাই দিওঁ মনৰ পৰা।

দিলীপৰ মুখখন শেষবাৰলৈ চাবলৈ এটা হেঁপাহ হ'ল। খবৰ লৈ শ্মশানত যেতিয়া উপস্থিত হ'লোঁ, তালৈ যোৱা ৩/৪ জন মানুহে মোক শবৰ ওচৰলৈ যাবলৈ

নিদিলে। পোকে খাই মুখখন চিনিব নোৱাৰা কৰি পেলালে। ভিতৰি কথাটো শুনি জিকাৰ খাই উঠিলোঁ। মানুহৰ এনে দশা হয়নে?

শ্মশানত চাৰিজনমান মানুহ। সাধাৰণতে শ্মশানত যি দেখা যায়— আত্মীয় কুটুম্বৰ অশ্ৰুসজল মুখ, বন্ধু-বান্ধৱৰ বেদনাহঁত দৃষ্টি, মৃতকৰ বিষয়ে অনুচ্চ আলোচনা, মৃতকৰ লগত কিবা সম্পৰ্ক থকা অচিনাকী মানুহ পৰস্পৰৰ চা-চিনাকী হোৱা— দিলীপৰ অন্তিম সংস্কাৰৰ সময়ত এইবোৰ একো দেখা নগ'ল। কঠোৰ নিঃসংগ জীৱন যাপন কৰা দিলীপে আক্ষৰিক অৰ্থতে নীৰৱে, অন্তিম যাত্ৰাও কৰিব লগা হ'ল ভয়াবহ, কৰুণ নিঃসংগতাৰে।

অৱশ্যে দিলীপ মই শুনামতে তাৰ বাবে সাজু আছিল। নিজৰ চাৰিওপিনে তেওঁ নিৰ্মাণ কৰি লৈছিল একাকিত্বৰ দুৰ্ভেদ্য দেৱাল। অকলশৰীয়া ঘৰটোলৈ তেওঁ কাকো নিমন্ত্ৰণ কৰা নাছিল, কোনোবাই যাব খুজিলেও উৎসাহ নিদিছিল। শুনিছোঁ, ফুটপাথ আৰু কিতাপৰ দোকানতে তেওঁ চিনাকী মানুহৰ লগত বাক্যালাপ কৰিছিল।

আঘাতে-আঘাতে জৰ্জৰিত কৰা মানুহজনে হৃদয়ৰ কেউফাল গড় মাৰি কি অনুভৱ কৰিছিল? নিৰাপত্তা? শূন্যতা? সংগৰ বাবে ব্যাকুল আকাংক্ষা? মই আৰু কোনোদিনে নাজানিম।

বিভিন্ন গ্ৰন্থকাৰৰ গ্ৰন্থৰ মাজত তেওঁ বিচাৰিছিল সেই নিঃচৰ্ত আগ্ৰহ, অনাবিল শুভাকাংক্ষা। আনক জনাৰ আৰু বুজাৰ যি আগ্ৰহ আৰু প্ৰয়াসে আমাৰ জীৱন জীপাল কৰি ৰাখে, যাৰ পৰা উদ্ভুত হয় বন্ধুত্ব আৰু প্ৰেমৰ দুৰ্লভ আনন্দময় প্ৰশান্তি, জীৱনৰ পৰা তাক দৃঢ়তাৰে, কঠোৰ হাতেৰে বহিষ্কাৰ কৰিছিল দিলীপে। গ্ৰন্থৰ জগতত আকস্মিক বিস্ময়, দুখ-বেদনা, আনন্দ-উল্লাস, আমাৰ নিয়ন্ত্ৰণাধীন হৈ থাকে। ইচ্ছা কৰিলেই বিৰহ ব্যথাৰ জুই আমি সেই জগতত নুমাব পাৰোঁ, ভুতে পোৱা আবেগৰ অথাই সাগৰৰ পৰা ওলাই তীৰত থিয় দিব পাৰোঁ। তুলনাত জীৱনৰ চিৰবিক্ষুব্ধ মহাসাগৰৰ তৰংগৰ নাগপাশে আমাক যেন গ্ৰাস কৰিব খোজে। তাৰ অনিশ্চয়তাই মনত সঞ্চাৰ কৰে ত্ৰাস আৰু বিতৃষ্ণা। তাহানিতে গৌতম বুদ্ধই আৱিষ্কাৰ কৰিছিল জীৱন দুখৰ অনবচ্ছিন্ন প্ৰবাহ, আৰু তাৰ মূলত আছে জীৱৰ অন্তহীন আসক্তি।

কিন্তু দুখৰ পৰা হাত সাৰিবলৈ গৈ কি পাইছিল দিলীপে? আমি কি প্ৰত্যেকেই এই ভয়াবহ উপলব্ধিৰ পৰা বিভিন্ন কৌশলেৰে পলায়ন কৰাত ব্যস্ত? কৃচ্ছ্ৰসাধন কৰা সন্যাসী আৰু ভোগ-লালসাত আকণ্ঠ নিমজ্জিত পুৰুষ বা নাৰী, দুয়োবিধ মানুহেই কি পলাতক?

মানুহৰ মানবতা জানো এই নিষ্ঠুৰ শূন্যতাৰ বিৰুদ্ধে অহৰহ সংগ্ৰাম নহয়? সভ্যতা জানো তাৰ বিজয়স্তম্ভ নহয়— যদিও সকলো বিজয়স্তম্ভই এদিন জীৰ্ণ হৈ

ধূলিত বাগৰি পৰে? কিছু পুৰণিকলীয়া ভাষাত দেৱকান্ত বৰুৱাই লিখিছিল—

সৃষ্টিৰ দিনৰে পৰা পৰা নিয়তিৰ সতে হেৰা মানুহৰ সংগ্ৰাম অক্ষয়......।

কিন্তু শূন্যতাৰ বিৰুদ্ধে এই প্ৰতিৰোধ সংগ্ৰামৰো সাৰ্থক পদ্ধতি বা ৰণনীতি আছে। মোৰ মনত পৰে ওৰে জীৱন নাস্তি বা নেতিৰ ভয়াবহ আতংকৰ লগত ব্যক্তিগত সংগ্ৰাম চলোৱা জোছে'ফ কন্‌ৰাডৰ "লৰ্ড জিম"ৰ সেই বিষাদ-গম্ভীৰ উপদেশ (এজন জ্ঞানী জাৰ্মানৰ হেনাইচা ইংৰাজীত কোৱা)ঃ

".......Very funny this terrible thing is. A man that is born falls into a dream like a man who falls into the sea. If he tries to climb out into the air as inexperienced people endeavour to do, he drowns..... No! I tell you! The way is to the destructive element submit yourself, and with the exertions of your hands and feet in the water make the deep, deep sea keep you up..."

কন্‌ৰাডে যি জীৱন-স্বপ্নৰ কথা কৈছে, সিও অতল শূন্যতাৰ সাগৰত ভাহি থাকে। শূন্যতাৰ লগত সন্ধি নকৰাকৈ যদি সেই স্বপ্ন কোনোবাই দেখি যাব খোজে, তাৰ সপোন ভাঙে আৰু সি ডুবি যায় শূন্যতাৰ অতল গহ্বৰত। প্ৰেম, বন্ধুত্ব, এইবোৰো স্বপ্ন আৰু সেই স্বপ্ন দেখিবলৈ আমি আঘাতৰ বেদনা, বিচ্ছেদৰ আতংক, সংশয়ৰ অস্থিৰতা, বিশ্বাস ঘাতকতাৰ বিপদ বুকু পাতি ল'ব লাগিব। দিলীপ সাগৰত নামিছিলনে? মই কেনেকৈ কম?........

মই এম. চি. এম. ই স্কুলৰ ছাত্ৰ হৈ থাকোঁতে ডিব্ৰুগড়ৰ পৰা ল'ৰা এটা আমাৰ শ্ৰেণীত (ক্লাছ ফ'ৰ নে ফাইভ, পাহৰিছোঁ) ভৰ্ত্তি হ'ল। মই নিজে যেনে চঞ্চল আৰু অস্থিৰ, ল'ৰাটো তেনে শান্ত আৰু গহীন। তেওঁ থাকে অধ্যাপক বসন্ত বৰুৱাৰ দেউতাক স্বৰ্গীয় ৰত্নেশ্বৰ বৰুৱাৰ চেনিকুঠিৰ ঘৰত। সেই সময়ত 'Assam Tribune' কাকতত চিঠি এখন প্ৰকাশ কৰিব পৰাটো গুৱাহাটীৰ নাগৰিক সকলৰ মানত কৃতিত্বৰ কথা আছিল। সম্পাদক লক্ষ্মীনাথ ফুকনৰ ইংৰাজী জ্ঞান আৰু বিচাৰবুদ্ধি আছিল প্ৰখৰ। সেই সময়তে মাহত দুই-তিনিবাৰকৈ নাগৰিক জীৱনৰ বিভিন্ন সমস্যাৰ বিষয়ে ৰত্নেশ্বৰ বৰুৱাৰ চিঠি প্ৰকাশ পাইছিল।

নতুন ল'ৰাটোৱে আমাৰ খেলাধূলাত যোগ দিয়ে, কিন্তু বেছি কথা নকয়। সদায় একধৰণৰ আত্মনিৰ্ভৰ গাম্ভীৰ্য লৈ থাকে। সিমান চোকা ল'ৰা বুলি ধাৰণা হোৱা নাছিল। আমাৰ এজন শিক্ষকে কিবা কাৰণত প্ৰথমৰে পৰা তাক চকু পাৰি দেখিব নোৱাৰা হ'ল। সামান্য দোষতে গুৰু শাস্তি দিয়ে আমাক অবাক কৰি। এদিন

সোমায়েই বেঞ্চৰ ওপৰত ল'ৰাটোক থিয় কৰাই ক্লাছ আৰম্ভ কৰিলে। তাৰ পিছত আমাক সুধিলেঃ "তোমালোকে B.A./B.Sc. এইবোৰ শব্দ শুনিছা নহয়। সম্পূৰ্ণ শব্দবোৰ কি জানানে? এইবোৰ সংক্ষিপ্ত ৰূপহে!"

কোৱা বাহুল্য আমাৰ শ্ৰেণীৰ কোনেও উত্তৰ দিব নোৱাৰিলে। মোৰ প্ৰতি আগ্ৰহেৰে চালে শিক্ষকে, কিন্তু মোৰো বিদ্যাৰ তলি উদং। অকস্মাৎ সেই নিবোকা ল'ৰাটোৱে বেঞ্চৰ ওপৰত থিয় হৈ থকা অৱস্থাতে মাত দিলেঃ "মই জানো?" "তই? কচোন B.A. মানে কি?" উপলুঙাৰ সুৰত শিক্ষকে ক'লে। ল'ৰাটোৱে গহীনাই ক'লেঃ "বেচেলৰ্ অব আৰ্টছ"। সেই সময়ত জ্ঞানৰ গৌৰৱত তাৰ গহীন মুখখন যেন উজ্জ্বলি উঠিছিল। সবিস্ময়ে সমগ্ৰ ক্লাছে ল'ৰাটোলৈ চালে। শিক্ষকজনে কিছু বিব্ৰত আৰু অনিচ্ছুক ভাবে ক'লে ঃ "ঠিক! নাম, তই বেঞ্চৰ পৰা নাম"।

এই ল'ৰাটোৱেই আছিল দিলীপ। তাৰ পিছত তাৰ লগত মোৰ ঘনিষ্ঠতা হ'ল। আমি একেবোৰ গল্পৰ কিতাপ পঢ়োঁ, ইজনে সিজনক ধাৰলৈ দিওঁ। পকী পুলৰ ওপৰত বহি কিতাপ পত্ৰৰ কথা পাতোঁ আৰু শৈশৱৰ নানা আবেগ অনুভূতি, সপোন আৰু চমৎকাৰ অভিজ্ঞতাৰ কথা। সকলোৰে লগত কথা পাতিতো সিমান ভাল নালাগে।

ঠিক কৰিলোঁ আমি এখন হাতে লিখা আলোচনী উলিয়াম। দাদু (প্ৰদীপ মানে পিছলৈ প্ৰত্নতত্ত্ববিদ ড° প্ৰদীপ শৰ্মা), দিলীপ, নগেন (পিছত বি. বৰুৱা কলেজৰ ভূগোলৰ অধ্যাপক নগেন তালুকদাৰ) আৰু মই, সাহিত্য-আকাশৰ ভোটা তৰা হ'বলৈ আলোচনীখন যথাৰীতি "প্ৰকাশ" কৰিলোঁ। উদ্বোধন কৰিলে ৰত্নেশ্বৰ বৰুৱাই। হাঁয়। আমাৰ পাঠকো আমাৰ কেইটাৰ বাহিৰে ৰত্নেশ্বৰ বৰুৱাই আছিল। লগৰ আন ল'ৰাৰ এনে "সাহিত্য"ৰ প্ৰতি বিন্দুমাত্ৰও আগ্ৰহ নাছিল। বৰুৱা দেৱে আওজা চকীত বহি আমাক আমাৰ প্ৰবন্ধ-কবিতা-গল্পবোৰ পাঠ কৰিবলৈ কৈ চকু মুদি শুনে আৰু মাজে মাজে শলাগে। সেই বয়স্ক মিঠামুখীয়া মৰমীয়াল ঘূৰণীয়া মুখ আৰু সেৰেঙা চুলিৰ তালুৰে মানুহজনৰ উৎসাহে আমাৰ কণমান চিত্তবোৰ পালতৰা নাৱত তুলি কোন দূৰণিলৈ পঠাই দিয়ে.........

দিলীপৰ নাও শেষত বালিচৰত লাগি ধৰিছিল। কেনেকৈ, তাৰ সম্পূৰ্ণ খবৰ মই নাপালোঁ।

কলেজিয়েটত পঢ়া সময়ত দিলীপক লগ পোৱা মোৰ মনত নাই। সম্ভৱতঃ তেওঁ তেতিয়া ডিব্ৰুগড়লৈ উভতি গৈছিল। আকৌ লগ পালোঁ কটন কলেজত— মই আই-এ (আজিকালিৰ 'Higher Secondary Arts') আৰু দিলীপ আই-এছ-চি'ৰ ছাত্ৰ (আজিকালি 'Higher Secondary Science')। ছায়েন্সৰ

ছাত্র বিলাকে আৰ্টছৰ ছাত্ৰতকৈ বেছি ব্যস্ত থাকিব লগীয়া হয়। গণিতত দিলীপৰ দখল আছিল, কিন্তু দৰাচলতে তেওঁৰ ৰাপ আছিল আৰ্টছত। সেয়ে তেওঁৰ তৃষিত প্ৰাণে সাহিত্যৰ বিষয়ে কথা পাতিবলৈ আমাৰ দৰে কাৰো কাৰো সংগত শান্তি বিচাৰি আহিছিল। তেতিয়া অধ্যাপক মহেন্দ্ৰ বৰা আদিৰ উদগনি আৰু উদাহৰণে ইউৰোপীয় সাহিত্য বা বিদেশী সাহিত্য সম্পৰ্কে আমাক উৎসুক কৰি তুলিছিল। তেতিয়াই অধ্যাপক বৰা আদিতকৈ বিদেশী সাহিত্যৰ বিষয়ে দিলীপে অধিক সঠিক খবৰ ৰাখিছিল। টলষ্টয়ৰ অনুবাদ কোন চনত কোনে কোনে কৰিছে, ইংৰাজী সংস্কৰণ কেইটা ওলাইছে, তমাছ মানৰ অনুবাদ কোনে কৰিছে, তেওঁৰ বিষয়ে কোনে কি লিখিছে, দিলীপৰ নখদৰ্পণত থকা যেন লাগিছিল। সেই সময়তে ললিত বৰুৱা যোৰহাটৰ পৰা আহি আমাৰ লগ লাগিছিল। তেওঁৰ সান্নিধ্যৰ পৰা বিশেষকৈ ৰবীন্দ্ৰ সংগীত আৰু উচ্চাংগ সংগীতৰ বিষয়ে মোৰ আগ্ৰহ বাঢ়িছিল। দিলীপৰ লগত তেওঁৰো বন্ধুত্ব হ'ল।

কিন্তু দিলীপ যেন লাহে লাহে অলপ আঁতৰি গৈছিল। তেওঁৰ মনত এক প্ৰবল কিন্তু অব্যক্ত আবেগৰ অস্থিৰতা মই মাজে মাজে অনুভৱ কৰিছিলোঁ। লগৰ ল'ৰাবোৰৰ বিষয়ে তেওঁৰ মন্তব্য মাৰাত্মকভাবে ক্ষুৰধাৰ হৈ উঠিছিল। ললিতো আমাৰ সাধাৰণ ছাত্ৰ-ছাত্ৰীৰ বিষয়ে সমানেই বিদ্ৰূপ-ব্যংগত মুখৰ— কিন্তু তেওঁ তাক হাস্যৰসৰ মছলাৰে তৃপ্তিদায়ক কৰি তুলিছিল। ডেকা বয়সৰ উন্নাসিকতা মোৰো কম নাছিল। কিন্তু আজি স্বীকাৰ কৰোঁ মোৰ ক্ষেত্ৰত সেইটো কিছু কৃত্ৰিম আছিল। কাৰণ সাধাৰণ ছাত্ৰৰ সংসৰ্গ তেওঁলোক দুজন নাথাকিলে মই ভালেই পাইছিলোঁ!! আনহাতে দিলীপৰ মনত সাধাৰণ, সাহিত্য সংস্কৃতিৰ ধাৰ নাধাৰা বা সেই বিষয়ে প্ৰচলিত ৰুচি অনুসৰণ কৰা ছাত্ৰ তথা তৰুণ বিলাকৰ প্ৰতি অবজ্ঞাই যেন আক্ৰোশ আৰু বিদ্বেষৰ ৰূপ ল'বলৈ ধৰিছিল। কৈশোৰৰ পৰা তাৰুণ্যৰ স্তৰলৈ উত্তীৰ্ণ হোৱা সময়ত মানুহৰ যি ধৰণৰ আবেগিক সমস্যা হয়, তাৰ যথাৰ্থ নিৰসন কৰিব নোৱাৰি অন্তৰ্মুখী দিলীপ যেন আনৰ প্ৰতিও নিষ্ঠুৰ আৰু অসহিষ্ণু হৈ পৰিছিল। (সেই কথা অৱশ্যে মই আজিহে পৰিষ্কাৰকৈ উপলব্ধি কৰিছোঁ।)

সেই সময়তে "ৰামধেনু"ত উজানত উঠা মাছৰ দৰে মই দুটামান চীনা কবিতা অনুবাদ কৰিছিলোঁ। তাৰে এটা আছিল "বন্ধুবৰ মেং-হাও-জানৰ পৰা বিদায় লওঁতে" বা তেনে কিবা শিৰোনামাৰ। অনুবাদটো বোধহয় ভালেই হৈছিল, আৰু কৈশোৰৰ প্ৰবল ভাববিহ্বলতাই তাক এটা তীব্ৰ ৰূপ দিছিল। "ৰামধেনু"ৰ সেই সংখ্যাটো হাতত লৈ গহীন-গম্ভীৰ দিলীপ আমাৰ ঘৰ পালেহি। তেওঁৰ চাৱনি উদাস, বিভোৰ, চকু ছলছলীয়া। বিদ্ৰূপবাণ হনাত পাকৈত দিলীপৰ এই ভাবান্তৰে লেখক হিচাপে মোক

গৌৰৱান্বিত কৰিলেও মই কিছু আচৰিতো হৈছিলোঁ।

ওপৰত উল্লেখ কৰা সমস্যাৰ বাবেই দিলীপ পঢ়াশুনাত ক্ৰমে পিছ পৰি আহিল। মই কলিকতালৈ উচ্চ শিক্ষাৰ কাৰণে গ'লো। তেৰোঁ ছায়েন্স্ এৰি ইংৰাজী অনাৰ্ছ ল'লে। তেতিয়াও তেওঁৰ লগত মোৰ চেগা-চোৰোকাকৈ পত্ৰালাপ হৈছিল। গুৱাহাটীলৈ আহিলে তেওঁৰ লগত দেখাদেখি হয়েই। ইতিমধ্যে তেওঁৰ কথাবতৰাত নস্যাৎ কৰা ধৰণৰ বিদ্ৰূপ-ব্যংগৰ চোক আৰু বাঢ়িছিল। এপিনে জগৎখনৰ প্ৰতি প্ৰতিভাবান, অদ্ভুত সংবেদনশীল দিলীপৰ বিতৃষ্ণাৰ ভাব বেছি হৈছিল, অথচ সেইখন জগততে তাল মিলাই চলাৰ প্ৰয়োজনো তেওঁ এৰাব পৰা নাছিল। এই ভয়ংকৰ অন্তৰ্দ্বন্দ্বৰ পৰা তেওঁ পৰিত্ৰাণ পাইছিল তমাছ মানৰ 'টনিয়' ক্ৰয়গাৰ", "ডিজৰ্ডাৰ এণ্ড্ আৰ্লি ছৰৌ" আদি গল্পৰ অসুখী, বিচ্ছিন্ন আত্মাৰ অনুভৱত নিমগ্ন হৈ বা ৰিল্‌কাৰ কবিতাৰ ৰহস্যময় অন্বেষণৰ জগতত। মই তেওঁৰ সেই অন্তৰ্মুখী যাত্ৰাৰ সহযোগী হ'ব পৰা নাছিলোঁ, কলিকতাই মোৰ সমুখত নতুন দিগন্ত মুকলি কৰি দিছিল, অভিযাত্ৰীৰ উদ্দীপনা অন্তৰত অনুভৱ কৰিছিলোঁ। কলিকতাত পিছত এটা খুন্দা খালেও কলিকতাই মোৰ মনোজগতৰ বিকাশত বিশেষ প্ৰভাৱ পেলাইছিল। তাৰপৰা দিল্লী আৰু অৱশেষত কে'ম্ব্ৰিজ্। দিলীপৰ লগত যোগাযোগ থাকিলেও অন্তৰংগতা ভালেখিনি হ্ৰাস পাইছিল। গুৱাহাটীৰ পৰিবেশত দুই-চাৰিজন অধ্যাপকৰ বাহিৰে বাকী সকলৰ অধ্যয়নবিমুখ, অলস, নিৰুৎসুক বৌদ্ধিক জীৱনৰ বিষয়ে তেওঁ গভীৰ অনাস্থা আৰু ৰূঢ় মন্তব্য প্ৰকাশ কৰিছিল। অভাৱটো তেওঁ ধৰিছিল ঠিকেই, কিন্তু সেই অভাৱ পূৰণৰ ৰাস্তাটো তেওঁ গুৱাহাটীত বিচাৰি নাপালে।

দিলীপে এম এ'ত নামভৰ্ত্তি কৰিলেও পৰীক্ষাত নবহিল। সেই বিষয়ে মই উষ্মা আৰু বিৰক্তি প্ৰকাশ কৰিলে তেওঁ ঢেক্-ঢেক্‌কৈ হাঁহে আৰু কয় যে পৰীক্ষাৰ লগত কোনোদিনে তেওঁৰ ৰাহি-জোৰা নাহিব। গ্ৰন্থৰ বিশাল বিচিত্ৰ জগততে তেওঁ যেন অধিক সময় কটাইছিল। কলিকতাত এনে নিৰ্লিপ্ত, উচ্চাকাংক্ষাৰহিত **BIBLIOPHILE** বা গ্ৰন্থপ্ৰেমী দুৰ্লভ নহয়। তাৰ সমাজত তেওঁলোকৰ বাবে এক বিশেষ সংৰক্ষিত স্থানো আছে। অসমত নাছিল। অবোধ, অসহিষ্ণু সমাজৰ অহৰহ চাপত তিক্ত-বিৰক্ত দিলীপ দিনে দিনে যেন অধিক মাৰমুখী হৈ পৰিছিল কথাবতৰাত। বহুকাল পিছত গম পালোঁ দিলীপে মানসিক ৰোগী হিচাবে দুবছৰমান ভয়ংকৰ সময় পাৰ কৰিছিল। বাটত মানুহক আক্ৰমণ পৰ্যন্ত কৰিছিল।..........

বিলাতৰ পৰা ঘূৰি আহি উদণ্ডীয়া গৰুৰ দৰে ঘূৰি ফুৰোঁ। সংসাৰ হোৱা নাই। পূৰ্বৰ বন্ধু-বান্ধৱ সকলৰ ভিতৰত বিবাহিত সকলৰ জগতখন যেন অলপ বেলেগ হৈ গ'ল। তেওঁলোকৰ লগত পূৰ্বৰ অবাৰিত আদান-প্ৰদানৰ বাটটোত সময়ে সময়ে

**ROAD BLOCKED** জাননী উঠা অনুভৱ কৰিলোঁ। স্বাভাৱিকতে ডাং-ৰবলা সকলৰ ক্লাবত যোগ দি দিলীপ আৰু অন্যান্য সদস্যৰ লগত বেছিকৈ মিলামিছা কৰিবলৈ ধৰিলোঁ। অপ্ৰিয় সত্য এয়ে যে অসমীয়া সমাজত নতুন চিন্তা, সাহিত্য আৰু সংস্কৃতিৰ ধাৰা প্ৰবৰ্ত্তন কৰিবলৈ গৈ আমি চোকা ভাষাত আমাৰ আড্ডাত প্ৰতিষ্ঠিত সকলৰ শ্ৰাদ্ধ কৰিছিলোঁ আৰু নতুন সকলক স্বীকৃতি দি পোহৰলৈ আনিবলৈ বিচাৰিছিলোঁ। (এতিয়াৰ ডেকা লেখক-শিল্পীয়ে ঠিক একে পদ্ধতিৰে আমাৰো শ্ৰাদ্ধ কৰি থকা বুলি জানিলে সেই কথাটো মনত পৰে।) মোৰ আকৌ মূৰত সোমাই আহিছিল মাৰ্ক্সবাদৰ বায়ু! এই বিষয়ে দিলীপৰ আছিল প্ৰবল আৰু অটল নিৰাসক্তি। আন এজন ঘনিষ্ঠ বন্ধুৰ লগত প্ৰধানকৈ এই কথা লৈ মোৰ তীব্ৰ সংঘাত আৰম্ভ হ'ল। তেওঁ ইতিমধ্যে মোৰ পৰা ফালৰি কটাৰ যো-জা কৰিছিল আৰু মোৰ মাৰ্ক্সবাদে তেওঁক আসন্ন বিচ্ছেদৰ চেলু এটাও আনি দিলে। মোৰো চকু আছিল খোলা, কিন্তু পুৰণি, গভীৰ বন্ধুত্বই কথাটো মানিব নোখোজে। সেই সময়ত মোৰ মনৰ ক্ষোভ, সংশয়, সন্দেহ দিলীপৰ আগত খুলি কৈ মনৰ দাহ নুমাইছিলোঁ। গহীন-গম্ভীৰ দিলীপে সহানুভূতিৰে শুনিছিল। এদিন গম পালোঁ, তেওঁ মোৰ সেই কথাবোৰ বন্ধুজনক সবিস্তাৰে জনাইছে। মোৰ বকলাবোৰ মোৰ বিপক্ষে বন্ধুজনে অস্ত্ৰ হিচাবে ব্যৱহাৰ কৰিবলৈ সুযোগ পালে। প্ৰচণ্ড খুন্দাত মগজৰ ভিতৰত অসহনীয় কোলাহল আৰম্ভ হ'ল, হৃদয় যেন এক কোবাল ধুমুহাই চুৰমাৰ কৰিব খুজিলে। কেইবাদিনো টোপনি নাহিল। এই প্ৰথম বুজি পালো মই নিজকে যিমান মৰমৰ চকুৰে চাওঁ, দিলীপে নাচায়! হয়তো তেওঁৰ চকুতময়ো এটা তুচ্ছ বস্তু, এটা ব্যৱহাৰযোগ্য সামগ্ৰী, যাৰ প্ৰতি কোনো আনুগত্য বা আন্তৰিক সহানুভূতিৰ প্ৰয়োজন নাই। হয়তো নিজৰ আবেগিক নিৰাশ্ৰয়তাৰ তাড়নাত তেওঁ দুই পক্ষৰ মাজত কথালগনীয়া হৈ তৃপ্তি লাভ কৰে। এনে মানুহ দুই-চাৰিজন পিছতো লগ পাইছোঁ। ল'ৰালিৰ দিলীপ আৰু নাই, বাস্তৱ জীৱনৰ জটিল আৰু নিৰ্দয় প্ৰত্যাহ্বান চম্ভালিবলৈ গৈ তেওঁ এক মাৰাত্মক সহজ বাট বাছি ল'লে। কোনো নিৰ্দ্দিষ্ট অৱস্থান নোলোৱাকৈ সুবিধাবাদী নিৰপেক্ষতাৰে বা অগভীৰ উদাৰতাৰে সকলো বাহ্যিক সমস্যাৰ ওৰ পেলাবলৈ বিচাৰিলে। কাৰণ বাস্তৱ জগৎখন বোধহয় তেওঁৰ বাবে জীয়াই থকাৰ বিৰক্তিকৰ আৰু অপৰিহাৰ্য্য চৰ্ত্ত— তেওঁ কিতাপৰ মাজতে জীয়াই থাকিব, মুকলিকৈ উশাহ হ'ব, চেপি ৰখা কলিজাত আবেগৰ স্পন্দন লাগিবলৈ দিব। কিন্তু পৰিণামত হেৰুৱাব পোন আৰু দৃঢ় মেৰুদণ্ড, মানুহৰ চকুত চকু ৰাখি কথা কোৱাৰ সামৰ্থ্য, আৰু ব্যক্তিত্বৰ লগত ওতঃপ্ৰোতভাৱে মিহলি হৈ থকা মূল্যবোধ।

এই ধৰণৰ বাছনি জীৱনত যে কেৱল দিলীপেই কৰিছে, তেনে নহয়, আনেও

কৰে। কিন্তু আনৰ ক্ষেত্ৰত যি নীচ স্বাৰ্থপৰতাৰ তাড়না আছিল, দিলীপৰ ক্ষেত্ৰত নাছিল। তেওঁ কেৱল বিড়ম্বিত বাস্তৱজগতৰ বিৰক্তিৰ পৰা সাত সাৰিবলৈ এই পথ বাছি লৈছিল। কিন্তু তাৰ পৰিণামে মোৰ ব্ৰহ্মতালুত দংশিলে। দিলীপক সুধিলোঁ, তেওঁ কিয় এনে কৰিলে। অলপ ৰঙা পৰিলেও দিলীপে কথাটো লঘু কৰিবলৈ বিচাৰিলে। ক'লে যে দুয়ো পক্ষৰ পৰা অহা গধুৰ মানসিক চাপ সহিব নোৱাৰি যাৰ বোজা তেওঁৰ কান্ধতে জাপি দি তেওঁ সকাহ বিচাৰিছিল।....অপ্ৰিয় সত্য এটা আছিল কিন্তু দিলীপৰ উক্তিতো। যথাশীঘ্ৰে ৰূঢ় বাস্তৱৰ সন্মুখীন হোৱাই ভাল। দিলীপৰ উদ্দেশ্য এনে সুচিন্তিত নাছিল, তেওঁ কেৱল এক অস্বস্তিকৰ পৰিস্থিতিৰ পৰা হাত সাৰিলে বিশ্বাস ভংগ কৰি।

লাহে-লাহে দিলীপৰ পৰা আঁতৰিলো। তেতিয়াৰ পৰা স্বতঃস্ফূৰ্তভাৱে মুকলিমূৰীয়াকৈ তেওঁৰ লগতো কথা পাতিব নোৱাৰা হ'লোঁ। জুখিমাখি কথা কোৱাৰ অভ্যাস মোৰ নাই। তদুপৰি তেওঁৰ বিশ্বাসভংগই আৰু সেই সম্পৰ্কে তেওঁৰ পাতল মনোভাৱে মোক বিচলিত কৰিছিল। ক্ৰমে সম্পৰ্কই নোহোৱা হ'ল। এই বিচ্ছেদে যে দিলীপকো মৰ্মাহত কৰিব পাৰে, তেওঁৰ মনতো গভীৰ হতাশা বিয়পাই দিব পাৰে, আত্মৰক্ষাত নিমগ্ন হৈ মই ভাবিবই নোৱাৰিলোঁ।

মোৰ সেই ক্ৰমবৰ্দ্ধমান ঔদাসিন্যই দিলীপক মানসিকভাৱে আঘাত কৰিছিল নেকি, সেইটো ভাবিবলৈ মই দেৱদূত বা মহাত্মা হ'ব নোৱাৰিলোঁ। কিন্তু দুই-এবাৰ বায়েকে তেওঁৰ মানসিক বিকাৰ পুনৰ আৰম্ভ হোৱা বুলি খবৰ দিয়াত তেওঁৰ খবৰ ল'বলৈ আকৌ গৈছিলোঁ। **RELEASE FROM NERVOUS TENSION** বুলি এখন কিতাপো তেওঁক পঢ়িবলৈ দিছিলোঁ। বিশেষ বাক্যালাপ নকৰাকৈ তেওঁৰ ওচৰত বহি তেওঁ অলপ শান্ত হ'লে উভতি আহিছিলোঁ। কিন্তু সেই সময়ত মোৰ আচৰণ এজন দায়িত্বশীল চুবুৰিয়াৰ দৰে আছিল, বন্ধুৰ দৰে নহয়। ইতিমধ্যে দলৰ বাহিৰত থাকি মাৰ্ক্সবাদ অনুশীলন কৰিবলৈ লোৱাৰ ফলত শাসকশ্ৰেণী তথা ৰাষ্ট্ৰৰ বিবিধ কুটিল চক্ৰান্তৰ কথা মই নজনা-নুবুজাকৈ আছিলোঁ। বহু মাৰাত্মক বিপদৰ মাজেৰে নানা খুন্দা-খুন্দলি খাই তেনে প্ৰতিটো কথা মই ঠেকি শিকিব লগা হৈছিল। মোৰ একালৰ ঘনিষ্ঠ বন্ধু বুলি গৃহদপ্তৰৰ কোনো গুপ্তচৰ হয়তো তেওঁৰ বন্ধু হৈ পৰিছিলো। উদ্দেশ্য মোৰ বিষয়ে বেছি খা-খবৰ গোটোৱা। এইবোৰ কথা আমাৰ অৰাজনৈতিক সাধাৰণ মানুহে বুজাতকৈ সুলভ। মানসিক নিৰাপত্তাবোধ বা দৃঢ়তা নথকা বহু প্ৰতিভাবান লোক গৃহদপ্তৰৰ কবলত পৰে বুলি মোৰ বিশ্বাস। কথাটো মই নিশ্চিত ভাৱে কব নোৱাৰিম। কিন্তু তেওঁৰ কিছুমান আচৰণে মোক তেনেদৰে ভাবিবলৈ বাধ্য কৰিছিল। ফলত মোৰ মনত তেওঁৰ বিৰুদ্ধে অসন্তোষ আৰু জেদ

বাঢ়িল। আত্মনির্ভৰশীল দিলীপ সেই অৱস্থাত বোধহয় বৰ সুখী নাছিল আৰু তেওঁৰ মনস্তত্ত্বৰ নেতিবাদী দিশটো বেছি প্ৰবল হৈ পৰিছিল। ত্ৰিশবছৰ একেলগে থকা বায়েকৰ ঘৰ এৰি তেওঁ আঁতৰি আহিল আৰু স্বনিৰ্ভৰতাৰ শেষ ঘোষণাৰ দৰে অকলে থাকিবলৈ ল'লে। কিন্তু মই চেগাছোৰোকাকৈ শুনিছিলো, সেই শ্বাসৰুদ্ধকৰ পৰিস্থিতিৰ পৰাও মূৰ দাঙি কিতাপৰ জগতৰ নিৰ্মল বতাহ সেৱন কৰিছিল নিয়মিতভাবে। তেওঁৰ ডায়েৰিত বোলে লিখা আছে যে মনলৈ আমনি বা হতাশাৰ ভাব আহিলে কেলকুলাছ বা এলজে'ব্ৰাৰ অংক কৰি সময় পাৰ কৰিছিল।

কিন্তু মোৰ মনৰ পৰা মাৰ নাযায় শৈশৱত লগপোৱা সেই ভাবুক, অধ্যয়নপ্ৰিয় অনুসন্ধিৎসু ল'ৰাজনৰ ছবি, কৈশোৰৰ অতি অনুভূতিশীল পাঠক বন্ধুজনৰ স্মৃতি। আমাৰ সমাজত বহু প্ৰতিভাৰ অপমৃত্যু ঘটে। অকলে তাত বাধা দিব নোৱাৰি, কিন্তু মনে মনে ব্যথা বা কৰুণা অনুভৱ নহয় জানো? ❑

# সাৰস্বত সংসৰ্গ

## (ক)

কলিকতাৰ প্ৰেছিডেন্সি কলেজত পঢ়িবলৈ গৈ আৱিষ্কাৰ কৰিলোঁ যে মফস্বলৰ কলেজবোৰৰ লগত কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ আকাশ-পাতাল প্ৰভেদ। বৰ্দ্ধমান, কৃষ্ণনগৰ, হুগলি, কোচবিহাৰ, মালদহ বা দিনাজপুৰ আদি ঠাইৰ পৰা চোকা-চোকা ছাত্ৰ আহি প্ৰেছিডেন্সিত নাম ভৰ্ত্তি কৰিছিল। কিন্তু তেওঁলোকৰ মানসিকতাৰ লগত কলিকতাৰ নাগৰিক পৰিবাৰৰ ছাত্ৰ-ছাত্ৰীৰ মানসিকতাৰ এক স্পষ্ট ব্যৱধান চকুত পৰিছিল। তেওঁলোক অসমৰ ছাত্ৰ-ছাত্ৰীৰ দৰে তুলনামূলকভাৱে সহজ-সৰল আৰু উষ্ণ হৃদয়ৰ আছিল, কিন্তু কেতবোৰ সংকীৰ্ণ সংস্কাৰ আৰু আচাৰৰ পৰা মুক্ত হ'ব নোৱাৰা বাবে সংকুচিত মানসিক দিগন্তৰ মাজত বন্দী হৈ আছিল। আনহাতে গুৱাহাটীৰ পৰা গৈ মই যেন নাগৰিক সংস্কৃতিৰ উত্তৰাধিকাৰীসকলৰ লগতহে সহজে মিলা-মিছা কৰিব পাৰিছিলোঁ। তেওঁলোকৰ উচ্চাত্মিকা আৰু কুটিলতাৰ চমক মাজে মাজে দেখি অলপ কুণ্ঠিত হ'লেও আৰু মফস্বলৰ ছাত্ৰৰ অকৃত্ৰিম সহৃদয়তাই মোক আকৃষ্ট কৰিলেও কলিকতাৰ ছাত্ৰ-ছাত্ৰীৰ সেই বন্ধনহীন মানসিকতা সমাদৰ আৰু অনুকৰণৰ যোগ্য বুলি মোৰ ধাৰণা হৈছিল। তাৰ বিপৰীতে আছিল মফস্বলৰ ছাত্ৰৰ গ্ৰাম্যতা।

মফস্বলৰ কলেজৰ ছাত্ৰবোৰে মই কটন কলেজৰ পৰা যোৱা বুলি শুনি মোক সমীহৰ চকুৰে চাইছিল, কাৰণ তেওঁলোকে শুনি আহিছিল যে কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত থকা সময়ত কটনৰ স্থান প্ৰেছিডেন্সিৰ পিছতে আছিল। কটনৰ পৰা বহু ছাত্ৰ-ছাত্ৰীয়ে কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ভাল ফলাফল দেখুৱাব পাৰিছিল। হয়তো গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পিছত কটন কলেজৰ শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মনৰ পৰা প্ৰতিযোগিতাৰ ভাব হ্ৰাস পাইছিল। প্ৰেছিডেন্সি কলেজৰ পৰিৱেশত মোৰ ভাব হৈছিল যে কটন কলেজত বিদ্যা-চৰ্চাৰ অনুশীলন সিমান সজীৱ

হৈ থকা নাছিল। বিভিন্ন বিদ্যাৰ শেহতীয়া খবৰ কটনৰ শিক্ষকসকলৰ বহুতেই ৰখা নাছিল, যদিও তেওঁলোক মেধাবী আৰু নিষ্ঠাবান শিক্ষক আছিল।

কলিকতাৰ কলেজ ষ্ট্ৰীটত ফুটপাথত অসংখ্য কিতাপৰ দ'ম, মানে "ছেকেণ্ড্-হেণ্ড্" (আনে পঢ়ি উঠি বিক্ৰী কৰি দিয়া) আৰু পুৰণা কিতাপ। সেইবোৰ দ'মৰ পৰা মই ক্ৰ'চেৰ "এষ্থেটিক্স", হোৱাইট্‌হে'ডৰ "ছায়েন্স্ এণ্ড্ দি মডাৰ্ণ ৱৰ্ল্ড", ড্ৰাইজাৰৰ "এন্ এমেৰিকান্ ট্ৰেজে'ডি", ৰাছেলৰ "হিষ্ট্ৰি অব ৱে'ষ্টাৰ্ণ ফিলছফি" আদি অমূল্য কিতাপ অতি সস্তাত কিনি উৎফুল্ল হৃদয়ে ইডে'ন হিন্দু হোষ্টেললৈ ঘূৰি আহিছিলোঁ। লক্ষ্য কৰিছিলোঁ, মূল্যবান নতুন কিতাপ ওলোৱাৰ লগে লগে তৎক্ষণাৎ কিনি পঢ়ি অটাই ছেকেণ্ডহেণ্ড কিতাপৰ দোকানত বিক্ৰী কৰি দিছিল কেইগৰাকীমান ভদ্ৰলোকে। নতুন কিতাপৰ ভিতৰ পৃষ্ঠাত তেওঁলোকে নাম চহী কৰাৰ পৰা কথাটো ধৰিব পাৰিছিলোঁ। সেই সকলৰ নাম তেতিয়া বা পৰবৰ্তী কালত বিদ্বৎ মহলত একেবাৰে শুনা নাছিলোঁ। যি বুজিছিলোঁ, তেওঁলোকে ব্যক্তিগত প্ৰয়োজনত, গৱেষণাৰ বাবে, ব্যক্তিগত প্ৰতিষ্ঠাৰ বাবে কিতাপবোৰ কিনা নাছিল। কেৱল ব্যক্তিগত অনুসন্ধিৎসা আৰু আগ্ৰহ চৰিতাৰ্থ কৰিবলৈ বিভিন্ন বিষয়ৰ কিতাপ পঢ়িছিল, হয়তো বন্ধু-বান্ধৱৰ লগত কেতিয়াবা আলোচনা কৰি তৃপ্তি লভিছিল। এই নিঃস্বাৰ্থ আৰু নিভাঁজ জ্ঞান-পিপাসাৰ আভাস পাই এপিনে অনুপ্ৰাণিত হৈছিলোঁ, আনপিনে কিছু শংকামিশ্ৰিত নম্ৰতাৰ ভাবো মনলৈ আহিছিল।

বিলাতলৈ গৈ লেইক্ ডিষ্ট্ৰিক্টত ফুৰিবলৈ গৈছিলোঁ এবাৰ। তাতে গাঁৱলীয়া পৰিবেশত এখন সৰু কিতাপৰ দোকানত কবি ৱাৰ্ডছৱাৰ্থৰ স্মৃতি-বিজড়িত লেইক্ ডিষ্ট্ৰিক্ট সম্পৰ্কে বহু কিতাপ দেখিছিলোঁ। সেইবোৰ লিৰিকি-বিদাৰি চাওঁতে চকুত পৰিল ১৮৯৭ চনতে কোনোবা চেটাৰ্জি নে বেনাৰ্জি উপাধিৰ এগৰাকী বঙালী ভদ্ৰলোকে লেইক্ ডিষ্ট্ৰিক্টৰ বিষয়ে বিশদ বিৱৰণ দি লিখা এখন কিতাপ। ভদ্ৰলোকে বেছ কষ্টকৈ কবি সাহিত্যিকৰ সান্নিধ্যই ধন্য কৰা সেই অঞ্চলটোৰ বিভিন্ন পাহাৰ, সৰোবৰ, বননি, গাঁওভূঁই, পান্থশালা আদিৰ বিষয়ে অনুসন্ধান কৰি নিষ্ঠা আৰু অনুৰাগেৰে কিতাপখন লিখিছিল। অৰ্থাৎ সেই সময়তে বঙালী মধ্যবিত্ত সমাজত ইংৰাজী তথা পছিমীয়া সাহিত্য-সংস্কৃতিয়ে এনে গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল যে আমি অসমত কল্পনা কৰিব নোৱাৰোঁ। কলিকতাত মোৰ এক সতীৰ্থ বাসুদেৱ ঘোষৰ হুগলিনিবাসী পিতামহীয়ে ধেমালিতে আত্মীয়-কুটুম্বৰ লগত লাতিন ভাষাত চিঠি-পত্ৰ লিখিছিল। এইবোৰ দেখি-শুনি হোজা গাঁৱলীয়া চহৰলৈ আহি অট্টালিকা আৰু গাড়ী-মটৰ মানুহৰ ভিৰ দেখি বিস্ময়ত অবাক হোৱাৰ দৰে ময়ো অভিভূত হৈছিলোঁ।

গুৱাহাটীত থকা কালতে আমাৰ মন বংগৰ মফস্বলৰ ছাত্ৰতকৈ কলিকতাৰ

আধুনিক নাগৰিক সংস্কৃতিৰ প্ৰতি যেন বেছিকৈহে ঢাল খাইছিল। তাৰ কাৰণ 'দেশ' 'কবিতা' বা 'ভাৰতবৰ্ষ' 'প্ৰবাসী' আদি সাহিত্য আলোচনীৰ শিক্ষিত অসমীয়াৰ মাজত জনপ্ৰিয়তাও হ'ব পাৰে, বা হয়তো কলিকতাৰ লগত সম্পৰ্ক ৰখা গুৱাহাটীৰ শিক্ষিত বঙালী ভদ্ৰলোকসকলৰ একাংশৰ উদাহৰণ তথা প্ৰভাবো হ'ব পাৰে। কিন্তু সেই দিশেৰে অধিক আগবঢ়াৰ পৰিবেশো গুৱাহাটীত তেতিয়া গঢ় লৈ উঠা নাছিল। পিছলৈ কলিকতাত শিক্ষালাভ কৰা আৰু মানসিকভাৱে পৰিপুষ্ট হোৱা এচাম ডেকা অসমীয়া অধ্যাপক, সাংবাদিক আদি আহি গুৱাহাটীত থিতাপি লৈ সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত সেই দিশে সমাজখনক কিছুদূৰ আগুৱাই লৈ গ'ল।

দেখাত কথাটো অদ্ভুত। কাৰণ সেই সময়তে তীব্ৰ বঙালী-বিৰোধী মনোভাব এটা গুৱাহাটীত (অসমত?) গা-কৰি উঠিছিল। অসমীয়া চেমনীয়া আৰু ডেকাৰ মাজত ই প্ৰায় দেশপ্ৰেমৰ নামান্তৰ হৈ পৰিছিল দৈনন্দিন আলাপৰ সময়ত। (কোৱা বাহুল্য যে ব্ৰিটিছ শাসনৰ কালত নানা বৃত্তিগত দক্ষতা আৰু পুৰণা অসমীয়া সমাজৰ তুলনাত আধুনিক জীৱন আৰু চিন্তাৰ লগত অধিক ঘনিষ্ঠতাৰ গুণত আগবাঢ়ি থকা একাংশ বঙালীৰ উচ্চাভিলাষী সেই জুইকুৰাত ঘিঁউ ঢালিছিল, আৰু সেই উচ্চাভিলাষীৰ ভাব এচামৰ মাজত স্বাধীনতাৰ পিছতো এক দশকমান বৰ্তি আছিল।) সময়ে সময়ে চুৰ্চুৰিয়া খণ্ডযুদ্ধও হৈছিল।

এনে পৰিবেশতে আকৌ বঙালী সাহিত্য-সংগীতৰ প্ৰতি প্ৰীতি, তেওঁলোকৰ আধুনিক কৃষ্টি অনুকৰণ কৰাৰ চেষ্টা, আদি লক্ষণ অসমীয়া সমাজত দেখা পাইছিলোঁ। বোধহয় আধুনিক জাতীয় সংস্কৃতি এটা গঠন কৰিবলৈ যাওঁতে আৰ্হি হিচাবে সমসাময়িক কলিকতীয়া সমাজকে পাইছিল অসমীয়াসকলে। কলিকতাৰ মায়া এৰিব নোৱাৰি বহু অসমীয়া যুবকে পঢ়াশুনা সামৰিও কলিকতাতে নানা চেলু উলিয়াই ৰৈ গৈছিল। এতিয়াৰ কলিকতা দেখা মানুহে কথাটো হয়তো বুজিবলৈ টান পাব।

কলিকতাৰ এক সুশাসিত, সুশৃংখল নাগৰিক পৰিবেশ আছিল তেতিয়া। জনসংখ্যা বিপুল, কিন্তু উশাহ-নিশাহ বন্ধ হোৱা বিধৰ নাছিল। কলিকতাত এক নিৰ্দিষ্ট (যদিও বহুস্তৰীয়) সমাজ আছিল। কলিকতাৰ আধুনিক সংস্কৃতি আছিল তাৰ সুস্বাস্থ্যৰ প্ৰকাশ, অবক্ষয়ৰ চিন নাছিল তাত। বুদ্ধদেৱ বসুৰ 'কবিতা' আধুনিক সাহিত্য আন্দোলনৰ দৰ্পণ আছিল যেন। সেই সুৰুচিসম্পন্ন ক্ষুদ্ৰ কলেবৰৰ আলোচনীখনে তেতিয়াহে প্ৰতিষ্ঠা লাভ কৰিছিল। স্বাভাৱিকতে চুবুৰীয়া বহু আঞ্চলিক ভাৰতীয় সমাজৰ ঈৰ্ষা আৰু অনুকৰণৰ পাত্ৰ আছিল কলিকতাৰ সমাজ।

কলিকতাত সেই পৰিবেশত বহুযুগ ধৰি লালিত হৈছিল এক বৌদ্ধিক আৰু বিদ্যায়তনিক পৰিবেশ। আজি কেন্দ্ৰীয় চৰকাৰে অসম আদি প্ৰত্যন্ত ৰাজ্যৰ

শিক্ষাকেন্দ্ৰবোৰক যেনেকৈ অৱহেলা কৰে, ঔপনিবেশিক ব্ৰিটিছ চৰকাৰে ব্ৰিটিছ সাম্ৰাজ্যৰ গৌৰৱ আৰু প্ৰতাপৰ প্ৰদৰ্শনস্থলী কলিকতাক তেনেকৈ অৱহেলা কৰা নাছিল। ভালৰো ভাল পছিমীয়া শিক্ষাবিদ আৰু বিদ্বানক কলিকতালৈ নিমন্ত্ৰণ কৰি আনিছিল। ব্ৰিটিছ প্ৰশাসকসকলৰ নিজৰো বিদ্যানুৰাগ আছিল উল্লেখযোগ্য। আশুতোষ মুখাৰ্জীয়েও কলিকতা বিশ্ববিদ্যালয়ৰ শ্ৰীবৃদ্ধিৰ বাবে ভাৰতৰ বিভিন্ন অঞ্চলৰ সুপণ্ডিত গৱেষক আৰু বিদ্বানক আনি ভাৰতৰ বিশ্ববিদ্যালয়ত স্থান দিছিল। ৱিক্টোৰিয় (VICTORIAN) যুগৰ ব্ৰিটিছ শিক্ষাবিদৰ আন সীমাবদ্ধতা যিয়েই নাথাকক, কৰ্তব্যনিষ্ঠা আৰু শৃংখলাবোধ আছিল তুলনাহীন। বঙালী মধ্যবিত্তয়ো ঔপনিবেশিক হীনতাৰ পৰিবেশত একেকোবে ৰাজনৈতিক স্বাধীনতা অৰ্জন কৰিব নোৱাৰিলেও বিদ্যা চৰ্চা আৰু সংস্কৃতিৰ ক্ষেত্ৰত চাহাবৰ লগত ফেৰ মাৰি প্ৰতিভাৰ জিলিঙণি দেখুৱাইছিল মেঘৰ আৱৰণ ফালি জিলিকি উঠা সূৰ্যৰ দৰে।

বিজ্ঞানত জগদীশ বসুৰ যুগান্তকাৰী আবিষ্কাৰবোৰ ঔপনিবেশিক শাসনৰ কৰ্ত্তাসকলে দিয়া বহু বাধা-বিপত্তি লঘু-লাঞ্ছনাৰ মাজতেই হৈছিল। সেইদৰে আচাৰ্য্য ব্ৰজেন্দ্ৰনাথ শীল, আচাৰ্য্য প্ৰফুল্ল ৰায়ে অন্যান্য বিষয়ে চৰ্চা কৰাৰ লগতে প্ৰাচীন ভাৰতত বিজ্ঞান-চৰ্চাৰ প্ৰামাণ্য বিজ্ঞানসম্মত আৰু আখ্যান-প্ৰবাদৰ পৰা মুক্ত বিৱৰণ দাঙি ধৰিছিল। কিন্তু কলিকতাৰ বিদ্বৎ সমাজে ব্ৰিটিছ পণ্ডিসকলৰ সান্নিধ্যত বিজ্ঞানসম্মত যুক্তিনিষ্ঠ, তথ্যভিত্তিক গৱেষণাৰ পদ্ধতি আয়ত্ত কৰি তেতিয়াৰ ভাৰতত দুৰ্লভ এক ক্ষমতা অৰ্জন কৰিছিল। আমাৰ আনন্দৰাম বৰুৱা আৰু কৃষ্ণকান্ত সন্দিকৈ, বাণীকান্ত কাকতি আৰু সূৰ্য্যকুমাৰ ভূঞা, সেই সমৃদ্ধ বিদ্যায়তনিক পৰম্পৰাৰ অংশীদাৰ হৈছিল। এইটো অসমত আজিও সুপ্ৰতিষ্ঠিত হৈছে বুলি ক'ব নোৱাৰি।

দুখৰ বিষয় যে অসমত আধুনিক জ্ঞান-বিজ্ঞানৰ চৰ্চা তেনে এক পৰ্যায়লৈ উন্নীত হোৱা নাছিল। ফলত আনকি সৰ্বসাধাৰণ শিক্ষিত লোকৰ মাজতো তেনে গৱেষণা, পাণ্ডিত্য আৰু বিদ্যাৰ প্ৰকৃত স্বৰূপ আৰু মূল্য সম্পৰ্কে পৰিষ্কাৰ ধাৰণা নাছিল। আনকি তেওঁলোকৰ ছাত্ৰসকলেই বহু সময়ত তেওঁলোকৰ বিষয়ে নানা গাঁজাখুৰি গল্প ৰচনা আৰু ৰটনা কৰি তৃপ্তি লভিছিল। বাণীকান্ত কাকতিয়ে বিড়ি এটা হুপি ৰে'ল-আলিৰ কাষে-কাষে ফুৰিবলৈ যোৱা, কৃষ্ণ সন্দিকৈয়ে ৰাতি টৰ্চ জ্বলাই ফুলনিৰ সৌন্দৰ্য্য উপভোগ কৰা, ইত্যাদি মুখৰোচক গল্পই আছিল কিছুমানৰ বাবে তেওঁলোকৰ পৰিচয়।

বাণীবাবুৰ বিষয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰবিলাকৰ মাজত পঞ্চাশৰ দশকৰ আগভাগত এটা সম্পূৰ্ণ ভিত্তিহীন কিন্তু বহুপ্ৰচাৰিত গল্প আছিল। বাণী বাবুই কটন কলেজৰ অধ্যক্ষ পদৰ বাবে ৰাজধানী শ্বিলঙত ইন্টাৰভিউ দিবলৈ যাব। পিছে ধুতি

পিন্ধি গ'লেতো নহ'ব। লংপেণ্ট-টাই লগাব লাগিব। কি কৰা যায়? বাণী বাবুৱে বজাৰলৈ গৈ মোটামুটি কঁকালত ফিট্ কৰা জোখৰ লংপেণ্ট এটা আনিলে। এতিয়া পিন্ধে কেনেকৈ? বহুত ভাবি-চিন্তি তেওঁ তেওঁৰ গৃহিণীক ক'লে ঃ "তুমি বিছনাৰ ওচৰত এইটো মেলি ধৰা।" পত্নীয়ে সেইদৰে পেণ্টৰ ঠেঙা দুটা মেলি ধৰি থাকিল। বাণী বাবু বিছনাত উঠি জাপ মাৰি দুই ভৰি লংপেণ্টৰ দুই ফুটাৰ মাজত সুমুৱাই দিলে। তাৰ পিছত বোলে বুতাম-চুতাম মাৰিবলৈ বিশেষ কষ্ট নহ'ল।

অৱশ্যে বাণী বাবুৰ আকস্মিক বিয়োগত গোটেই গুৱাহাটীখন ভাগি আহিছিল শৱযাত্ৰী হৈ। মই তেতিয়া স্কুলৰ সপ্তমমানৰ ছাত্ৰ। চাইকেল চলাই আহি শৱযাত্ৰাৰ আগতে পৰিলোঁ। কাষৰ হৈ লক্ষ্য কৰিলোঁ আমাৰ স্কুলৰ শিক্ষক কেইগৰাকীমানেও বিষণ্ণ অশ্ৰুপূৰ্ণ মুখ আৰু চাৰনিৰে হেজাৰ-বিজাৰ লোকৰ সেই শৱযাত্ৰাত যোগ দিছে। বহুদিনলৈ বাতৰিকাকতত শোকৰ কোলাহল শুনা গৈছিল।

সূৰ্য্য ভূএগ্ৰা অসম বুৰঞ্জীৰে পৰিবেষ্টিত হৈ থাকে পঢ়া কোঠালিত। কোনো ছাত্ৰ লগ ধৰিবলৈ গ'লেই চাহ-জলপান খুৱাই অসম বুৰঞ্জীৰ প্ৰতিলিপি কৰিবলৈ লগাই দিয়ে। চুডাংফা, চুহুম্মুং আদি নামৰ বানান ভুল কৰিলে খেদোক্তি কৰে। বেড্‌মিণ্টন খেলাৰ সময় পাৰ হৈ গ'ল বুলি ভিতৰি চট্‌ফটাই থকা ল'ৰাবোৰে ভাবে, ভাৰতৰ ভিতৰত আন ৰাজ্যত নথকা এই বুৰঞ্জী বিদ্যাটো অসমত কিয় গজিল!

কোৱা বাহুল্য, সকতে মোৰো সুধীসংগৰ পূণ্য তেনেধৰণৰে আছিল। দুটামান উদাহৰণ পাঠকে উপভোগ কৰিব পাৰিব। মোৰ দুগৰাকী ডাঙৰ বাইদেউ কমলা-অন্নদা বাণী কাকতি আৰু বিৰিঞ্চি বৰুৱাৰ স্নেহধন্যা আছিল। অন্নদা বাইদেউৰ ধনুৰ্ভংগ পণ, বিলাতলৈ যাবই। আমাৰ দৰে মধ্যবিত্ত পৰিয়ালৰ বাবে সেইটো আকাশ কুসুমৰ দৰে কথা তেতিয়া। আত্মীয়-স্বজনে আঁৰত হাঁহে। কিন্তু বাইদেউ দৃঢ়সংকল্প। এবাৰ কোনোবাই ক'লে, কৃষ্ণ সন্দিকৈৰ চাৰ্টিফিকেট এখন হ'লে ভাল হয়। দুদিন গৈ লগ ধৰিব নোৱাৰিলে। কোনোবাই ক'লে বাণী বাবুক ধৰিবলৈ। বাইদেউ গ'ল বাণী বাবুক খাটনি ধৰিবলৈ। প্ৰিয় ছাত্ৰীৰ অনুৰোধ ৰাখিবলৈ বাণী বাবু লগে লগেই ৰাজী। তেওঁ এটা দিন ঠিক কৰি আকৌ মাতিলে। লগত সংগী হিচাবে বাইদেৱে পালে মোক। ময়ো দুজন মহাপণ্ডিতৰ সাক্ষাৎ লভিবৰ জোখাৰে সাজি-কাছি নতুন জোতা পিন্ধি প্ৰস্তুত হ'লোঁ। কিন্তু বাণী বাবুৱে তলমূৰকৈ কুতুক্-কুতুক্ কৰে যিটো বেগেৰে খোজ দিবলৈ ধৰিলে মই লগ ধৰিব নোৱাৰা হ'লোঁ। প্ৰাণপণ চেষ্টাৰ ফল হ'ল ওলোটা। নতুন জোতাই কাটি খোজ দিব নোৱাৰা অৱস্থা কৰিলে। মই পিছ পৰি যোৱা দেখি বাণী বাবু ৰৈ দিলে। মই কোনোমতে লেংকুচিয়াই লেংকুচিয়াই লগ ধৰাত অবৰ্ণনীয় অস্ফুট হাঁহি এটাৰে চমুকৈ ক'লে ঃ 'কাটিছে!' বাইদেৱে পোন্দোৱাকৈ মোৰ পিনে

চালে।... সি যি হওক অবিস্মৰণীয় সেই যাত্ৰাৰ গন্তব্যস্থল যেতিয়া পালোঁ, বাণী বাবু গপ্‌গপাই সন্দিকৈৰ পঢ়াকোঠালৈ সোমাই গ'ল। কোনোবা এজন মানুহে মোক ভিতৰ সোমাবলৈ মানা কৰিলে। ইমান কষ্ট অথলে গ'ল। বুলনিৰ পৰাই দুজন স্বনামধন্য পণ্ডিতৰ খোলা মনৰ অট্টহাস্য শুনিবলৈ পালোঁ।..... বিলাতৰ পৰা উভতি অহাৰ পিছত দুবাৰমান সন্দিকৈ ডাঙৰীয়াই মোক যোৰহাটলৈ মাতি পঠাইছিল। কি কাৰণে পাহৰিলোঁ, মোৰহে যোৱা নহ'ল। তেখেতক স্বচক্ষে দেখা নহ'লেই।

সন্দিকৈৰ পাণ্ডিত্যৰ বিষয়ে এটা গল্প— ইংৰাজীত যাক কয় (ANECDOTE)— স্বৰ্গীয় নিবাৰণ বৰাৰ মুখত শুনিছিলোঁ। ৰামমনোহৰ লোহিয়া কেৱল সমাজবাদী ৰাজনীতিবিদ নহয়, এজন বিদ্যানুৰাগী পণ্ডিতো আছিল। তেওঁ নতুন গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমখন চাই সন্দিকৈৰ বিষয়ে কৌতূহল অনুভৱ কৰিলে আৰু সন্দিকৈক লগ ধৰাৰ আগ্ৰহ প্ৰকাশ কৰিলে। অজিত শৰ্মা, নিবাৰণ বৰা, বীৰেণ ভট্টাচাৰ্য আটায়ে একে আষাৰে ক'লে, "অসম্ভৱ! হিমালয় লংঘণ হয়তো এদিন কৰিব পৰা হ'ব। কিন্তু সন্দিকৈক সাক্ষাৎ কৰা অসাধ্য।" লোহিয়াও নাছোড়বান্দা— সন্দিকৈ মানুহ নে মানুহ খোৱা বাঘ? মানুহ হ'লে লগ ধৰা নাযাব কেলেই? অগত্যা নিবাৰণ বৰাহঁত লোহিয়াৰ লগত সন্দিকৈৰ বাসভৱন ওলালগৈ। তেওঁলোকে পেটে-পেটে ভাবি গৈছে যে সন্দিকৈয়ে ধমক্ লগালে লোহিয়াক তাতে এৰি উৰ্দ্ধশ্বাসে দৌৰিব।

কিন্তু হয় লোহিয়াই যাদু জানিছিল, নহয় সন্দিকৈয়ে লোহিয়াক আগতে লগ নাপালেও ভালদৰে চিনি পাইছিল। ভাৰতীয় ৰাজনৈতিক গগনৰ ধূমকেতু লোহিয়াৰ নামনো কোনে নাজানিব? সন্দিকৈৰ কঠোৰ ৰুটিন ভাঙি লোহিয়াই চল্লিশ মিনিটমান কথাবাৰ্ত্তা হ'ল। তাৰ পিছত ডেকা অসমীয়া সতীৰ্থসকলৰ পিলাই চমকাই দি আৰু এক অসাধ্য সাধন কৰিলে। তেওঁ এখন ৰাজহুৱা সভালৈ সন্দিকৈক যাবলৈ ৰাজী কৰালে। সম্ভৱতঃ সেইখনেই গুৱাহাটীত সন্দিকৈৰ প্ৰথম আৰু শেষ ৰাজহুৱা মিটিং।

সন্দিকৈ এই চৰ্ত্তত যাবলৈ ৰাজী হ'ল যে তাত কোনো ৰাজনৈতিক বিষয় আলোচনা নহ'ব। লোহিয়াই তেওঁক ক'লে, "বাৰু হ'ব সেইটো। কিন্তু আপুনি মানুহৰ পৰা আঁতৰি থাকে কেলেই? এই বিদ্যা, এই পাণ্ডিত্য, এইযে বিশ্ববিদ্যালয়ৰ বাবে আপুনি ইমান ভাবিছে, এই সকলোবোৰৰ মোল মানুহ নহ'লে কোনে বুজিব?" সন্দিকৈয়ে একো উত্তৰ নিদিলে। সেইদিনা আবেলিৰ সভাত শিক্ষা আৰু উচ্চশিক্ষাৰ বিষয়ে এক মনোগ্ৰাহী অ-ৰাজনৈতিক ভাষণ দিয়াৰ উপৰি উপস্থিত শ্ৰোতামণ্ডলীক উদ্দেশ্য কৰি লোহিয়াই ক'লে, "আপোনালোকৰ ভাগ্য, কেঁচুৱা বিশ্ববিদ্যালয়ক আপডাল কৰিবলৈ আপোনালোকে এনে এজন মনীষী পাইছে। এখেতৰ গুণক সন্মান

কৰিব আপোনালোকে।" বোধহয় সন্দিকৈৰ পাণ্ডিত্য সম্পৰ্কে সৰ্বসাধাৰণৰ অজ্ঞতা আৰু ভুল ধাৰণা বুজিয়েই লোহিয়াই সেইদৰে তেওঁক চিনাকি কৰি দিছিল।.....

সূৰ্য্যকুমাৰ ভূঞাৰ ছাত্ৰ আছিল দেউতা। দেউতাৰ গুৰুভক্তি আছিল ঈশ্বৰ ভক্তিৰ নিচিনা। ভূঞাও দেউতাৰ মানত তিনি-চাৰিজন ঈশ্বৰৰ মাজত এজন। মই মে'ট্ৰিক পৰীক্ষা ভালকৈ পাছ কৰা খবৰ কাগজত পঢ়ি সূৰ্য্য কুমাৰ ভূঞা দেৱে কেনেবাকৈ সময় উলিয়াই চিঠি এখন লিখিছিল। বৰ সুন্দৰ চিঠি আছিল সেইখন। পঢ়িময়ো আনন্দৰ শিহৰণ অনুভৱ কৰিছিলোঁ। দেউতাই -ময়ে চিঠিখন পোৱাৰ পিছত তেখেতক লগ ধৰিছিলোঁ। ভূঞাৰ সুশ্ৰী, সৌম্য ব্যক্তিত্ব, মধুৰ আলাপ আৰু সৰুসুৰা কথাৰ মাজেৰে প্ৰকাশ পোৱা জ্ঞানে মোক মুগ্ধ কৰিছিল। শ্ৰীযুতা ভূঞাৰ স্নেহময়ী চৰিত্ৰয়ো মোক সেইদিনা যেন অপৰূপ সুখানুভূতিত নিমগ্ন কৰিছিল। খাটি অসমীয়া, অভিজাত অথচ সহজ-সৰল আৰু দম্ভহীন আচৰণ। তেখেতসকলৰ প্ৰথম সন্তান ভবানী ভূঞাদেৱৰ মাজতো যেন দুয়োৰে গুণৰ সমাহাৰৰ আভাস পাইছিলোঁ মই।......

নিচেই সৰুতে বেণুধৰ শৰ্মা দেৱে নিজে লিখা 'মণিৰাম দেৱান' কিতাপখন বিক্ৰী কৰিবলৈ উপযুক্ত বুলি ভবা পাঠকৰ ঘৰলৈ নিজে আহিছিল। তেখেত অতি তজবজীয়া আৰু সপ্ৰতিভ চৰিত্ৰৰ আছিল। চুটি-চাপৰ মানুহজনৰ এটা আকৰ্ষণীয় ব্যক্তিত্ব আছিল। ভূচিত্ৰাৱলীৰ আকাৰৰ কিতাপখনো চেহেৰাই পাতিয়েও তেতিয়াৰ আন অসমীয়া কিতাপতকৈ বেলেগ আছিল। শৰ্মাদেৱে যে কিতাপখন আদৰৰ মানস-সন্তান জ্ঞান কৰিছিল সন্দেহ নাই। দেউতাই সেইসময়ত ঘৰতো অফিচৰ কামতে ব্যস্ত হৈ থাকে। তাৰ মাজতে সময় উলিয়াই গাৰুৰ তলত থৈ এসপ্তাহমান ধৰি ৰাতি কিতাপখন পঢ়িছিল। মোৰ মনত পৰে, কিতাপখনৰ ভাৱ-ভাষাই দেউতাক অভিভূত কৰিছিল। তাৰে দুই-এটা কথা মোক কৈছিল। কিন্তু মই তেতিয়া পাঠশালাৰ ছাত্ৰ। ভালকৈ বুজা বুলি ক'ব নোৱাৰোঁ।.....

বেণুধৰ শৰ্মাক পিছত জে, বৰুৱাৰ ঘৰলৈ প্ৰায়েই অহা দেখিছিলোঁ। তেখেতৰ পৰিবাৰৰ মৃত্যুৰ পিছত, আৰু দুজন পুতেক প্ৰবাসত থকা বাবে, জে বৰুৱা ডাঙৰীয়াই ভীষণ নিঃসংগ জীৱন কটাইছিল গুৱাহাটীত। হয়তো কলিকতাতে তেখেতে কিছু লগ-সঙ্গ পালেহেঁতেন। কিন্তু গুণাভিৰাম বৰুৱাৰ সুপুত্ৰ অসমৰ প্ৰথমখন ল-কলেজৰ অধ্যক্ষ, জে বৰুৱাই (জ্ঞানদাভিৰাম বৰুৱা) অসম এৰি যাবনে? তেখেতৰ 'বিলাতৰ চিঠি'খনৰ পাতে-পাতে পোৱা যায় এক শিশুসুলভ সৰলতা আৰু নিভাঁজ দেশপ্ৰাণতা। কলিকতাত ডাঙৰ হোৱা, ব্ৰাহ্মধৰ্মত দীক্ষিত জ্ঞানদাভিৰাম বৰুৱাৰ কটেজ আৰ্হিৰ সৰু ঘৰটোৰ নাম আছিল "অভিৰাম"। তাতে ধকৃধকৃকৈ বগা বৰণৰ দীঘল লম্বিৰ

কাণ দুখনেৰে বৰুৱা ডাঙৰীয়াই এখন ওখ বেলিং দিয়া বাৰান্দাত বহি খবৰ কাগজ পঢ়ি ৰাতিপুৱা ব'দ লয়। মাজে মাজে বেণুধৰ শৰ্মা আৰু কোনোবা-কোনোবা যায় তেওঁৰ ওচৰলৈ। শৰ্মাই তেখেতক বৰ শ্ৰদ্ধা কৰিছিল বুলি বাটৰ পৰা দেখি ধাৰণা হৈছিল। তেখেতৰ পৰিচৰ্য্যা কৰিছিল এটি বিশ্বস্ত নেপালী পৰিয়ালে। মাজে মাজে দুই এটা অসমীয়া লগুৱায়ো দুদিনৰ বাবে দেখা দিছিল। এবাৰ এটাই চাহ-জলপান আনি আলহী বেণুধৰ শৰ্মাৰ সমুখত ক'লেহি :

"দেউতা, মুখহাত ধোৱক।" বৰুৱা ডাঙৰীয়া কথাষাৰ শুনি পৰম পৰিতৃপ্ত। অসমীয়া কেনে সম্ভ্ৰান্ত মাৰ্জিত ভাষা! আলহীক জলপান যাচি কথাষাৰ পোনপতীয়াকৈ নকয়!! বৰুৱা ডাঙৰীয়াৰ গভীৰ দেশানুৰাগৰ নিদৰ্শন এই সৰু ঘটনাটো। অসমীয়াৰ কিবা অলপ ভাল দেখিলেই তেওঁ আপ্লুত হয়।

আমাৰ দেউতা তেখেতৰো ছাত্ৰ আছিল, যদিও ল-পৰীক্ষা দিয়া নহ'ল। তেখেতৰ আগত দেউতা যেন বহুবছৰ আগৰ ডেকা কলেজীয়া ছাত্ৰজন হৈ পৰে। দেউতাক দেখাক দেখি বাটে-ঘাটে ময়ো তেখেতক নমস্কাৰ দিবলৈ ধৰিলোঁ। ফুৰিবলৈ ওলালে সৌম্যমূৰ্ত্তি বৰুৱা ডাঙৰীয়াই চাদৰ গাত লৈ ৰাজ আলি জয় কৰি যায় চেহেৰাৰে। নমস্কাৰ দিলে সন্তোষেৰে মূৰ দুপিয়ায়। এদিন ঘপকৈ বৈ মোক সুধিলে : 'তুমি মহেন্দ্ৰৰ ল'ৰা নহয়নে? আজি গুড্ ফ্ৰাইডেই নহয়! কোবাচোন আজি কিয় বন্ধ, আৰু কিয় তাক গুড্ ফ্ৰাইডে' বোলা হয়?" উত্তৰটো মোৰ জনা আছিল। বৰুৱা ডাঙৰীয়াই বৰ সন্তোষ পালে আৰু ইংৰাজীত মোক আশীৰ্বাদ দি গৈ থাকিল। তাৰিখটো আছিল মই এম-ই স্কুলৰ ছাত্ৰ হৈ থকা দিনৰ।

ক্ৰমে তেখেতৰ নিঃসংগতা বাঢ়ি গৈ এক ভয়াবহ পৰ্যায় পালে। দিনটো মদ খাই বাহ্যজ্ঞানশূন্য হৈ পৰে মানুহজন। কাপোৰ কানি খুলি কেৱল আণ্ডাৰৱেৰটো পিন্ধি ওলাই যায়, কেতিয়াবা তেনে অৱস্থাতে উদ্দেশ্যহীনভাৱে চিটি বাছত উঠি দিয়ে। ভাগ্যে তেতিয়া চিটিবাছত বেছি মানুহ নুঠিছিল। কণ্ডাক্টৰ বিলাকেও সহানুভূতিৰে তেখেতক চোৱাচিতা কৰি ঘৰৰ আগত নমাই থৈ গৈছিল। চক্ৰবৰ্ত্তি নামৰ আসাম ট্ৰিবিউনত চাকৰি কৰা এজন বঙালী সাংবাদিকৰ পৰিয়ালে তেওঁৰ যত্ন লৈছিল সভক্তিৰে। বিহুৱে-সবাহে তেওঁলোকেই বৰুৱা ডাঙৰীয়াক পিঠা-পনা যাচে। বাকী চহৰৰ অসমীয়া মানুহখিনিৰ বাবে এই দেশপ্ৰাণ মানুহজন এক আচহুৱা আধাবলীয়া মানুহ। পঞ্চাশৰ দশকত হোৱা এক বঙালী-বিৰোধী আন্দোলনৰ সময়ত (বোধহয় ৰাজ্য পুনৰ্গঠন আন্দোলনৰ সময়ত) এই নিৰীহ আৰু উদাৰমনা মাৰ্জিত ৰুচিৰ বঙালী পৰিয়ালটোও লাঞ্ছিত হৈ অসম এৰিবলৈ বাধ্য হ'ল। তাৰ পিছত বৰুৱা ডাঙৰীয়াৰ আলৈ-আথানিৰ অন্ত নাই। মদ্যপানৰ মাত্ৰাও চ'ৰিল। পুত্ৰ মনোভিৰাম আৰু তেওঁৰ

পাৰ্ছি পত্নীগৰাকী আহিহে মৃত্যুৰ পূৰ্বে এবছৰমান তেখেতক কিছু চোৱাচিতা কৰিছিল। শ্মশানলৈ নিওঁতে অৱশ্যে মানুহৰ ভিৰ হৈছিল। বৰুৱা ডাঙৰীয়াৰ ঘৰৰ আগত ছালৰ তলত শিলত লিখা আছিল এষাৰ কথা : "ব্ৰহ্ম কৃপাহি কেবলম্"। আমাৰ মানুহে বোধহয় ভাবিলে, ব্ৰহ্ম আছে যেতিয়া আমি কৃপা নকৰিলেও চলিব।

বৰুৱা ডাঙৰীয়াই ইংৰাজী ভাষা বেছি ব্যৱহাৰ কৰা নাছিল। কিন্তু ইংৰাজী ক'লে উচ্চাৰণ পুৰা চাহাবী। অথচ স্বাভাৱিক, জোৰকৈ আয়ত্ত কৰা যেন নালাগে। সেই সময়ত ইংৰাজী ভালকৈ ক'ব পৰাটোক এক ডাঙৰ গুণ বুলি ভবা হৈছিল। কিছুমানে কষ্টকৈ ইংৰাজী উচ্চাৰণ শিকিছিল। আমাৰ দেউতায়ো ঘৰত অসমীয়া ভাষাত নথকা ইংৰাজী ভাষাৰ ধ্বনিবোৰ আৰু এক্সেণ্ট কষ্টকৈ শিকাইছিল আমাক। তাৰ ফলত প্ৰে'ছিডে'ন্সিৰ ছাত্ৰসকলৰ মাজত এই অমুকায়ো অতিশয় সম্ভ্ৰান্ত আৰু সম্পন্ন পৰিয়ালৰ বুলি অপ্ৰত্যাশিত প্ৰতিষ্ঠা লাভ কৰিছিলোঁ। যদিও সূক্ষ্মদৰ্শীসকলে মোৰ সেই ভুৱা অভিজাত্য নিশ্চয় ধৰা নেপেলোৱাকৈ থকা নাছিল। সি যি নহওক, এতিয়া উপলব্ধি কৰিছোঁ যে ইংৰাজী ভাষাৰ ভাল জ্ঞান যদিও কৃতিত্ব আৰু সন্তোষৰ কথা, ইংৰাজীৰ প্ৰতি এই অতিমাত্ৰাৰ ভক্তি ঔপনিবেশিক মনোবৃত্তিৰে অৱশেষ আছিল। আজি সেই সময়ৰ দৰে ইংৰাজীৰ সৈতে তুলনা কৰি আমাৰ নিজ-নিজ ভাষাৰ শ্ৰীবৃদ্ধি কৰা আমাৰ উদ্দেশ্য হৈ থকা নাই। বৰং বিহু, চুঙা পিঠা, আপং আদি শব্দ অক্সফৰ্ডৰ ইংৰাজী অভিধানত সুমুৱাব পাৰিলেই আমি কৃতাৰ্থ হওঁ। ঔপনিবেশিক মনোবৃত্তিয়েই যেন দুৰ্বাৰ হৈ উঠিছে পুনৰ।

সেই সময়ত অৱশ্যে মেধাবী বিদ্বানৰ দৰে গুণী ৰাজনীতিবিদ চামৰো ইংৰাজীজ্ঞান আছিল উচ্চস্তৰৰ। দেৱকান্ত বৰুৱা, মহেন্দ্ৰ মোহন চৌধুৰি, হেম বৰুৱা আদিৰ ইংৰাজী আছিল সলসলীয়া আৰু বেছ ঈৰ্ষণীয়। অৱশ্যে হেম বৰুৱা ছাৰে মাৰ্কিন ঢঙত ইংৰাজী কৈছিল। তেওঁৰ শব্দভাণ্ডাৰ আছিল বিশাল, কিন্তু প্ৰয়োগত তেওঁ আছিল কিছু শিথিল। তেতিয়া কিন্তু তেখেতৰ ইংৰাজী শুনিবলৈ বি বৰুৱা কলেজত শ্ৰেণীৰ ছাত্ৰৰ বাহিৰে আনেও ভিৰ কৰিছিল। তেখেতৰ ট্ৰে'ড্ মাৰ্ক আছিল প্ৰায় সৰু গাঁঠিলৈকে ওলমা হলৌ কুৰ্ত্তা চোলা। ওখপাখ স্বাস্থ্যবান হেম বৰুৱাক শুৱাইছিল সেই সাজযোৰে।

অলপ চোকা ল'ৰা পালে হেম বৰুৱাই যথেষ্ট মৰম কৰিছিল, উৎসাহ দিছিল কিন্তু গাঁৱৰ সাধাৰণ মানুহকো তেওঁৰ সহজসৰল, আপোনভোলা ব্যক্তিত্বই মুগ্ধ কৰিছিল। তেওঁ প্ৰথমবাৰ নিৰ্বাচনত জয় লাভ কৰা সময়ত বি বৰুৱাৰ গুণমুগ্ধ ছাত্ৰই দলে-বলে আৰু উৎসাহেৰে বিনা পইচাই খাটি দিছিল। আমিও তেখেতৰ এই বেহিচাবী মৰমৰ ভাগ পাইছিলোঁ আৰু সেয়ে তাৰ মোল বহু পলমকৈ বুজিছিলোঁ। তেখেতে

কোৱা দুটা কথা মোৰ আজিও মনত আছে। ভাৰত বিখ্যাত ৰাজনীতিবিদ হোৱাৰ পিছতো জন্মস্থান যোৰহাটত তেওঁ তথাকথিত সম্ভ্ৰান্তসকলৰ মানত ডাকপিয়নৰ ল'ৰা হৈয়ে থাকিল। আকৌ এটা সৌৰৰণিত তেওঁৰ চকু সজল হৈ উঠিছিল। গুৱাহাটীৰ এঘৰ গণ্যমান্য লোকৰ আশ্ৰয়ত থাকি প্ৰথম চাকৰি কৰোঁতে তেওঁক দেখুৱাই মাছ কিনি ৰাতি তেওঁক কেৱল ডাইল-ভাত খাবলৈ দিছিল। তুলনাত হেনো গোপীনাথ বৰদলৈ আছিল উদাৰ আৰু সহৃদয়। এইবোৰ অৱশ্যে দিল্লীত থকা কালত তেখেতৰ মুখত শুনিছিলোঁ।

নৱকান্ত বৰুৱা আৰু মহেন্দ্ৰ বৰা, আধুনিক সাহিত্যৰ দুজন কাণ্ডাৰী ডেকা বয়সত কটন কলেজত প্ৰবক্তা ৰূপে যোগ দি ছাত্ৰ সমাজত বিপুল উদ্দীপনা সঞ্চাৰ কৰিছিল। দুয়োৰে বিপৰীত চৰিত্ৰ। নৱকান্ত সংবেদনশীল, কিন্তু সতৰ্ক, ঘৰুৱা কিন্তু অন্তৰ্মুখী। মহেন্দ্ৰ বৰা অধ্যয়নশীল, উৎসাহী, বিস্তীৰ্ণ জ্ঞানৰ জগতৰ কৌতুহলী পৰ্য্যটক আৰু কিছু বেহিচাবী। দুয়োৰে ঘৰলৈ গৈ চেমনীয়া ডেকা অনুৰাগীৰ দলে দুয়োৰে প্ৰচুৰ সময় নষ্ট কৰিছিল। দুয়ো অকৃপণ ঔদাৰ্য্যৰে সময় দিছিল। আধুনিক সাহিত্যৰ পথ সেই জনসংযোগে কিছু নিৰাপদ কৰিছিল! এবাৰ মহেন্দ্ৰ বৰা ছাৰৰ ঘৰত বহি কবিতাৰ কথা পাতি থাকোঁতে ছাৰে নিজে কণী ভাজি অম্‌লেট খুৱালে, চাহ কৰিলে, গা ধুবৰ সময়ত মই যাবলৈ ওলালোঁ। ছাৰে ক'লে, "বহাঁ, বহাঁ, ক'লৈ যোৱা ?" ছাৰ বাথৰুমত সোমাল আৰু গাত পানী ঢালি সমান উৎসাহেৰে বন্ধ বাথৰুমৰ ভিতৰৰ পৰা চিঞৰি-চিঞৰি কবিতাৰ বিষয়ে তেখেতৰ মতামত মোক শুনাই থাকিল!!

চন্দ্ৰ প্ৰসাদ শইকীয়া ধকৎধকিয়া বগা পাঞ্জাবিৰে জাতিষ্কাৰ হৈ ফুৰে। অসমীয়া নাগৰিক সমাজত থকা সংকীৰ্ণতা আৰু অনগ্ৰসৰতাত তেওঁ বিৰক্ত। বঙালী সংস্কৃতিৰ নাগৰিক পৰিশীলিত ৰূপত মুগ্ধ। অসমীয়া গদ্যৰ ঠাঁচত নতুনত্ব আনিবলৈ তেওঁ যত্নপৰ আছিল। সাহিত্যপ্ৰীতি যে নাগৰিক জীৱনৰ বৈশিষ্ট্য, তেনে এক ধাৰণা প্ৰৱৰ্তন কৰিবলৈ বিচাৰিছিল তেওঁ। প্ৰথমতে মানুহে কথাটো বুজিব খোজা নাছিল। কিছুমানে তেওঁক বাতিকগ্ৰস্ত বুলি ভাবিছিল। পিছলৈ 'অসমীয়া', 'প্ৰকাশ' আদি আলোচনীৰ জৰীয়তে অফুৰন্ত উদ্যম আৰু ধৈৰ্য্যৰে তেওঁ এই কামটোকে সাফল্যৰে সম্পন্ন কৰিলে।

সমাজবাদী বীৰেন ভট্টাচাৰ্য্য স্বল্পভাষী। আমি পাঁচটা বাক্য ক'লে তেখেতে এটা শব্দ কয়। আমি থতমত খাওঁ। কিন্তু সহিষ্ণুতা আৰু তৰুণ লেখকৰ প্ৰতি সমাদৰো আছিল তেওঁৰ মনত। 'ৰামধেনু'ত ফাৰ্ষ্ট ইয়াৰত থাকোঁতেই মই দুটামান অখাদ্য আধুনিক কবিতা লিখিছিলোঁ। ঘনাই কবিতা প্ৰকাশ কৰিবলৈ তেখেতক খাটনি ধৰোঁ। চাৰি পাঁচ মাহৰ মূৰতহে এটা কবিতা প্ৰকাশ হয়। তাতে আকৌ ছপাখানাৰ ভূতৰ

প্ৰেক্টিকেল জ'ক। এবাৰ মোৰ এটা কবিতাৰ 'সজল দেউলৰ ঘণ্টা'— এই বাক্যাংশটো লৈ মই ভিতৰি গৰ্বিত আছিলোঁ। "বামধেনু'ত প্ৰকাশ পালে, "ফজল দেউলৰ ঘণ্টা" বুলি। কবিতাৰ এই ইছলামিক ৰূপত মোৰ কান্দো-কান্দো অৱস্থা। বাৰীত দেউতাই তিনিশ বাঠি জোপা নহ'লেও তিনিশজোপামান কল কইছিল। বীৰেন ভট্টক কবিতা ছপা কৰাৰ আশাত কেইবা ঠোকো কল উপহাৰ দিছিলোঁ। তেওঁ অম্লান বদনে কল হজম কৰে, কিন্তু কবিতা আৰু নুলিয়ায়। সম্পাদক হিচাবে তেখেত অন্যমনস্ক। এবাৰ মেডিকেল কলেজৰ বয়সীয়া অধ্যক্ষ ডাঃ হেম বৰুৱাই এটা তীব্ৰ যৌনগন্ধী ৰসাল গল্প লিখিলে। নিজ নামত প্ৰকাশিত হ'লে ভদ্ৰসমাজত হৈ-চৈ লাগিব বুলি জানিয়েই তেখেতে এটা ছদ্মনাম ল'লে— "শুকান জেওৰা"। আলোচনীত প্ৰকাশৰ বাবে প্ৰচলিত ৰীতি অনুযায়ী ছদ্মনামৰ তলত আচল নাম আৰু ঠিকনা বন্ধনীৰ মাজত দিছিল। অন্যমনস্ক সম্পাদকে দিলে দুয়োটা ছপাই। বয়স্ক পাঠকসকল স্তম্ভিত, তৰুণসকল পুলকিত— এতিয়া জানিলোঁ নহয় তহঁত বুঢ়াহঁতে কিবোৰ ভাব? শুনিছিলোঁ, ডিব্ৰুগড়ত ডাঃ হেম বৰুৱা দুমাহ ঘৰৰ পৰা ওলোৱা নাছিল।

আচৰিত কথা, অম্বিকাগিৰীয়ে মুক্ত কণ্ঠে ডাঃ হেম বৰুৱাক প্ৰশংসা কৰি ফুৰিছিল। তেওঁ প্ৰায়ে লাখুটি এডাল লৈ চিন্তাক্লিষ্ট মুখ আৰু উন্নত শিৰেৰে খুপি খুপি বাটত খোজ দিয়ে। ডেকা ল'ৰাই দেখিলে সাৱধান হয়। "দেশোৰ কাৰণে কি ভাবৃছা তুহ্মন?" বুলি ধমক লগালে যাতে মহৎ কিবা এটা সাজি তৎক্ষণাত ক'ব পাৰে। অম্বিকাগিৰিৰ মুখ সেইবোৰ সাজি কোৱা কথাত পোহৰ হৈ উঠে। এনে অসম-পাগল মানুহ আৰু বোধহয় নোলাব। সহ-অভিনয় দেখি 'আৰ্টোৰ গৰ্ভস্ৰাব' বুলি আটাহ পাৰি সভাগৃহ ত্যাগ কৰা পিয়ৰিটান অম্বিকাগিৰিয়ে কি ভাবি ডাঃ হেম বৰুৱাৰ এই গল্পবোৰ প্ৰশংসা কৰিছিল, আজিও গুণাগঁঠা কৰোঁ মনতে।

অম্বিকাগিৰিৰ জুই কিন্তু অন্ততঃ খন্তেকৰ বাবে হ'লেও নুমাই দিছিল মোৰ আগতে এদিন বীৰেন ভট্টই। এদিন বাটত বীৰেন ভট্টৰ লগত কথা পাতি গৈ থাকোঁতে সিপিনৰ পৰা অম্বিকাগিৰি আহি ওলাল। যথাৰীতি কড়া সুৰত বীৰেন ভট্টক সুধিলে জহন্নামে যোৱা দেশখনৰ বাবে কি কৰিছে বুলি। লগে লগে দৃঢ় কিন্তু শীতল কণ্ঠে বীৰেন ভট্টই সমিধান দিলে : "দেশসেৱা আপোনালোকৰ মন'পলি বুলি ভাবিছে নেকি?" প্ৰাচীন আগ্নেয়গিৰি যেন এক মুহূৰ্তৰ বাবে হ'লেও শান্ত হৈছিল সেইদিনা।.....

চহৰখনৰ বৌদ্ধিক জগতত আৰু এক প্ৰতিস্ৰোত আছিল সাম্যবাদী ধাৰা। পাণবজাৰৰ নাগকটা পুখুৰীৰ আগত প্ৰগ্ৰেছিভ বুকষ্টল নে তেনে কিবা নাম এটাৰে এখন সাম্যবাদী সাহিত্যৰ দোকান আৰু কিতাপৰ দোকান। তাতে চাহ একাপ আৰু চুৰট এটা লৈ আড্ডা দিয়া সকলৰ মাজত হীৰেন ভট্টাচাৰ্য্য, বেণী মহন্ত, অৱনী

বৰঠাকুৰ, অমিত সৰকাৰ, হেমাংগ বিশ্বাস, ভূপেন হাজৰিকা, আদিক দেখা মনত পৰে। তেওঁলোকে ঘণ্টাৰ পিছত ঘণ্টা তৰ্ক-আলোচনা আদি কৰি সকলোকে তবধ মনাইছিল। মাজে মাজে আৰ্বিভাৱ হৈছিল বুদ্ধিৰ দীপ্তিত জিলিকি থকা মুখেৰে ভবানন্দ দত্ত আৰু গৌৰীশংকৰ ভট্টাচাৰ্য্য। অমলেন্দু গুহ, দধি মহন্ত আৰু কেশৱ মহন্তও নিশ্চয় আহিছিল। কিন্তু স্কুলীয়া অৱস্থাত আমি তেওঁলোকক চিনি পোৱা নাছিলোঁ। 'প্ৰবাহ' আলোচনীত সমসাময়িক আধুনিক সাহিত্যৰ জোঁৱাৰৰ বিৰুদ্ধে বেছ তেজেৰে যুঁজ দিছিল এখেতসকলে। স্বীকাৰ কৰোঁ বামপন্থী সাহিত্য মই তেতিয়া ফৰ্মুলাগন্ধী আৰু নীৰস পাইছিলোঁ। শোষণ আৰু অন্যায়ৰ বিৰুদ্ধে তেওঁলোকৰ যুঁজে আকৃষ্ট কৰিলেও আমাৰ বাস্তৱতাৰ লগত যেন তেওঁলোকৰ সাহিত্যৰ ক'ৰবাত বিসংগতি আছিল, তেনে ভাবে মনত ক্ৰিয়া কৰিছিল। অসমৰ সেই সময়ৰ আৰ্থসামাজিক পৰিবৰ্ত্তনৰ প্ৰধান বৈশিষ্ট্য আছিল অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ সংখ্যাবৃদ্ধি আৰু শ্ৰীবৃদ্ধি— যাৰ দুৱাৰ আছিল শিক্ষা আৰু চাকৰি। সেই কথা সাম্যবাদীসকলে লক্ষ্যই কৰা নাছিল যেন লাগে।.......

সত্তৰৰ দশকৰ আগলৈকে গাৱেঁভূঞে কিংবদন্তীত পৰিণত হোৱা বিষ্ণু ৰাভা চহৰ অঞ্চলত সিমান জনাজাত নাছিল যেন পাওঁ। কাৰণ পঞ্চাশৰ দশকত ৰে'কৰ্ডত "পৰজনমৰ শুভ লগনত" আদি তেখেতৰ গীত শুনাৰ বাহিৰে তেখেতৰ কথা গুৱাহাটীৰ মধ্যবিত্ত সমাজত বিশেষ চৰ্চিত হোৱা নাছিল। কিন্তু বীৰেন ভট্টাচাৰ্য্যৰ "বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি?" কবিতাটো প্ৰকাশিত হোৱাৰ লগে লগে যেন মধ্যবিত্ত সমাজত বান্ধ ভঙা পানীৰ দৰে ৰাভাৰ নাম বিশেষকৈ যুৱ সমাজত বিয়পি পৰিল। কবিতাটোৰ আন্তৰিক শ্ৰদ্ধামিশ্ৰিত আবেগ আৰু সাংগীতিক লয়ে অসমৰ সমাজ-সংস্কৃতিত ৰাভাৰ গুৰুত্ব যেন পোহৰলৈ আনিলে। কাৰাবাসৰ পৰা মুক্তিলাভ কৰাৰ পিছত কাৰ্জন হলত ৰাভাক সম্বৰ্দ্ধনা দিয়া হ'ল। যিমানদূৰ মনত পৰে, হেমাংগ বিশ্বাসে বিদ্ৰোহী ভাব থকা বঙালী পল্লীগীতি এটা গাইছিল। ভূপেন হাজৰিকাই "বিষ্টুদা, বিষ্টুদা" কৈ আবেগমথিত কণ্ঠেৰে ভাষণ দিছিল। ৰাভাই উত্তৰত আন কথাৰ লগতে সৰুতে হাজৰিকাক গান শিকোৱাৰ কথা উল্লেখ কৰিছিল। দীৰ্ঘ কাৰাবাসৰ বাবে হয়তো ৰাভাক ভাগৰুৱা যেন লাগিছিল সেইদিনা। দুবছৰমান পিছত কটন কলেজৰ সাংস্কৃতিক সমাৰোহৰ প্ৰধান বক্তা ৰাভাৰ বেলেগ চেহেৰা দেখিলোঁ। বগা ধুতি পাঞ্জাবিৰে স্বাস্থ্যোজ্জ্বল, মজবুত চেহেৰা, গমগমীয়া গলা। অসমীয়া লোকসংগীত যে জনজাতীয় গীতৰ দৰে পঞ্চস্বৰবিশিষ্ট নিজে গাই উদাহৰণ দাঙি ধৰিছিল সেইদিনা। সংগীতৰ বিষয়ে এনে অভিনৱ পাণ্ডিত্যপূৰ্ণ ভাষণ তাৰ আগতে শুনা নাছিলোঁ।

আৰু এদিনৰ কথা কৈ বৰকলা সামৰিছোঁ। গুৱাহাটীত তেতিয়া আজিৰ দৰে

সঘনে সাংস্কৃতিক অনুষ্ঠান বা আমোদ প্ৰমোদ হোৱা নাছিল। সৰস্বতী পূজাৰ প্ৰতিমা দৰ্শন কৰাও চহৰবাসীৰ বাবে এবিধ বিৰল চহৰীয়া আমোদ আছিল। এবাৰ গধূলি কোনো এখন কলেজৰ গেটৰ ওচৰত বৈ আছিলোঁ। ভিৰৰ মাজত দেখিলোঁ বৰ্ষিয়সী কবি নলিনীবালা দেৱী সোমাই আহিছে। তেখেতে মোক চিনি নাপায়। কিন্তু তেখেতক দেখি ভক্তিত বিহ্বল হৈ মই পাছ হুহকি দিলোঁ। আন ছাত্ৰকো দুহাতেৰে ঠেলি আঁতৰাই তেখেতৰ বাবে বাট কৰি দিলোঁ। তেখেতৰ সংযত, শুদ্ধ-সত্ত্ব মুখশ্ৰীৰ মাজত মোৰ প্ৰতি প্ৰসন্ন মমতাৰ ভাব এটা বিৰিঙি উঠিল। কবিৰ সেই নিৰ্বাক আশীৰ্বাদে মোক কিমান পুলকিত কৰিছিল মই বুজাই ক'ব নোৱাৰিম। আজি আৰু কাৰো প্ৰতি তেনে আবেগ মনত সঞ্চাৰিত নহয়। ❑

# সাৰস্বত সংসৰ্গ

## (খ)

আমাৰ সৰুকালত বিদ্যা-চৰ্চা বা সাহিত্য চৰ্চাৰ লগত বৈষয়িক সাফল্যৰ বা স্বচ্ছলতাৰ সম্পৰ্ক নাছিল। বৰং কোনো-কোনোৱে দাৰিদ্ৰ্যৰ লাও-লোটা যেন কবি-শিল্পী-পণ্ডিতৰ নিয়তি, তেনে ধাৰণাও পোষণ কৰিছিল। আজিকালি আমি যেনেকৈ কওঁ, "তেখেতে লিখি খায়, বা খাব পাৰে"- তেনে কথা আছিল সপোনৰো অগোচৰ। আকৌ সেইবাবেই এইবোৰ ক্ষেত্ৰত ভেঁজাল কম আছিল। কেৱল আন্তৰিক আগ্ৰহ আৰু ৰাপৰ বাবেই আন আকৰ্ষণ নেওচা দি মানুহে এইবোৰত লাগিছিল। স্বেচ্ছাই অভাৱ আৰু কষ্টৰ জীৱন বৰণ কৰিছিল বুলি ক'লেও বোধহয় বঢ়াই কোৱা নহ'ব।

সৰুতে পাণবজাৰত বগা সাজপাৰ পিন্ধা একোছা দাড়িৰে এজন সৌম্য চেহেৰাৰ শিল্পী দেখা মনত পৰে। স্বল্পভাষী, অতি বিনয়ী, আৰু আত্মমগ্ন প্ৰকৃতিৰ। ছাইনবৰ্ড্ আঁকা, কাৰোবাৰ মৃত পিতৃ-মাতৃৰ ছবি আঁকি দিয়া, বোধহয় এনে কামৰ দ্বাৰাই দুপয়চা উপাৰ্জন কৰি টোক্-টাক্‌কৈ চলিছিল। এদিন বাতৰি-কাকতত পঢ়িবলৈ পালোঁ, তেখেতৰ "গাঁৱৰ দোকান" নামৰ পে'ঞ্চিল-স্কেচ্ এখনে ললিত কলা অকাদমিয়ে পতা সৰ্বভাৰতীয় প্ৰতিযোগিতাত দ্বিতীয় পুৰস্কাৰ পাইছে। গুৱাহাটীত তেতিয়া সেইটো ডাঙৰ ঘটনাই। কিন্তু সামান্য কৌতূহলৰ বুৰবুৰণি উঠিয়েই মাৰ গ'ল। ছবিখনৰ ব্লক এটা কাগজত ওলাইছিল। মোৰ মনত আছে, তাত মানুহবোৰৰ চেহেৰাৰ আভাস পৰিষ্কাৰ হলেও মুখবোৰ আছিল অস্পষ্ট। সমগ্ৰ ছবিখন ডুব গৈ আছিল একধৰণৰ করুণ ধূসৰতাত। গধূলি, এন্ধাৰ লণ্ঠনৰ চাৰিওপিনে থুপ খাই আছিল। চিত্ৰকৰজনৰ নাম আছিল জীৱেশ্বৰ বৰুৱা।

সাহিত্য-সংগীতৰ চৰ্চা কৰা সকলৰ অন্ততঃ দুবেলা দুসাজি খাবলৈ চাকৰি বা বৃত্তি এটা আছিল। কাৰো-কাৰো অৱস্থা আছিল স্বচ্ছল। ধ্ৰুপদী হিন্দুস্থানী সংগীতৰ চৰ্চা কৰা বুলি জনাজাত শশী গোস্বামী বোধহয় আছিল উকিল। স্বাধীনতাৰ সময়ত অসমীয়া সাহিত্য-সংগীতৰ এনে নিঃকিন অৱস্থা আছিল যে আজি ভাবিলে আচৰিত হ'বই লাগে। পকা-বন্ধা কিতাপ এশখনৰ মাজত এখন। বেছিভাগেই আজিৰ ভাষাত

"পেইপৰ্-বেক" (PAPER BACK)। পিছে চেহেৰাও জৌলুচহীন— ৰে'লৰ টাইমটেবৰ'লৰ দৰে। পঢ়িলেহে যদি কিবা ৰস ওলায়। আজিৰ দৰে চেহেৰাৰেই ৰশ জিকাৰ ধাণ্ডা তেতিয়াৰ কিতাপৰ হ'বই নোৱাৰে।

পাঠকৰ সংখ্যা, প্ৰচাৰ, খ্যাতি, প্ৰতিষ্ঠা, এইবোৰ আছিল অতি সীমিত। আন্তৰিকতাৰে সাহিত্য-চৰ্চা কৰা সকলৰ আন যি দোষ ত্ৰুটি নাথাকক, তেওঁলোকে সাহিত্য অকাদমিৰ বঁটা পাবলৈ বা সাহিত্য সভাৰ সভাপতি হ'বলৈ আজিকালিৰ লেখকৰ দৰে তোষামোদ, ছল-চাতুৰি, দলাদলি কৰা নাছিল। আমাৰ সাহিত্য জগতখন ঠন ধৰি উঠাৰ লগে লগে এইবোৰ অশুভ প্ৰভাৱেও গহ্‌ৰা গজি কেউফাল ছাতি পেলোৱাৰ উপক্ৰম হৈছে। দলীয় বিবেচনাত, অসৎ কামৰ পুৰস্কাৰ হিচাবে, আৰু ৰাজনৈতিক চক্ৰান্তৰ অংশীদাৰ হোৱা বাবে কোনো কোনো অযোগ্য লোককো সাহিত্যৰ বঁটাবাহন দিয়া হয় এতিয়া। এবাৰ এজন বৃদ্ধই সাহিত্যিক পেন্সন পোৱা বুলি শুনি তেওঁৰ কীৰ্তিমান জোঁৱায়েকো হতভম্ব হৈ পৰা মই নিজেই দেখিছোঁ। এনেকুৱা ঘটনাও দেখিছোঁ যে এনে সাহিত্যানুষ্ঠানত খোপনি লৈ সাহিত্যৰ লগত সম্পৰ্ক নথকা অৱসৰপ্ৰাপ্ত চৰকাৰী লোকেও তাৰ যোগেদি চৰকাৰৰ উদ্দেশ্য সিদ্ধি কৰি থাকে। ব্যৱসায়িক জগতত দালালৰ বৃত্তিটো পুৰণি, আৰু তাৰ নিৰ্দিষ্ট সম্মানো আছে। কিন্তু সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত ৰাজনৈতিক মহলৰ দালালী কৰা বিলাকক চিনাক্ত কৰি আমি সতৰ্ক নহ'লে সাহিত্য-সংস্কৃতি আৰু বিদ্যাচৰ্চাও ব্যৱসায়ত পৰিণত হ'ব। সাহিত্যৰ মূল্য পণ্যমূল্য হ'লে তাৰ শাহটোৱেই পোকে খাই পেলাব........

বয়স্ক সাহিত্যিক সকলৰ মাজত বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱ তেখেতৰ গোঁফ কোছা, লাখুটিডাল আৰু তেজস্বী চৰিত্ৰৰ বাবে আছিল চকুত পৰা। আমি লতাশিল আৰু এম চি এম-ই স্কুলৰ ছাত্ৰ হৈ থাকোঁতে কবিতা-চবিতাৰ সৈতে বেছি হলি-গলি কৰা নাছিলোঁ। কিন্তু শিশুৰ স্বাভাৱিক কৌতূহলেৰে কেতিয়াবা বাটৰ পৰা লক্ষ্য কৰিছিলোঁ চৌধাৰী দেৱৰ বাৰান্দাত কেইজনমান ডেকা লেখক বা সাহিত্যিকৰ সৈতে বহি গল্প কৰি থকা। অলপ ডাঙৰ হৈ গম পাইছিলোঁ উদীয়মান আৰু প্ৰতিভাবান লেখক সকলে প্ৰেৰণা আৰু পৰামৰ্শ বিচাৰি প্ৰায়ে চৌধাৰীদেৱৰ ওচৰলৈ গৈছিল। অগাপিছাকৈ দুখন আলোচনী "জয়ন্তী" আৰু "সুৰভি"ৰ তেখেত আছিল পৃষ্ঠপোষক। "জয়ন্তী" খন ঘৰলৈ কোনোবাই আনিছিল। তাত চিত্ৰসেন যখৰীয়াৰ নামত কোনোবাই "মকৰণ্ড অপগণ্ড সংবাদ" নামৰ শিতান এটা লিখা মনত পৰে। বোধহয় ডেকা সাহিত্যিক সকল ৰঘুনাথ চৌধাৰীৰ কাষলৈ আৰু সমাজকৰ্মীসকল অম্বিকাগিৰিৰ কাষলৈ গৈছিল।

ডেকা সাহিত্যিকসকল একগোট হৈ লেখকসংঘ গঠন কৰি সাহিত্য চৰ্চা

কৰিছিল। "তৰুণ লেখক সংঘ" নামৰ এটা অনুষ্ঠানে এম-চি ইৰ কমত স্কুল ভগাৰ পিছত মমবাতি জ্বলাই মিটিং কৰা দেখিছিলোঁ। মিটিঙত যথেষ্ট উৎসাহ-উদ্দীপনাৰ প্ৰকাশ ঘটা যেন মনত পৰে। বোধহয় অধিকাংশ নবীন লেখক (লেখিকা তেতিয়াও বেছিকৈ ঘৰৰ বাহিৰ হোৱা নাছিল) বামপন্থী আদৰ্শৰ প্ৰভাৱত পৰিছিল। হেম বৰুৱাক দেখাৰ আগতে তেখেতৰ সম্পাদনাত ওলোৱা "পছোৱা"খন দেখিছিলোঁ। পৰৱৰ্তী কালৰ দৰে সমাজবাদী সকল তেতিয়াও কম্যু বিৰোধী হোৱা নাছিল বোধহয়। কাৰণ "পছোৱা"ত উমা শৰ্মাৰ ছোৱিয়েট সাহিত্য সম্পৰ্কে দীঘলীয়া নিবন্ধমালা আৰু প্ৰমীয়ে (প্ৰফুল্ল দত্ত গোস্বামী?) অনুবাদ কৰা নিকলাই তিখনভ্ আদি সমসাময়িক ৰুছ গল্পকাৰৰ গল্প দেখা বা পঢ়া মোৰ মনত আছে। সেইটো আধুনিক কবিতাৰ আন্দোলন আৰম্ভ হোৱাৰ আগৰ কথা। পাণবজাৰৰ সাম্যবাদী সকলৰ আড্ডা বহা কিতাপ আৰু চাহৰ দোকানখনত ৰঙা ৰঙা প্ৰাবল্য থকা জুলিয়াছ্ ফুচিক, ৰে'নে' মাৰা ("অগ্নিগৰ্ভ"), প্ৰভৃতি বিদেশী বামপন্থী লেখকৰ কিতাপৰ বঙলা অনুবাদ দেখা পাইছিলোঁ। মোৰ ওপৰৰ জন ককাইদেউ নবীন (অৰুণ) সাম্যবাদী সকলৰ সংস্পৰ্শত আহিছিল। তেওঁ ঘৰলৈ PEOPLE'S CHINA আৰু SOVIET LAND আদি আলোচনী আনিছিল। সকলো মধ্যবিত্তৰ দৰে দেউতাও সাম্যবাদী সকলৰ প্ৰতি অতি বিৰক্ত আছিল। কিন্তু কিতাপক কিতাপ হিছাবেই সমাদৰ কৰিছিল।

ডাঙৰ ককাইদেৱে তেতিয়া আই-এচ্-চিতে পঢ়াশুনা সামৰি ৰে'লৰ কাৰখানাত আন তিনিজন অসমীয়া ডেকাৰ সৈতে শিক্ষানবীচী আৰম্ভ কৰিছিল। হৰেক ৰকমৰ কিতাপ ৰে'ল্ৱে' ইনষ্টিট্যুটৰ লাইব্ৰেৰিৰ পৰা আনি পঢ়িছিল। ককাইদেউ কামলৈ গ'লে গাৰুৰ তলৰ পৰা উলিয়াই পঢ়িছিলোঁ মনে-মনে। সেইবোৰ কিতাপৰ ভিতৰত ৰামনাথ বিশ্বাস নামৰ এজন দুঃসাহসী বঙালী পৰ্য্যটকৰ কিতাপবোৰ মই আকৰ্ষণীয় পাইছিলোঁ। এডগাৰ স্নৌৰ (Edgar Snow) দৰে তেওঁ চীনৰ পৰ্বতে-কন্দৰে, গাঁৱে-ভূঞে ঘূৰি চীনা সাম্যবাদী সকলৰ বিপ্লৱী সংগ্ৰামৰ বতৰা পাঠকক দিছিল। তেখেতৰ "মহাচীনেৰ লালমাটি" নে তেনে আন কিবা নামৰ কিতাপেই বোধহয় ভাৰতৰ আঞ্চলিক ভাষাত চীনা সাম্যবাদী বিপ্লৱৰ বিষয়ে প্ৰথম প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ আছিল। ককাইদেউ ধীৰেশ্বৰ কলিতাৰ আড্ডাৰ সংগী আছিল। কলিতা বোধহয় সেই সময়ত লেমবোডৰ সৰু ঘৰ এটাতে নজৰবন্দী হৈ আছিল। তেওঁ আৰু প্ৰতাপ বাবু নামৰ এজন মৃদুভাষী, ধীৰস্থিৰ বঙালী ভদ্ৰলোকে (তেওঁ কমৰেড আছিল নে নাই নাজানো) মিলি চাউল-দাইলৰ দোকান এখন দিছিল। দোকানতে গধূলি আড্ডা বহে। পিছে ডাঙৰ ককাইদেউৰ বামপন্থী উৎসাহ খন্তেকীয়া আছিল। জীৱনলৈ স্বচ্ছলতা অহাৰ পিছত তেওঁৰ সেই উৎসাহ ভালেখিনি চেঁচা পৰিল। কিন্তু তেওঁ

অনা সেই কিতাপবোৰ পঢ়াৰ ফলত অজানিতে মোৰ মনৰ তলিত বোধহয় সাম্যবাদী আবেগ আৰু ভাবনাৰ প্ৰতি অলপ আগ্ৰহ গেদেৰি হিছাবে পৰিছিল। কলিতাই চুবুৰীৰ শিশুসকলক লৈ মইনা-পাৰিজাতৰ ধৰণৰ অনুষ্ঠান এটাও খুলিছিল। কিন্তু তেওঁ আড্ডাবাজ মানুহ, খেল-ধেমালি, নাচ-গান আদি ল'ৰাই ভালপোৱা কাম-কাজত বৰ পাকৈত নাছিল। অনুষ্ঠানটো নিটিকিল।

স্কুলত থাকোঁতে এবাৰ উমা শৰ্মাক পাইছিলোঁ দেৱীদাস নেওগৰ ঘৰত। নেওগ-শৰ্মা দুয়ো RCPIৰ সদস্য আছিল। ইতিমধ্যে CPI লৈ আহিছে বোধহয়। দুয়ো একেলগে জেলৰ পৰা ওলাইছিল। উমা শৰ্মাৰ ওখ, স্বাস্থ্যবান, হাস্যোজ্বল চেহেৰা আৰু গম্‌গমীয়া গলাৰ বাবে দহজনৰ মাজত চিধাই চকুত পৰে। তেওঁ মোক সুধিলে, "তুমি ভৱিষ্যতে কি কৰিম বুলি ভাবিছা?" মই একো কৰিম বুলি ভবাই নাছিলোঁ ফাইভ-ছিক্স ক্লাছমানলৈকে। সেই বুলিয়েই উত্তৰ দিয়াত মৃদু আপত্তিৰ সুৰত শৰ্মাই টিপ্পনী কাটিলে, "এনেকৈয়ে নদীত ভাহি গৈ থাকিবা নেকি? মানুহ হ'লে ভৱিষ্যত সম্পৰ্কে ভাবিব লাগে, তেনেকৈ এতিয়াৰ পৰা কাম কৰি যাব লাগে।" শুনি থতমত খালোঁ। কিন্তু ক্লাছ টেঁন মানলৈ তেনে কোনো স্পষ্ট উদ্দেশ্য মোৰ সন্মুখত আছিল বুলি সৈ কাঢ়িব নোৱাৰোঁ।

উমা শৰ্মাৰ ভায়েক ৰজনী মোতকৈ এক ক্লাছ ওপৰত। ককায়েকৰ দৰে ওখ নহয়, কিন্তু সমানে স্বাস্থ্যবান, উৎসাহী, তেজী। সাম্যবাদত গভীৰ বিশ্বাস আছিল, আৰু স্কুলৰ পৰা আহিবৰ সময়ত সেই বিষয়ে নানা কথা পাতি আহিছিল। যুক্তিৰ দ্বাৰা প্ৰচলিত আচাৰ সংস্কাৰ নামানি সকলো কথা বিচাৰ কৰা বাবে মই ৰজনীৰ প্ৰভাৱত পৰিলোঁ। ৰজনীয়ে মোক অৱনী বৰঠাকুৰ, দেৱপ্ৰসাদ বৰুৱা আদি ছাত্ৰ ফেডাৰেছনৰ নেতাৰ লগত পৰিচয় কৰাই দিলে। এইবোৰ নিয়মনীতি মানি চলা দলসংগঠন আদিৰ সভ্য হ'বলৈ মোৰ একেবাৰে ইচ্ছা নাছিল। কিন্তু ৰজনীৰ অকাট্য যুক্তিৰ ফান্দত বান্ধ খাই মই ছাত্ৰ ফেডাৰেছনৰ সদস্যপদ ল'লোঁ। সম্ভৱ নেতাসকলেও সাধাৰণ ছাত্ৰৰ মাজত মোৰ জনপ্ৰিয়তা লক্ষ্য কৰিছিল। বৰঠাকুৰ আদি নেতাসকলে মোৰ অস্বস্তি বুজি সান্ত্বনা দিলে যে পঢ়া-শুনাৰ একো খ'তি নহয়, আগৰ দৰে চলি থাকিব পাৰিম। ফেডাৰেছনৰ ৰাজহুৱা সভাত গৌৰীশংকৰ ভট্টাচাৰ্য্যয়ো ক'লে: "ছাত্ৰানাং অধ্যয়নম্ তপঃ। সেই কথা আমিও বুজি পাওঁ।" তেতিয়া আৰু নিৰ্ভয় হ'লো।

পিছে "বিধিৰ বিপাক, কি কম তোমাক", তাৰ কেইদিনমান পিছতে ওপৰৰ পৰা নিৰ্দেশ আহিল যে বোম্বাইৰ কাপোৰৰ কলত শ্ৰমিকৰ ধৰ্মঘটৰ সমৰ্থনত মই ক্লাছৰ ল'ৰাবোৰ উলিয়াই আনিব লাগিব। নিৰ্দেশ শুনি মুখৰ মাত হেৰাল। বোম্বাইৰ

শ্ৰমিকৰ ধৰ্মঘটৰ সমৰ্থনত গুৱাহাটীৰ স্কুলৰ ছাত্ৰক কিয় ক্লাছ বৰ্জন কৰাব লাগে, একেবাৰে মগজত নোসোমাল। মৰণত শৰণ দি ক্লাছৰ ল'ৰাবোৰক কথাটো ক'বলৈহে পালোঁ, সকলোৱে মুখ বিকটাই দিলে। আনকি সামান্য চেলুতে ক্লাছৰ পৰা পলোৱা আৰু মোৰ প্ৰতি সমীহৰ ভাব থকা ল'ৰা কেইটায়ো খঙতে মোক মাৰেই আৰু। কোৱা বাহুল্য যে প্ৰথম খোজতে মই উজুটি খালোঁ। মই ৰজনীক কৈ দিলোঁ মোৰ দ্বাৰা এইবোৰ কাম নহ'ব।......

মোৰ সহপাঠী আন এজন সাম্যবাদৰ সমৰ্থক আছিল কমলা দাস নে কমলা কলিতা নামৰ মিঠাবৰণীয়া ওখ, মজবুত স্বাস্থ্যৰ, কিন্তু আচাৰ ব্যৱহাৰত কোমল ল'ৰা এজন। তেওঁৰ ককায়েকো আৰ চি পি আইৰ নেতা আছিল। কমলাই কথা কৈছিল খুব কম। কিন্তু ভিতৰি তুঁহৰ দ'মৰ তলত থকা আঙঠাৰ দৰে তেওঁৰ হৃদয়ত একুৰা জুই জ্বলি আছিল। মুখৰ ভাষা নোহোৱাকৈয়ে তাৰ উত্তাপে মানুহক উম দিছিল। কাচিৎহে তেওঁৰ মনত চেপি ৰখা সাম্যবাদী আবেগ তেওঁ প্ৰকাশ কৰিছিল। কোৱা বাহুল্য সেই আবেগৰ স্নিগ্ধ নম্ৰ প্ৰকাশত মই মুগ্ধ হৈছিলোঁ। বোধহয় সাম্যবাদ প্ৰচাৰত এনে প্ৰভাৱহে বেছি কাৰ্যকৰী বা স্থায়ী হয়।

পৰৱৰ্তী কালতো ৰজনীক দৈবক্ৰমে লগ পাইছিলোঁ দুদিনমান। আগৰ দৰেই সৎ, উচ্চমনা, কিন্তু আগৰ উতলি থকা উৎসাহ আৰু নাই। বহুত শান্ত হৈছে। কিছু ইতস্ততঃ কৰি মোক ক'লে তেওঁৰ আধ্যাত্মিক কথাবোৰত পুনৰ আগ্ৰহ হৈছে। ককায়েক অৱশ্যে শেষলৈকে আদৰ্শত অটল হৈ থাকিল।

'ৰামধেনু'ত আধুনিক সাহিত্যৰ জয়ধ্বজা উৰাৰ সময়ত বামপন্থী সকলৰ "প্ৰবাহ" আছিল তাৰ বিৰোধী পক্ষৰ মুখপত্ৰ। ভূপেন হাজৰিকা তেতিয়া আমেৰিকাৰ পৰা উভতি আহিছে। যুৱছাত্ৰৰ ওপৰত তেওঁৰ অপৰিসীম প্ৰভাৱ। তেওঁ জীৱনানন্দ দাশ, বুদ্ধদেৱ বসু, এ'লিয়ট আদি আধুনিক কবিকুলৰ আদৰ্শ প্ৰতিমা সমূহৰ বিৰুদ্ধে তীব্ৰ ভাষা আৰু যুক্তিৰে অভিযান চলাইছিল। আমি কেশৱ মহন্তক দেখা নাছিলোঁ। কিন্তু তেখেতে লিখা "আমাৰ কঁপালতে, ৰঙা সিন্দুৰৰে, তিলক আঁকি দিয়া" আদি গান ডেকা চামৰ মুখে মুখে আছিল। ভবানন্দ দত্তই উৎসাহেৰে ৰবীন্দ্ৰ জয়ন্তী পালন কৰিছিল আৰু তেখেতৰ ৰচিত আলেখ্যৰ ফাঁকে ফাঁকে ৰবীন্দ্ৰ সংগীত পৰিবেশন কৰিছিল আই পি টি এৰ শিল্পীসকলে।

ভবানন্দ দত্তৰ লগত হেম বৰুৱাৰ তৰ্কযুদ্ধ তেতিয়াৰ দিনৰ কৰ্ণাৰ্জুনৰ যুদ্ধৰ দৰে দুই মহাৰথীৰ সংগ্ৰাম। ত্ৰিদশৰ দেৱতাই নহ'লেও অসমৰ উদীয়মান প্ৰজন্মই উৰ্দ্ধশ্বাসে চোৱা নাটক। দুয়ো আসাম ট্ৰিবিউন কাকতত চলায় সেই পত্ৰযুদ্ধ। যিদিনা এজনৰ চিঠি ওলায়, আন চিঠিপত্ৰ আৰু নাথাকে। সাম্যবাদী আদৰ্শ আৰু ছোভিয়েট

ইউনিয়নৰ ভূমিকা লৈয়েই সেইবোৰ তৰ্ক-বিতৰ্ক হৈছিল। এবাৰ হেম বৰুৱাই লিখিলে যে GREAT SOVIET ENCYCLOPAEDIA নামৰ বিশ্বকোষত আইনষ্টাইনক "বুৰ্জোৱা ভাববাদী" বোলা হৈছে আৰু সি ছোভিয়েট ইউনিয়নত চিন্তাৰ স্বাধীনতা খৰ্ব হোৱা প্ৰমাণ কৰে। ভবানন্দ দত্তই এটা প্ৰত্যাহ্বান জনাই ক'লে যে তেনে কোনো কথা হোৱা নাই। থৈয়া-নথৈয়া ৰণ। (মোৰ আজি সন্দেহ হয় সেই কালৰ গুৱাহাটীত কিতাপৰ আকাল যেনেকুৱা আছিল, দুয়ো হয়তো সেই বহুখণ্ডৰ বিশাল বিশ্বকোষ খন দেখাই নাছিল। আন উৎসৰ পৰা তথ্য সংগ্ৰহ কৰি বিতৰ্কত নামিছিল।) কোনেও এৰি নিদিয়ে, কাৰণ আদৰ্শৰ প্ৰশ্ন।

এবাৰ লতাশিলৰ পথাৰখনৰ ওচৰত মই দেখিলোঁ ভবানন্দ দত্ত হাতত কাগজ এখন লৈ গজং গজং কৰে আহি আছে। সিপিনৰ পৰা ঘূৰণীয়া সুশ্ৰী মুখৰ এগৰাকী বিবাহিতা মহিলা আন এগৰাকী মহিলাৰ লগত আহি আছে। দুয়োৰে মুখত সৰলতাৰ চিন। হঠাৎ দত্ত বৈ গ'ল, আৰু মহিলা গৰাকীৰ পিনে চাই কাগজখন জোঁকাৰি-জোঁকাৰি ক্ৰুদ্ধস্বৰত ক'লে ঃ

"মিছেছ বৰুৱা, আপুনি হেম বৰুৱাক কৈ দিব, মই এইবাৰ তেওঁৰ কঁকাল ভাঙিম।" অপ্ৰত্যাশিত পৰিস্থিতিত মহিলা গৰাকী বিব্ৰত আৰু সংকুচিত হ'ল। ভবানন্দ দত্তই আৰু সময় খৰচ নকৰি গজং গজং কৰে গৈ থাকিল। যিমানদূৰ মনত পৰে তৰ্কযুদ্ধখনত কোনো জয়ী হোৱা নাছিল।

আৰু এবাৰ ছুড়্মাৰ্চ্চন্ হলত দুয়োৰে যুদ্ধ দেখাৰ সৌভাগ্য হৈছিল। তেতিয়া আধুনিক কবিতাৰ থিয়দণ্ডা দিয়া সময়। বুজা-নুবুজাকৈ আমি ডেকাচাম আধুনিক কবিতাৰ সপক্ষে——নুবুজিলে আৰু উগ্ৰ সমৰ্থক, এতিয়াৰ কিছু উত্তৰ-আধুনিকতাবাদী ডেকাৰ দৰে। বয়সীয়া চাম আধুনিক কবিতাৰ প্ৰতি বিৰূপ। হেম বৰুৱাই ক'লে, "হেৰা মোৰ প্ৰিয় ল'ৰা উপদেশ ধৰা" ধৰণৰ সহজ কবিতা লিখাৰ দিন আৰু নাই। কবিতাত মগজুৰ কাম হয় এতিয়া। ভবানন্দ দত্তই উত্তৰত কিছুমান আধুনিক কবিতাৰ অন্তঃসাৰশূণ্যতা আৰু মিছাতে পাঠকক বিভ্ৰান্ত কৰা অস্পষ্টতাৰ উদাহৰণ দাঙি ধৰিলে। তেওঁলোকৰ ভ্ৰান্ত জীৱনবোধৰ কথা ক'লে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই ক'লে "কবিতাৰ বিচাৰত ৰাজনৈতিক জঞ্জাল আমদানি কৰিব নালাগে।" মই তেতিয়া বোধহয় আই এ'ৰ (উচ্চতৰ মাধ্যমিক বোলা হয় এতিয়া) প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। কি জঁক উঠিল ময়ো মঞ্চত উঠি ক'লো ঃ "আধুনিক কবিতাত পাঠকৰ কল্পনাশক্তিক কাম কৰিবলৈ দিয়ে কবিয়ে। সকলোখিনি কথা ফুটাই নকয়।" ভবানন্দ দত্তই কথাটো শুনি মোলৈ ৰ-ৰাগি চালে। হেম বৰুৱা ছাৰ নিৰ্বিকাৰ হৈ থাকিল। সভাপতিৰ ভাষণত ৰজনীকান্ত শৰ্মা ছাৰে কালিদাসৰ উদ্ধৃতি দি ক'লে, "অতীতৰ সকলো বস্তু আদৰণীয় নহয়,

বৰ্তমানৰো সকলো বস্তু তুচ্ছ নহয়।" সেই কথা কোৱা বাবে ৰজনী শৰ্মা ছাৰক পিছত বয়স্ক চামে অলপ বেয়াই পাইছিল।

ৰজনী শৰ্মা ছাৰৰ দৰে বিদগ্ধ, মেধাবী আৰু ৰসিক সংস্কৃতজ্ঞ মই বেছি লগ পোৱা নাই। তেখেত মোৰ বিশেষ শ্ৰদ্ধাৰ পাত্ৰ আছিল, কিন্তু পৰৱৰ্তী কালত হিন্দু ৰক্ষণশীল শিবিৰৰ ৰাজনীতিৰ প্ৰতি আকৃষ্ট হৈ তেখেতে মোক কিছু ব্যথিত কৰিলে। তেখেতে সকলো কথাতে হাঁহিৰ সমল বিচাৰি পাইছিল। সত্তৰৰ দশকত নতুন পৰিভাষাৰ প্ৰচলন হৈছে। এটা বিশেষ চৰকাৰী সংস্থাৰ সচিবজনৰ কাৰ্যকালৰ Renewal হ'ল। কাগজত লিখিলে 'নবীকৰণ' হোৱা বুলি। শৰ্মা ছাৰে সচিবজনৰ পিনে চাই ক'লে, "মই ভাবিছিলোঁ হজৰত মহম্মদেই শেষ নবী। এতিয়া দেখিছোঁ তুমিও ওলালা!"

ছুড়্মাৰ্ছন হলত তেতিয়া মনীষী সকল আহি বক্তৃতা দিছিল বছৰত দুই-তিনিবাৰ। বক্তৃতাবোৰ শুনিবলৈ হলত মানুহ নধৰা হৈছিল। এতিয়া কিন্তু তালফাল লগাই প্ৰচাৰ নকৰিলে মানুহ এমুঠিও নহয়। এবাৰ সুনীতি কুমাৰ চেটাৰ্জিৰ বক্তৃতা আছিল। বিষয় বোধহয় "প্ৰাচীন ভাৰতত অসমৰ স্থান" বা তেনে ধৰণৰ কিবা। অসমৰ শিক্ষামন্ত্ৰী ডাঙৰীয়াই সভাপতিৰ ভাষণত সুনীতি বাবুৰ ব্যক্তিত্ব আৰু প্ৰতিভাত অভিভূত হৈ কঁপা-কঁপা মাতেৰে দুই-চাৰি আষাৰ কথা ক'লে। আমি বৰ লাজ পালোঁ। ভগগিৰী ৰায়চৌধুৰিয়ে (তেখেত মোতকৈ বয়সত ডাঙৰ যদিও বন্ধু হিচাবে কথা পাতিছিল) হলৰ পৰা ওলাই মোক তীব্ৰ উত্তেজনাৰে ক'লে ঃ "দেখিছেনে আমাৰ এ'ডুকেশ্যন মিনিষ্টাৰৰ কাণ্ড!"

সেই সময়ত সংস্কৃত চৰ্চাৰ বিশেষ গুৰুত্ব আছিল। চৰকাৰে এটা সংস্কৃত বৰ্ড গঠন কৰি অৰ্থ সাহায্য দিছিল। সংস্কৃত চৰ্চাই বিদ্যায়তনিক দিশত নিশ্চয় যথেষ্ট উপকাৰ সাধিছিল। কিন্তু জনজাতীয় ভাষাৰ ক্ষেত্ৰত কেৱল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱকহে আগবাঢ়ি যোৱা দেখিছিলোঁ। তেখেতৰ ভনীয়েক মোৰ ভাগিন মিনতিৰ সহপাঠিনী আছিল। সেই সূত্ৰে লগ পাওঁতে তেখেতক অতি অমায়িক আৰু গৱেষণাত ব্যস্ত দেখিছিলোঁ।

গুৱাহাটী বিশ্ববিদ্যালয়ত ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বাবে প্ৰশিক্ষণ দিবলৈ আহিছিল হিল্টন্ ফ্ৰান্সিছ্। তেওঁ প্ৰাক্তন শাসকসকলৰ দৰে চাহাৰী ভেম নাৰাখি সৰলমনে আটাইৰে লগত মিলিছিল, অসমীয়া সংস্কৃতি বুজিবলৈ চেষ্টা কৰিছিল, বিয়া-বাৰু পৰ্যন্ত খাই ফুৰিছিল। তীৰ্থনাথ শৰ্মাৰ পৰা তেখেতে বেদ-উপনিষদৰ জ্ঞান বিচাৰিছিল। অসমীয়া সমাজেও তেওঁক আদৰি লৈছিল। অৱশ্যে চাহাবৰ প্ৰতি তেতিয়াও মানুহৰ মনত মিশ্ৰিত শ্ৰদ্ধা আৰু বিদ্বেষৰ ভাৱ আছিল।

জ্ঞানাৰ্জনৰ বাবে সেই সময়ৰ প্ৰতিকূল পৰিস্থিতিত শিক্ষিত যুৱকসকলে বিশেষ উদ্যোগ লৈছিল। উজান বজাৰৰ ছত্ৰাকাৰ মন্দিৰৰ ওখ চিৰি য'ত শেষ হৈছে তাত মন্দিৰৰ সমুখত এটুকুৰা মুকলি ঠাই আছিল। তাতে স্থানীয় যুৱক সকলে মুকলি মনেৰে বিভিন্ন বক্তাক মাতি নি আলোচনা সভা পাতিছিল। বক্তৃতাৰ শেষত প্ৰশ্নোত্তৰ। মই এনে তিনিখন সভালৈ গৈছিলোঁ। এখনত অম্বিকাগিৰিয়ে শংকৰদেৱৰ ওপৰত, এখনত অধ্যাপক পদ্মেশ্বৰ গগৈয়ে শিক্ষা ব্যৱস্থাৰ ওপৰত, আৰু এখনত গোলোক ৰাজবংশীয়ে (তেতিয়া কামৰূপ একাডেমিৰ শিক্ষক আৰু সমাজবাদী নেতা) সংস্কৃতিৰ ওপৰত বক্তৃতা দিছিল। সেই নিমন্ত্ৰণ কৰ্ত্তা যুৱক কেইজন সম্প্ৰতি কিন্তু হিন্দুত্ববাদৰ সমৰ্থকত পৰিণত হোৱা বুলি শুনিছোঁ। সেই সময়ত এইবোৰ ভাব প্ৰবল হোৱা নাছিল।

ব্যতিক্ৰম কেৱল দুদিনমান আমাৰ সংগী হোৱা ল'ৰা এটা (আমি তাক "বাটলু" বুলি মাতিছিলোঁ। বাগৰি ফুৰা স্বভাৱৰ বাবেই হওক বা বাটলুৰ দৰে মানুহৰ গালে সৰু সৰু শিলগুটি দলিওৱাৰ অভ্যাসৰ বাবেই হওক।) সেই বয়সতো ধুতি-চেলেং চাদৰ পিন্ধি মাজে মাজে স্কুললৈ আহিছিল। খগেন দাস ছাৰে ৰহস্য কৰি তাৰ নাম দিছিল স্বামী বৰ্তুলানন্দ। তাৰ মতে ভাৰতৰ সকলো শ্ৰেষ্ঠ মানুহ বামুন আৰু সকলো কীৰ্ত্তি বামুনৰ নিজা। গান্ধীজীৰ বিপুল জনপ্ৰিয়তাৰ কালতো তাৰ মতে নাথুৰাম গড়ছে আছিল নিৰ্দোষ। গোলগাল হাঁহিমুখীয়া ল'ৰাটোৰ পেটত ইমান বিষ জমা হৈ আছিল, ভাবিলে আচৰিত লাগে। বোধহয় পৰিয়ালৰ গোড়ামি আৰু কুশিক্ষাৰ ফল। শিক্ষিত সমাজ যথেষ্ট মুকলিমূৰীয়া আছিল। ❑

# 'ৰামধেনু যুগ'ৰ স্মৃতি

'ৰামধেনু'ৰ লেখকসকল যে সেই সময়ৰ অসমীয়া সমাজত বিশেষ সুপ্ৰতিষ্ঠিত আছিল, তেনেকুৱা নহয়। তেওঁলোকে আৰম্ভ কৰা সাহিত্যৰ ধাৰাবোৰে অসমৰ বৃহত্তৰ পাঠক সমাজৰ ধাৰণাত আছিল আচহুৱা, আৰু কিছু পৰিমাণে পাবত গজা বিধৰ। এইচাম লেখকেও আত্মৰক্ষামূলকভাৱে নিজৰ মাজত ঘনিষ্ঠ যোগাযোগ ৰাখি চলিছিল। অৱশ্যে ডেকাচাম, বিশেষকৈ কটন কলেজৰ ছাত্ৰসকল, আধুনিক সাহিত্যৰ উৎসাহী সমৰ্থক আছিল। তেওঁলোকৰ বাবে হেম বৰুৱা, নৱকান্ত বৰুৱা, মহেন্দ্ৰ বৰা আছিল এক বীৰত্বপূৰ্ণ অভিযানৰ নায়ক। স্পষ্টকৈ ক'বলৈ গ'লে সেইবোৰ কবিতা ময়ো বুজি পোৱা নাছিলো। কিন্তু নতুন কিহবাৰ মোহত এচামৰ পিচে পিচে ময়ো লৰ ধৰিছিলোঁ। সাহিত্যত তেনে মনোভাবেও সহায় কৰে!

আমাৰ দৰে অৰ্বাচীন কিছুমান 'মন্দঃ কবিযশঃ প্ৰাৰ্থী'কো যে তেওঁলোকে গুৰুত্ব দিছিল, মনত পৰিলে আচৰিত লাগে। যেতিয়াই-তেতিয়াই বীৰেন ভট্টাচাৰ্য, মহেন্দ্ৰ বৰা, নৱকান্ত বৰুৱাৰ সময় নষ্ট হৈছিল আৰু এনে উপদ্ৰৱে তেওঁলোকক বিৰক্ত কৰিছিল। কিন্তু কোনোদিনেই তেওঁলোকে বিৰক্তি প্ৰকাশ কৰা নাছিল। নৱকান্ত বৰুৱা আছিল কিছু 'চুটি মেজাজ'ৰ মানুহ— এদিন মোক ভৰ্ৎসনা কৰি বিশেষ অনুতপ্ত হৈছিল। তাৰ পিচত সদায়ে প্ৰসন্ন আৰু সহৃদয়। হয়তো উঠি অহা প্ৰজন্মৰ প্ৰতি তেওঁলোকৰ দায়বদ্ধতা আছিল। এই কথা বিশেষকৈ মহেন্দ্ৰ বৰাৰ বিষয়ে ক'ব পাৰি। কিন্তু তাৰোপৰি বিঘ্নসংকুল, নিৰ্বান্ধৱ পৰিবেশত তেওঁলোকে হয়তো আমাৰ দৰে বালখিল্যৰ সহায়-সমৰ্থনো লাগতিয়াল বুলি ভাবিছিল।

এবাৰ ড° সূৰ্য কুমাৰ ভূঞাই নৱকান্তৰ সদ্যপ্ৰকাশিত 'হে অৰণ্য, হে মহানগৰ'ৰ 'উল্কাৰ চিঠি' নামৰ কবিতাটোত চকু ফুৰাই উপস্থিত বন্ধু কেইজনমানক কৈ আছিলঃ

এইটোওনো এটা কবিতানে, হেৰা? (পঢ়ে) 'সূৰ্য অন্ধ। (বিৰতি।) তথাপি সত্য। (বিৰতি), সূৰ্যমুখীৰ স্বীকৃতি।' (বিৰতি।)... এইটোত চোন কাব্যৰ ধ্বনি মাধুৰ্যই নাই।'

সেই ঘৰুৱা মেলত উপস্থিত থকা এটি কলেজীয়া ছাত্ৰই মৰণত শৰণ দি ক'লেঃ

'ছাৰ, আপুনি কবিতাটো ঠিকমতে পঢ়া নাই। কবিতাটো এনেকৈহে মাতিব লাগে ঃ

(পঢ়ে) 'সূৰ্য অন্ধ— তথাপি সত্য— সূৰ্যমুখীৰ স্বীকৃতি। জীৱনগীতাৰ পাণ্ডুলিপিত তাৰে লিখা।'

শুনি উপস্থিত সকলো চমৎকৃত হ'ল। 'ইয়ে! এনেকৈ পঢ়ে নেকি? এনেকৈ পঢ়িলে চোন বেছ সুৱদী-সুৱদী লাগে!!' আধুনিক কবিতাৰ অভ্যৰ্থনা এসময়ত এনেকুৱাই আছিল।

অসম সাহিত্য সভাৰ সভাপতি যতীন দুৱৰাই হঠাতে তেওঁৰ স্বভাৱগত শান্ত-সৌম্য কণ্ঠস্বৰ চেৰাই গৈ তীব্ৰ ভাষাত আধুনিক কবিতাত আক্ৰমণ কৰিলে। আনকি পৰীক্ষাত ফে'ল কৰা ছাত্ৰৰেই এনে কবিতা-ৰচনাত সিদ্ধিলাভ কৰে বুলি নিৰ্দয় ইংগিত দিলে। আধুনিক কবিতাৰ লেখক-সমৰ্থকৰ সমাজত হৈ-চৈ লাগিল। (পিচত শুনা গৈছিল যে এই ক্ষাৰ-লৱণ-যুক্ত বাক্যকিটি মহেশ্বৰ নেওগ ছাৰৰ অৱদান আছিল।) মহেন্দ্ৰ বৰা ছাৰে 'দুৱৰাই আৰু তেওঁৰ নাওখনি কিমান বাই ফুৰে, তেওঁ ঘাটত নাও চপোৱা ভাল হ'ব', এনেধৰণে আধুনিক কবিতাৰ ওপৰত আক্ৰমণৰ উত্তৰ কাটিলে। প্ৰতিপক্ষ এইবাৰ ইমান উত্তেজিত হ'ল যে মানহানিৰ মোকৰ্দমাকে কৰিবলৈ ওলাইছিল! পিচত যেনিবা ধৈৰ্য ধৰিলে।

অৰ্থাৎ আধুনিক কবিতা আৰু আধুনিক সাহিত্য আৰ্হিটোৱে ৰক্ষণশীলসকলৰ পৰা যথেষ্ট বাধাৰ সন্মুখীন হৈছিল। মহেন্দ্ৰ বৰা ছাৰৰ দৰে এচাম লোকে অকলে এইবোৰ বাধা-বিঘিনিৰ বিৰুদ্ধে ক্লান্তিহীন সংগ্ৰাম চলাই এই সাহিত্যক গ্ৰহণীয় কৰি তুলিছিল। উদীয়মান প্ৰতিভাক স্বীকৃতি আৰু উৎসাহ দিয়া, অপেক্ষাকৃত বয়স্কসকলৰ ৰচনাৰ মূল্যায়নৰ প্ৰচেষ্টা কৰা, আধুনিক কবিতাৰ প্ৰথম সংকলন উলিয়াই সেই ধাৰাক প্ৰতিষ্ঠা কৰা— এইবোৰ দায়িত্ব মহেন্দ্ৰ বৰা ছাৰে অকলে আৰু অদম্য উৎসাহেৰে পালন কৰিছিল। 'ইয়াৰুইংগম' প্ৰকাশিত হোৱাৰ লগে লগে তাৰ ধ্ৰুপদী গুৰুত্বক স্বীকৃতি দিছিল বৰা ছাৰে।

হেম বৰুৱা আছিল স্বাধীনতা ৰণৰ সংস্পৰ্শই সঞ্জীৱিত কৰা ডেকাচামৰ নয়নৰ মণিস্বৰূপ। হেম বৰুৱা ছাৰে অলপ মাৰ্কিন ঢঙত ইংৰাজী কৈছিল, আৰু তাকে শুনি ৰাইজে বিস্ময় মানিছিল। তেওঁৰ বাগ্মিতা আৰু শব্দভাণ্ডাৰ আছিল অফুৰন্ত আলোচনাৰ বিষয়। তেওঁৰ ক্ষেত্ৰত জনমুখী, প্ৰগতিশীল গণতান্ত্ৰিক ৰাজনীতি আৰু সাধাৰণৰ বাবে দুৰ্বোধ্য আধুনিক সাহিত্যৰ মাজত বিৰোধৰ চেতনা নাছিল। তেওঁ দুয়োটা কাম সমান উৎসাহেৰে কৰিছিল।

এদিন কথাই কথাই হেম বৰুৱা ছাৰে মোক কৈছিল, 'বুইছা হীৰেন,

যোৰহাটৰ প্লেণ্টাৰ, হাকিম, এইবোৰ মানুহে মোক সদায় ডাক-পিয়নৰ ল'ৰা বুলিয়েই ভাবি থাকিল। মোৰ মোল যদি কোনোবাই বুজিছে, কামৰূপৰ সাধাৰণ মানুহখিনিয়েই বুজিছে।' ছাৰৰ আগডোখৰ জীৱন আছিল সংগ্ৰাম আৰু দাৰিদ্ৰ্যৰে জৰ্জৰিত। তেখেতক গুৱাহাটীত আশ্ৰয় দিয়া এগৰাকী বিখ্যাত অধ্যাপকে হেনো নিজৰ পৰিয়াললৈ মাছ কিনি বৰুৱা ছাৰৰ পাতলৈ এটুকুৰা মাছো ৰখা নাছিল। গতিকে বৰুৱা ছাৰৰ চেতনাত আপামৰ জনতাৰ আশা-আকাংক্ষাৰ সাঁচ আছিল। আগডোখৰৰ কবিতাতো তাৰে প্ৰভাৱ পৰিছিল; গোপীনাথ বৰদলৈয়ে তেখেতক কষ্ট দেখি মৰম কৰি বি বৰুৱা কলেজৰ অধ্যক্ষ পাতিছিল, আৰু সভাই-সমিতিয়ে তেখেতক 'প্ৰিন্সিপেল্ হেম বৰুৱা' বুলিহে উল্লেখ কৰিছিল। বৰুৱা ছাৰৰ পিছৰ জীৱনৰ কবিতাত সাধাৰণ জীৱনৰ তথা সাধাৰণ মনুষ্যত্বৰ এই পৰশ নাই। এক বিশেষধৰণৰ ৰাজনীতিয়ে তেওঁক তুলি লৈ গ'ল 'সম্মানেৰ চিৰনিৰ্বাসনে।' (ৰবীন্দ্ৰনাথ।) সি যি নহওঁক তেতিয়া তেখেতৰ ব্যক্তিত্বও আছিল আধুনিক সাহিত্যৰ বাবে মস্ত এখন ঢাল।

কিন্তু প্ৰাচীনপন্থীসকলৰ উপৰিও আন এচাম লোকে আধুনিক কবিতা চকু পাৰি দেখিব নোৱাৰিছিল। এইচাম আছিল সাম্যবাদী। মেধাৱী, ত্যাগী, কষ্টসহিষ্ণু এই লোকসকলে ব্যক্তি হিচাপে ৰাইজৰ শ্ৰদ্ধা আদায় কৰিব পাৰিলেও গুৱাহাটীৰ মধ্যবিত্ত সমাজত (আনকি নিম্নমধ্যবিত্ত সমাজত) বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিব পৰা নাছিল। তেওঁলোকৰ আদৰ্শ মধ্যবিত্তৰ বাবে আছিল কুহেলিকাসদৃশ। নতুনকৈ দাৰিদ্ৰ্য আৰু গতানুগতিক সমাজবন্ধনৰ পৰা মুক্ত হোৱা আৰু ব্যক্তিচেতনা তথা আত্মবিকাশৰ পথত ভৰি দিয়া মানুহখিনিৰ বাবে তেওঁলোকৰ সাম্যৰ আদৰ্শ আছিল আত্মহত্যাৰ আহ্বান। তদুপৰি ৰুছ, চীনা, বঙালী আদি ভয়ংকৰ জাতিৰ লগত তেওঁলোকৰ গোপন যোগাযোগৰ কাহিনীয়েও মানুহক কিছু সন্ত্ৰস্ত কৰি ৰাখিছিল।

কিন্তু গাঁৱৰ ৰাইজৰ সমৰ্থনে এওঁলোকৰ সেই অভাৱ পূৰণ কৰিছিল। ভবানন্দ দত্ত, হেমাংগ বিশ্বাস, ড° ভূপেন হাজৰিকা, কেশৱ মহন্ত, বেণী মহন্ত, অমিত সৰকাৰ, অৱনী বৰঠাকুৰ, হীৰেন ভট্টাচাৰ্য আদিয়ে ঐকান্তিক নিষ্ঠা আৰু আত্মবিশ্বাসেৰে সেই আদৰ্শ প্ৰতিষ্ঠাত আত্মনিয়োগ কৰিছিল। 'প্ৰবাহ' প্ৰমুখ্যে আলোচনীত এওঁলোকে আধুনিক কবিতাৰ দুৰ্বোধ্য আংগিক, নৈৰাশ্যপূৰ্ণ বাতাবৰণ আৰু আত্মকেন্দ্ৰিক নিঃসংগতাক কঠোৰ ভাষাত আক্ৰমণ কৰিছিল।

আটাইতকৈ কঠোৰ ভাষা প্ৰয়োগ কৰিছিল ভবানন্দ দত্তই। অমিততেজা, প্ৰচণ্ড মেধাৰ অধিকাৰী দত্ত ব্যক্তিগত আচৰণত আছিল বেপৰোৱা, অসহিষ্ণু, আদৰ্শনিষ্ঠাত অবিচল। তেওঁ ৰবীন্দ্ৰনাথৰ কবিতা অনৰ্গল গাই যাব পাৰিছিল। 'বি-

এ' পৰীক্ষাৰ ইংৰাজীৰ পৰীক্ষা দিবলৈ গৈ দেখিলে যে পাঠ্যপুথিৰ কথাবোৰ তেওঁৰ মনত নাই, বহুদিন পঢ়াই নাছিল। তেওঁ এপিনৰ পৰা মিল্টনৰ 'পেৰেডাইজ লষ্ট' হুবহু লিখি গ'ল— দুই-তিনি সৰ্গমান লিখিলে স্মৃতিৰ পৰা। প্ৰশ্নৰ উত্তৰ নিদিয়া সত্ত্বেও এই কাণ্ডত চমৎকৃত হোৱা পৰীক্ষকে পৰীক্ষাত তেওঁক ভাল নম্বৰেই দিছিল। সেই ভবানন্দ দত্তই আপত্তি কৰিলে যে 'আধুনিক কবিবোৰৰ বেমাৰ এটাই। বিয়া কৰাই দিলে কবিতা লিখা বন্ধ হৈ যাব।' আমি শুনি বৰ বেয়া পাইছিলোঁ। কিন্তু দত্তক জোকাই লোৱা আৰু বাঘৰ নেজেৰে কাণ-খজুৱা একেই কথা।

গুৱাহাটীত তেতিয়া গাড়ী-ঘোঁৰা সেৰেঙা। বাটেদি আপোনমনে খোজকাঢ়ি গ'লে মেনহ'ল বা স্কুটাৰে মৰণ মাতি নানে। সেই সময়তে এদিন দত্ত ডাঙৰীয়াই 'হন্ হন্ কৰে' বাটেদি গৈ থাকোতে দেখিলে সিপিনৰ পৰা হেম বৰুৱাৰ পত্নী অণু বাইদেৱে এগৰাকী বান্ধৱীৰ সৈতে আহি আছে। হঠাতে ভ্ৰুকুঞ্চিত কৰি দত্ত ডাঙৰীয়া ৰ'ল আৰু হাতৰ খবৰ কাগজখন অণু বাইদেউৰ পিনে টোঁৱাই হুংকাৰ ছাবি ক'লেঃ 'মিছে'ছ বৰুৱা, আপুনি হেম বৰুৱাক কৈ দিব, এইবাৰ মই তেওঁৰ কঁকাল ভাঙিম।' অণু বাইদেউ চেপেটা লাগিল সংকোচত'। দত্ত ডাঙৰীয়া গজেন্দ্ৰৰ খোজত আগুৱাই গ'ল। তেতিয়া বৰুৱাৰ "লগত দত্তৰ **Assam Tribune**-ৰ পাতত **Soviet Encyclopedia** সম্পৰ্কে বিতৰ্ক চলিছিল।

আধুনিক সাহিত্যৰ আন্তৰ্জাতিক আদৰ্শ যদিও বস্তুবাদী অৰ্থত পুঁজিতন্ত্ৰৰ সমৰ্থক নাছিল, তথাপি সি গণতান্ত্ৰিক জনগণৰ প্ৰতি সদয়ো নাছিল। সস্তীয়া চিনেমা আৰু স্থূল সংগীতৰ প্ৰতি আসক্ত জনতা ইউৰোপ-আমেৰিকাৰ আধুনিক সাহিত্যিকবৃন্দৰ অবজ্ঞাৰ পাত্ৰ আছিল। তেওঁলোকৰ সাহিত্যিক আদৰ্শ সচেতনভাৱেই আছিল আভিজাত্যবাদী। আধুনিক বুৰ্জোৱা সাহিত্যৰ অবক্ষয় আৰু নিৰুপায় মনুষ্যত্বৰ ছবি সাম্যবাদীসকলৰ প্ৰিয় নাছিল। তেওঁলোকে এই নৈৰাশ্যপ্ৰীতিক সমাজৰ বৈপ্লবিক ৰূপান্তৰৰ আকাংক্ষাৰ বাবে এই বিপদ বুলি গণ্য কৰিছিল। হাৱাৰ্ড ফাষ্টৰ **Literature and Reality** আৰু ৰজেৰ গাৰৌডি নামৰ এজন ফৰাচী দাৰ্শনিকৰ **Literature of the Graveyard** আধুনিক সাহিত্যৰ বিৰুদ্ধে কটূক্তিপূৰ্ণ ওকালতি আছিল। (পিচলৈ দুয়োজনে সাম্যবাদী দলৰ পৰা পদত্যাগ কৰে।))।

ছোভিয়েট আৰু চীনা কিতাপ তেতিয়া অতি সস্তাতে পোৱা গৈছিল। কিতাপবোৰৰ ছপা-বন্ধা আছিল মজবুত, পৰিষ্কাৰ, কিন্তু চেহেৰা আছিল কিছু আপচু। তদুপৰি কেঁচা চামৰাৰ দৰে গোন্ধ এটা আছিল। **Soviet Literature**

আৰু Chinese Literature নামৰ দুখন আলোচনী গুৱাহাটীৰ সাধাৰণ পাঠকেও কিনি কিনি পঢ়িছিল। কিন্তু সাহিত্যৰ গঢ়-গতিৰ ওপৰত সেই দুখনে বিশেষ প্ৰভাৱ পেলাব পৰা নাছিল। ছোভিয়েট ৰুছিয়া আৰু চীনৰ নৱজাগৰণৰ প্ৰতি মানুহৰ শ্ৰদ্ধা থকা সত্ত্বেও তাৰ সাহিত্যই আমাৰ লেখসকলক বিশেষভাৱে অনুপ্ৰাণিত কৰিব পৰা নাছিল। তাক পাৰ্টিৰ মতামতৰ সাহিত্যিক ৰূপ যেন লাগিছিল।

মজাৰ কথা এয়েযে সমাজতান্ত্ৰিক শিবিৰৰ জনপ্ৰিয়তাত বিচলিত হৈ আমেৰিকায়ো অজস্ৰ কিতাপ সস্তাত দিছিল। PL-480 নামৰ আঁচনি অনুযায়ী দুৰ্ভিক্ষৰ দুঃস্বপ্নই প্ৰায়ে আগচি ধৰা ভাৰতে আমেৰিকাৰ পৰা অপৰ্যাপ্ত খাদ্যশস্য লৈছিল। তাৰ বিনিময়ত দিবলগীয়া ধন ভাৰততে জমা হৈ আছিল। তাৰে আমেৰিকাই আন কামৰ লগতে এনে সস্তা কিতাপ উলিয়াইছিল। সেই কিতাপবোৰৰ মাজত গণতন্ত্ৰৰ গুণ-গান থকা প্ৰচাৰপুস্তিকাৰ উপৰি বহুত উৎকৃষ্ট পশ্চিমীয়া সাহিত্যগ্ৰন্থও আছিল। এনেকৈয়ে দুই ম'হৰ যুদ্ধৰ পৰা মাজে মাজে বিৰিণা মৰিলেও তৃতীয় বিশ্বৰ প্ৰাণীকুল কিছু উপকৃতও হৈছিল।

আধুনিক সাহিত্যৰ ধাৰাটোৰ কিছু অন্তৰ্নিহিত দুৰ্বলতা নথকা নহয়। তাত গগন ভেদি ফুটা নিঃসংগতা, নৈৰাশ্য আৰু নিৰুপায় মনুষ্যত্বৰ কণ্ঠস্বৰ সঁচাকৈ একপক্ষীয় আৰু ভাবাদৰ্শগতভাৱে অন্ততঃ আংশিক আছিল। কিন্তু সেই বিপদৰ মাজতো যে মানুহৰ সৃষ্টিশীলতা অক্ষুণ্ণ থাকিব পাৰে, সি যেন তাৰে নিদৰ্শন দাঙি ধৰিছিল। আনহাতে আশা ভাৰসাৰ বাণী শুনোৱা সমাজবাদী সাহিত্যই জঠৰ আৰু প্ৰাণহীন ভাষাৰ প্ৰয়োগেৰে সৃষ্টিশীলতাৰ দুৰ্বলতা প্ৰকট কৰিছিল। এই কথা ভাবি চাবলগীয়া যে সাধাৰণ মানুহৰ ভৱিষ্যতৰ প্ৰতি উৎসৰ্গিত এই মতাদৰ্শৰ সাহিত্যই সাধাৰণ মানুহৰ সৃষ্টিশীলতা জগাই তুলিব পৰা নাছিল। তদুপৰি সাম্যবাদী দলৰ নেতাসকলে ধৰি-বান্ধি দিয়া নীতি-নিয়ম মানোতে লেখসকলৰ নিজৰ সৃষ্টিশীলতাৰ আইধা পৰিছিল।

কিন্তু সাম্যবাদীসকলে তোলা প্ৰশ্নবোৰো আজি অবাস্তৱ যেন নালাগে। স্বাধীনতাৰ পৰৱৰ্তী কালতো যুগ যুগ ধৰি কবাল মাৰি ধৰা সমস্যাবোৰে অসমীয়া জাতিৰ মনুষ্যত্ববোধ, গতিশীলতা আৰু সৃষ্টিক্ষমতা কম কৰি ৰাখিছিল। জাতিভেদৰ গভীৰ অবিচাৰ, ম্লেচ্ছ বুলি পৰিগণিত বহু জনগোষ্ঠীয় অসমৰ জনগাঁথনিত থকা সমস্যা (যাক কেৱল সুচিন্তিত গণতান্ত্ৰিক উপায়েৰেহে মীমাংসা কৰা সম্ভৱ আছিল), আৰু অসমৰ কৃষক সমাজৰ নিছলা অৱস্থা, অসমীয়া মধ্যবিত্তৰে সীমাবদ্ধ আৰু শ্ৰমবিমুখ বিকাশ, এই প্ৰতিটো সামাজিক বৈশিষ্ট্যৰ মাজত বিস্ফোৰক উপাদান আছিল। কিন্তু কোনেও এইবোৰ সমস্যা সাহিত্যলৈ আনিবলৈ বিচৰা নাছিল।

স্বাধীনতাৰ পিচত অসমীয়া শিক্ষিত মধ্যবিত্তই চাকৰি-বাকৰিৰ জৰিয়তে যি নিৰাপত্তা আৰু স্বচ্ছলতাৰ সুযোগ পালে, তাতে নিজকে আবদ্ধ ৰাখি বৃহত্তৰ সমাজৰ প্ৰতি পিঠি দিলে। তেওঁলোকৰ সাহিত্যও এইবোৰ বৃহত্তৰ সমাজৰ পৰা আঁতৰি আহি মধ্যবিত্ত জীৱনৰ দুখ-দৈন্য, প্ৰেম-বিৰহ, নিঃসংগতাৰ বেদনা আৰু আত্মচেতনাৰ মাদকতাত নিমগ্ন হৈ পৰিল। প্ৰতিষ্ঠিত লেখক সকলৰ ভিতৰত দীননাথ শৰ্মাই কৃষক জীৱনৰ সংগ্ৰামৰ লগতে অসমৰ জাতিগঠনৰ বুনিয়াদী প্ৰক্ৰিয়াৰ বিৱৰণ যুৰি 'নদাই' নামৰ এখন সাৰ্থক উপন্যাস ৰচনা কৰিছিল। সেইধৰণৰ ৰচনাৰ প্ৰতি আধুনিক সাহিত্যৰ কাণ্ডাৰীসকলৰ উপেক্ষাৰ মনোভাবহে দেখা গৈছিল। প্ৰতিভাবান সাহিত্যিকসকলে বৃহত্তৰ সমাজৰ জনজীৱনৰ মৌলিক সমস্যাবোৰলৈ পিঠি দিয়াৰ ফলত মধ্যমীয়া শক্তিৰ বা নিকৃষ্ট মানৰ লেখকৰ হাতত তাৰ দায়িত্ব পৰিলে। তেওঁলোকেও সমাজত গভীৰ আলোড়ন তুলিব পৰাকৈ এনেবোৰ সমস্যা ৰূপায়ণ কৰিব নোৱাৰিলে। অসমীয়া সমাজৰ সুস্থ বিকাশত এনেবোৰ ঘটনায়ো প্ৰভাব পেলাইছিল।

মোৰ এটা কথা মনত পৰিলে মনটো এতিয়াও নিথৰ হৈ যায়। **Assam Tribune** কাকতত চক্ৰবৰ্তী নামৰ এজন বাঙালী সহযোগী সম্পাদক আছিল। সুদৰ্শন চেহেৰাৰ, সদালাপী আৰু অতিশয় মাৰ্জিত ৰুচিৰ এইজন ভদ্ৰলোকৰ মনত আৰু আচৰণত অসমীয়াৰ প্ৰতি এক আন্তৰিক মমতা আৰু সন্মানৰ ভাবে ঠাই পাইছিল। তেওঁলোকৰ ঘৰত ল'ৰা-ছোৱালীয়ে সন্ধিয়া প্ৰাৰ্থনা কৰোতে অসমীয়া আৰু বাংলা দুয়োটা ভাষাৰ ভক্তিমূলক গীত গাইছিল। আৰ্ল ল' কলেজৰ অৱসৰপ্ৰাপ্ত প্ৰিন্সিপেল জে' বৰুৱাই তেতিয়া প্ৰায় নিঃসংগ জীৱন যাপন কৰিছিল। বেণুধৰ শৰ্মাৰ দৰে দুজনমান বন্ধু আৰু কিছুসংখ্যক প্ৰাক্তন ছাত্ৰই মাত্ৰ কদাচিৎ তেওঁৰ খবৰ কৰিছিল। তেওঁৰ পো-বোৱাৰী দুয়ো আছিল শান্ত আৰু স্বল্পভাষী। জে' বৰুৱাই বোধহয় নিঃসংগতাৰ হেঁচাতে অতিপাত মদ খাবলৈ লৈছিল। বিহুৰ দিনা জে' বৰুৱাৰ ঘৰলৈ চক্ৰৱৰ্তীৰ ঘৰৰ পৰা থালে-থালে পিঠা-পনা যোৱা দেখি সেই চেমনীয়া কালতে মোৰ আনন্দাশ্ৰু উদ্‌গত হৈছিল। অতি পৰিতাপৰ কথা যে পঞ্চাশৰ দশকৰ প্ৰথম ভাগতে (আচলতে ষাঠিৰ দশক, পিচে আজিকালি এনেকৈয়ে লিখা হয়।) হোৱা প্ৰচণ্ড বঙাল-খেদা আন্দোলনে এই পৰিয়ালটোক ঘোৰ লঘু-লাঞ্ছনা কৰি অসম এৰি যাবলৈ বাধ্য কৰিলে। সঁচাসঁচিকৈ অসমীয়াৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি থকা কেইজনমান বঙালী মানুহ কিন্তু অসমতে থাকি গ'ল। ঘটনাৰ পিচত কেইবাদিনলৈকো ৰাতি উজাগৰে সেই পৰিয়ালটোৰ কথা ভাবি মই গভীৰ বেদনা অনুভৱ কৰিছিলোঁ। এইবোৰ কথাও 'ৰামধেনু যুগৰ' লেখকসকলৰ দ্বাৰা

উপেক্ষিত হৈছিল।

আধুনিক অসমীয়া সাহিত্যৰ অধিকাংশ কাণ্ডাৰী কিন্তু সাম্যবাদত বিশ্বাসী নহ'লেও সমাজবাদৰ অনুগামী আছিল। মহেন্দ্ৰ বৰাই সমাজবাদৰ ওপৰত কিতাপ ৰচিছিল, হেম বৰুৱা প্ৰজা-ছ'শ্যেলিষ্ট দলৰ আৰু বীৰেন ভট্টাচাৰ্য লোহীয়া-পন্থী দলৰ সদস্য আছিল। কিন্তু এওঁলোকৰ ভিতৰত বীৰেন ভট্টাচাৰ্যই মাথোন সামাজিক দ্বন্দ্ব আৰু আন্দোলনক সাহিত্যৰ বিষয়বস্তু কৰি লৈছিল। স্বাধীনতাৰ পিচত দেশ গঠনৰ বিশাল উদ্যোগত বহুতে আত্মনিয়োগ কৰিছিল, তেওঁলোকৰ কাৰো ত্যাগ, গঠনমূলক শ্ৰম, দেশপ্ৰেম, সফলতা বা বিফলতা সাহিত্যৰ বিষয় ন'হল। কিন্তু তাৰ আগতে 'জীৱনৰ বাটত'ৰ দৰে সাৰ্থক উপন্যাসত ধৰণী মাষ্টৰ আৰু গোলাপ ডাক্তৰৰ জীৱনৰ ওপৰত ঔপন্যাসিকৰ অনুকম্পাভৰা দৃষ্টি পৰিছিল। ছ'শ্যেলিষ্টসকলৰ আন ভাল-বেয়া গুণ কি আছে-নাছে নাজানোঁ, কিন্তু তেওঁলোকে সাম্যবাদীসকলৰ তুলনাত অসমৰ অসমীয়া জাতীয় আশা-আকাংক্ষাৰ খবৰ বেছিকৈ ৰাখিছিল। মই আনকি সৰুতে 'আছাম ট্ৰিবিউন' কাকতৰ মালিক ৰাধা গোবিন্দ বৰুৱাকো ৰঙা টুপী পিন্ধি ছ'শ্যেলিষ্টসকলৰ বাৰ্ষিক অধিবেশনত বহুদ-পাতি যোগান ধৰা দেখি অবাক হৈছিলোঁ। বীৰেন ভট্টাচাৰ্য হাড়ে-হিমজুৱে ছ'শ্যেলিষ্ট্ আছিল। তেখেতৰ 'বিষ্ণু ৰাভা, এতিয়া কিমান ৰাতি' কবিতাটোৱে ৰবীন্দ্ৰনাথৰ 'অৰবিন্দ ৰবীন্দ্ৰেৰ লহ নমস্কাৰ' শীৰ্ষক কবিতাই বংগৰ জনতাৰ মাজত সমাদৰ পোৱাৰ দৰে অসমৰ জনতাৰ হৃদয় স্পৰ্শ কৰিছিল।

এদিনৰ কথা। মই তেতিয়া দশমমান কি আই এ'ৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। বীৰেন ভট্টাচাৰ্যদেৱে ৰাস্তাত উত্তেজিত হৈ ঘূৰি ফুৰিছে, মোক দেখি ৰ'ল, মোকো ৰখালে। উত্তেজনাৰ কাৰণ সুদূৰ কেৰালাত সমাজবাদী ঠানু পিল্লাইৰ নেতৃত্বত প্ৰথমবাৰৰ বাবে দেশত অ-কংগ্ৰেছী চৰকাৰ গঠিত হৈছে! সেই দুঃসহ আনন্দৰ ভাগ দিবলৈ তেওঁ মানুহ বিচাৰি পোৱা নাই। কেৰালা? ঠানু পিল্লাই? এইবোৰ মোৰ মনত তেতিয়া কিবা দুৰ্বোধ্য বেবেৰিবাং। বনলতা সেনৰ কথা ক'লেও বুজিলোহেতেন!! কিন্তু ভট্টাচাৰ্যদেৱৰ সেই উগুল-থুগুল ভাব মোৰ এতিয়াও মনত পৰে।

'বামধেনু'ৰ পাতত হোৱা বিতৰ্কবোৰেও অসমীয়া সমাজৰ আভ্যন্তৰীণ চৰিত্ৰ প্ৰতিফলিত কৰে। মনোৰঞ্জন শাস্ত্ৰীয়ে শংকৰদেৱৰ গুৰু এজন বিচাৰি উলিওৱা বুলি দাবী কৰাত অব্ৰাহ্মণবাদীসকল জাঁকি উঠিল আৰু শাস্ত্ৰী ডাঙৰীয়াক এসেকা দিবলৈ আগুৱাই আহিল। শংকৰদেৱক ব্ৰাহ্মণ্য সংস্কৃতিত জীণ নিয়াবলৈ চেষ্টা কৰিলে আজিও তেনে প্ৰতিক্ৰিয়াই হয়। আন এবিধ বিতৰ্ক কিন্তু কিছু পৰিমাণে

ক্ষতিকাৰক আৰু অৰুচিকৰ।

লোহিয়া গুৱাহাটীলৈ আহি ইংৰাজী ভাষাৰ প্ৰাধান্যৰ বিৰুদ্ধে বাজহুৱাভাবে কটাক্ষ কৰাত অগ্নিশৰ্মা হৈ ইংৰাজী অধ্যাপক মহেন্দ্ৰ বৰা ছাৰে **'The Lunatic Fringe of Socialism'** (সমাজবাদৰ উন্মাদ কুটুম্ব) শিৰোনামাৰে **Assam Tribune** কাকতত এখন চিঠি লিখে। সমাজবাদীসকল ক্ষিপ্ত হৈ উঠিল। তেওঁলোকে মহেন্দ্ৰ বৰাই দীনেশ দাসৰ বাংলা কবিতা এটা নকল কৰা বুলি অভিযোগ আনিলে। উত্তৰত বৰা ছাৰে 'কুন্তিলক বৃত্তি' নাম দি এটা দীঘলীয়া, তথ্যপূৰ্ণ প্ৰবন্ধ লিখিলে। কথাটো সিমানতে তল পৰিছিল। দুৰ্ভাগ্যবশতঃ হোমেন বৰগোহাঞিয়ে তাৰ মাজতে এটা পেৰেগ্ৰাফ 'দেশ' নামৰ বঙালী পত্ৰিকাৰ কোনো এটা প্ৰবন্ধৰ পৰা অস্বীকৃতভাবে আহৰণ কৰা বুলি দেখুৱাই নুমাব ধৰা জুই আকৌ জ্বলাই দিলে। বৰা ছাৰ বেয়াকৈ কলংকিত হ'ল। 'নকল ধৰা'ৰ এই ৰেৱাজ অসমত আজিও চলি আছে। নীলমণি ফুকনৰ এটা কবিতা নকল কৰা বুলি প্ৰমাণ কৰিবলৈ প্ৰতিপক্ষই জালিয়াতিৰ আশ্ৰয় লৈছিল আৰু ফুকনে পুলিচৰ সহায় ল'বলৈ বাধ্য হৈছিল। সেইটো অৱশ্যে পৰৱৰ্তী কালৰ কথা।

'ৰামধেনু যুগ'ৰ স্মৃতি মোৰ জীৱনৰ অন্যতম অক্ষয় সঞ্চয়।

# মোৰ সাহিত্যচৰ্চ্চাৰ প্ৰথম পৰ্ব

"যি মূলা বাঢ়িব, তাৰ দুপতীয়াতে চিন।" সৰুতে অসমীয়াৰ ঘৰে ঘৰে থকা "পি এম বাগ্‌চিৰ পঞ্জীকা"ত পৃষ্ঠা ভৰা বিৰাট মূলা এজোপাৰ ছবিৰে "ৰাক্ষুসে বোম্বাই মূলা"ৰ বিজ্ঞাপন চাই আচৰিত আৰু আহ্লাদিত হৈছিলোঁ। ময়ো আজিৰ কোনো-কোনো পাঠকৰ দৃষ্টিত "ৰাক্ষুসে বোম্বাই মূলা"ত পৰিণত হৈছোঁ। সেয়ে মোৰ দুপঁতীয়াতে ছিৰি-চেহেৰা কেনে আছিল, পাঠকক জান দিয়া উচিত বুলি ভাবিলোঁ।

মোৰ সাহিত্য চৰ্চাৰ বিদ্যাৰম্ভ দুই এবাৰৰ শুকান ঢেৰেকনিৰ পিছত কলে'জিয়েট স্কুলৰ সপ্তম মান শ্ৰেণীত আৰম্ভ হৈছিল। হাতে লিখা আলোচনী। ওপৰত স্বৰ্গীয় বন্ধু গজেন তালুকদাৰৰ বৰ যত্নকৈ অঁকা কৃতাঞ্জলিপুটে বন্তি লোৱা নৃত্যৰতা নৰ্ত্তকীৰ ছবি। পাতে পাতে আন এক সহপাঠী ধ্ৰুৱৰ মুকুতাৰ দৰে আখৰ আৰু অলংকৰণ। কি নিৰ্মল উৎসাহেৰে আমি আটায়ে আলোচনীখনৰ বাবে খাটিছিলোঁ! সম্পাদক পাতিছিল মোক। মই তাত জেক কম্‌ৰয় নামৰ এজন মাৰ্কিন লেখকৰ (কৃষ্ণাংগ?) ৰচিত গল্প এটা বঙলাৰ পৰা অনুবাদ কৰিছিলোঁ। গল্পটোত শোষণ আৰু দাৰিদ্ৰ্যৰ সহানুভূতিশীল চিত্ৰণে মোৰ অন্তৰ স্পৰ্শ কৰিছিল।

ছাত্ৰবিলাকৰ খেলাধূলাৰ পৰা সাহিত্য-শিল্প চৰ্চালৈ বিভিন্ন দিশত নজৰ ৰখা জোৰপুখুৰিপাৰৰ স্বৰ্গীয় সুৰেন দাস ছাৰৰ চকু পৰিল আমাৰ আলোচনীত। তেওঁ মোৰ গল্পৰ চেপি চেপি চকুলো উলিওৱা ভাব-প্ৰৱণতা দেখি মিচিকিয়ালে যদিও আমাক বৰ উৎসাহ দিলে। আনকি মোক লগত লৈ বাঘৰ চোঙলৈ, অৰ্থাৎ সহকাৰী প্ৰধান শিক্ষক শান্তিৰাম দাসৰ কমলৈ, লৈ গ'ল। দাস ছাৰে শেনচকুৰে চাই সকলো দিশৰ ভুল-ক্ৰুটি উদঙাই দিলে। প্ৰথমতে নিৰুৎসাহ হৈছিলোঁ যদিও পিছত দাস ছাৰৰ সমালোচনাৰ সাৰ্থকতা উপলব্ধি কৰিছিলোঁ।

সুৰেন দাস ছাৰৰ লগত পিছলৈ মোৰ সেই সম্পৰ্ক নাথাকিল। ছাৰ স্বাধীনতা সংগ্ৰাম তথা কংগ্ৰেছৰ লগত জড়িত আছিল। সেই কংগ্ৰেছৰ চৰিত্ৰ সলনি হোৱাৰ পিছত হয়তো ছাৰৰইতৰ দৃষ্টিভংগীৰ উদাৰতাও হ্ৰাস পাইছিল। কিন্তু

সকলতে সাহিত্য, শিল্প চৰ্চাত তেখেতে আমাক দিয়া উৎসাহ পাহৰিব নোৱাৰোঁ। ক্লাছ টেনত পঢ়া সময়ত মই সাহিত্যিক-টিলিকা (কাবৈ-টিলিকাৰ আৰ্হিত গঢ়া শব্দ!) হৈ পৰিছিলোঁ। সেই সময়তে ছাত্ৰে এদিন মাতি নি তেখেতৰ ঘৰত আওজা চকীত বহি থকা ককায়েক লক্ষ্মীনাথ দাসৰ লগত চিনাকি কৰি দিছিল। তেখেতে হেনো মোক চাবলৈ বিচাৰিছিল। গহীন-গম্ভীৰ ব্যক্তিত্ব; শান্ত, অন্তৰ্ভেদী দৃষ্টি। মোৰ মুখত মাতেই নুফুটিল। পিছতহে গম পাইছিলোঁ বিজ্ঞানী ঋষি ৰূপে জীৱন কটোৱা লক্ষ্মীনাথ দাস সাহিত্য-সংগীতৰো ওজা আছিল।

সেই সময়ৰ বঙালী সাহিত্যত দৰিদ্ৰ, শোষিত জনগণৰ প্ৰতি গভীৰ আবেগময় সহানুভূতি প্ৰকাশ পাইছিল, "বিপ্লৱ" আছিল এক গৰিমাময় শব্দ। আনকি তাৰাশংকৰেও "গণদেবতা"ত গণমুক্তি বিচৰা সংগ্ৰামী সকলক শ্ৰদ্ধাৰেই অংকণ কৰিছিল। পিছলৈ কিন্তু সাম্যবাদী দলৰ গোঁড়ামি ইমান বেছি হৈছিল যে সামান্য কথাতে ভুল বুজি তাৰাশংকৰক দলৰ উত্তেজিত সমৰ্থকে ঘুচিয়াই চশমা ভাঙি দিছিল। স্বাধীনতাৰ সময়ত আৰু কিছুকাল পিছলৈ দেশৰ মুক্তিৰ আকাংক্ষাৰ লগত সাম্যবাদী সকলৰ বিশ্বমানৱৰ মুক্তিৰ সপোনৰ বৰ এটা পাৰ্থক্য নাছিল। সকলো যেন এক বিশাল তৰংগৰ শীৰ্ষত উঠি প্ৰবলবেগে আগুৱাই গৈ আছিল। ডাঙৰ ককাইদেৱে ৰে'লৱে ৱৰ্কশ্বপত কাম কৰা সময়ত ৰে'লৱে ইনষ্টিট্যুটৰ চহকী লাইব্ৰেৰিৰ পৰা কিতাপ আনি গাৰুৰ তলত থৈছিল। তাৰ মাজত ৰামনাথ বিশ্বাসৰ (?) ভ্ৰমণ কাহিনী বেছি আছিল। তাত চীন বিপ্লৱৰ প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ মই পঢ়িছিলোঁ ১৯৪১-৫০ চন মানতে। চীনৰ মানুহৰ প্ৰতি মোৰ মনত তেতিয়া সংস্কাৰগত সংশয় আৰু বিৰাগ জয় কৰি শ্ৰদ্ধা আৰু প্ৰীতিৰ ভাব জাগি উঠিছিল। চীনৰ বিষয়ে মোৰ মিশ্ৰিত অনুভূতিৰ প্ৰবন্ধ এটা কলে'জিয়েট স্কুলৰ ছপা আলোচনীত প্ৰকাশ পাইছিল সপ্তম শ্ৰেণীৰ শেষ পিনে। ছপাৰ আখৰত সেইটোৱেই মোৰ প্ৰথম অসমীয়া নিবন্ধ। ক্লাছ নাইনত কি টে'নত পঢ়োঁতে দুৰ্দ্দান্ত দুৰুম্-দাৰাম্ শব্দৰে ভৰা এটা ইংৰাজী প্ৰবন্ধ লিখিছিলোঁ ৰাষ্ট্ৰসংঘৰ ওপৰত। প্ৰবন্ধটো পঢ়ি ডন বস্কোৰ অধ্যক্ষ ফাদাৰ বাৰ্নছে মটৰ চাইকেলত যাওঁতে মোক প্ৰায়ে হে'ল্লো বুলি মাত লগাইছিল— যদিও তেখেতৰ লগতে মোৰ লৌকিক ভাবে চিনাকি হোৱা নাছিল। (অৱশ্যে শুনিবলৈ পাইছিলোঁ, তাত থকা ব্যাকৰণৰ ভুলবোৰৰ তলত তেখেতে ৰঙা চিয়াঁহীৰ দাগ টানি থৈছিল!)। সি যি নহওক শব্দৰ বিস্ফোৰণেৰে ছাত্ৰ-ছাত্ৰী আৰু বাইজক হতভম্ব কৰি মই তেতিয়াই মৰ্মে-মৰ্মে উপলব্ধি কৰিছিলোঁ যে শব্দ নাদব্ৰহ্মাই নহয়, ব্ৰহ্মদৈত্যও হ'ব পাৰে।

ইণ্টাৰমিডিয়েট পঢ়া সময়ত **Assam Tribune** লৈ **Autum**

**comes to Gauhati** নামে এখন ৰচনা পঠাইছিলোঁ। সম্পাদক লক্ষ্মীনাথ ফুকন অতি ব্যক্তিত্বশালী গহীন মানুহ, দেখিলে ভয়-ভক্তি ওপজে। ইংৰাজী ভাষাৰ প্ৰয়োগৰ ক্ষেত্ৰত সৰ্তক প্ৰহৰী। বীৰেন ভট্টাচাৰ্য্যইতৰ প্ৰবন্ধও এই কাৰণতে নছপায়। মই বিশেষ আশা কৰা নাছিলোঁ। কিন্তু মোক উৎফুল্লিত কৰি আৰু বাইজক অবাক কৰি ৰচনাখন ওলাল। অকণ ককাইদেৱে ক'লে, "অ'ই, তোক লক্ষ্মী ফুকনে মাতি পঠাইছে। যাবি।" দুৰু দুৰু বক্ষে কোঠাত সোমাই নমস্কাৰ দিলোঁ। তেখেতে কলিজা কঁপোৱা দৃষ্টিৰে ৰ লাগি চালে। তাৰ পিছত হাতত ত্ৰিশটা টকা দি ক'লে "লিখি থাকা !" বাক্যটো আশীৰ্বাদ যেন লাগিল। বিয়াৰ পিছত মৱে-পত্নীয়ে গৈ নবৈবছৰীয়া ফুকনক গামোছা দি সেৱা কৰিছিলোঁ। যি নহওক, **Tribune** ৰ সাফল্যৰ পিছত **Illustrated Weekly of India** লৈ দহটা মান কবিতা পঠাইছিলোঁ। একেলেঠাৰিয়ে উভতি আহিবলৈ ধৰাত নিবৃত্ত হলোঁ।

ক্লাছ টেনত থকা কালতে মই ৰসৰচনা লিখিবলৈ ল'লোঁ। এটা বিষয় বাছি লৈ তাৰ লগত সম্পৰ্ক থকা সকলো বস্তু জোৰাফন্দা দি গোটাই খুহুটিয়া নিবন্ধ লিখাৰ প্ৰাণান্তকৰ চেষ্টা। তেতিয়া ৰসৰচনাৰ স্বীকৃতিপ্ৰাপ্ত ওজা আছিল তিলক হাজৰিকা, ললিত বৰা, কীৰ্ত্তিনাথ হাজৰিকা, ভদ্ৰ বৰা, আদি অনেক। মধ্যবিত্ত অসমীয়াৰ ব্যক্তিচেতনাৰ অংকুৰণ আৰু বিকাশৰ তাৎপৰ্য্যপূৰ্ণ লক্ষণ আছিল সেইটো। সেই সময়ত কমিউনিষ্ট সকল আৰু আই পি টি এ'ই অসমৰ অনুন্নত আৰু অবহেলিত দৰিদ্ৰ জনগণৰ দুখদৰ্দশাৰ বতৰা সমাজক দিবলৈ চেষ্টা কৰিছিল, কিন্তু শুনিবলৈ আমাৰ কাৰো আহৰি বা ইচ্ছা নাছিল।। নিৰাপদ মধ্যবিত্ত জীৱনৰ সৰু-সৰু সুখ-দুখ, আনন্দবেদনাৰ ৰসাল বিৱৰণেই আছিল সেই ব্যক্তিমুখী ৰচনাবোৰৰ সাৰমৰ্ম। ময়ো দেখাক দেখি সেইবোৰত হাত পকাবলৈ চেষ্টা কৰিছিলোঁ।

সেই সময়ত চৈয়দ মুজতবা আলিৰ বঙলা ভাষাত লিখা পঞ্চতন্ত্ৰ, চাচাকাহিনী, আদি ৰম্যৰচনা সংগ্ৰহে বংগ আৰু অসমত পাঠক সমাজত বিপুল জনপ্ৰিয়তা অৰ্জন কৰিছিল। শান্তিনিকেতন আৰু জাৰ্মানিত শিক্ষালাভ কৰা মুজতবা আলিৰ বিস্তৃত কিন্তু কিছু উপৰুৱা অধ্যয়ন, ৰসবোধ, ভাষাৰ চমক, বিষয়বস্তুৰ বৈচিত্ৰ্য আৰু স্বচ্ছন্দ বৰ্ণনাই আমাৰ মন জয় কৰিছিল। সচেতনভাৱে মই তেওঁৰ ৰচনা ৰীতি অনুকৰণ কৰা মনত পৰে। একোটা বিষয়ৰ ওপৰত বিমান পাৰো তথ্য গোটাই (যেনে খানা-পিনা, চুলিকটা) তাক সৰস ভাবে পাঠকৰ মনত বেছি হেঁচা নিদিয়াকৈ উত্থাপন কৰাই আছিল মোৰ চেষ্টা। আনকি মুজতবা আলিৰ প্ৰভাৱত জাৰ্মানিলৈ নোযোৱাকৈও জাৰ্মানিৰ কথা লিখিছিলোঁ। এনে ৰচনাৰ ভিতৰত 'ৰবৰুণ'

আদি দুখনমান ৰচনা পাগত উঠিলেও বেছিভাগ ছবি আঁকিবলৈ শিকা সৰু ল'ৰাৰ পেন্সিলীয়া কাকতৰ দৰে আছিল। কিন্তু অসমীয়া সাহিত্যৰ বৈচিত্ৰ্য বৃদ্ধিৰ প্ৰতি দায়বদ্ধ সম্পাদক কীৰ্তিনাথ হাজৰিকাই সেইবোৰো তেখেতৰ কাকতত ছপাইছিল। তদুপৰি সৰ্বভূক সমালোচক মহেন্দ্ৰ বৰা ছাৰে তাতো কিছু কৃতিত্বৰ সন্ধেদ পাইছিল। পিছৰ পিনে (আই এ' পঢ়ি থকা কালত) চীনা কবিতাৰ বিষয়ে অনুবাদ সহ এলানি প্ৰবন্ধ লিখিছিলোঁ—— বোধহয় পৰিপক্ক নহয়, কিন্তু তাকো নীলমণি ফুকন, প্ৰফুল্ল শইকীয়া আদি ৰসগ্ৰাহী পাঠকে শলাগিছিল। প্ৰবন্ধলানিৰ নাম আছিল "চৈনিক কবিতাৰ মৌ কোঁহ"। ৰসিক মেমেৰা মেধিয়ে তেওঁৰ কলমত টিপ্পনী কাটিছিল "অ' এতিয়াৰ পৰা আমি হবলা চৈনিক লাই, চৈনিক হাঁহ বুলিহে ক'ব লাগিব !"

সেই সময়ৰ ৰচনাবাজিৰ ভিতৰত শিশু সাহিত্যতে মোৰ কিছু সফল অবদান আছিল বুলি ভাবোঁ। সৰু ল'ৰাছোৱালীলৈ মোৰ মৰম লাগে, কিন্তু মই সিহঁতৰ লগত বৰ মিলি যাব নোৱাৰোঁ। কেতিয়াবা সিহঁতক জোকাই-মেলি কিবা সঁহাৰি আদায় কৰিবলৈ বিচাৰোঁ। কিন্তু মোৰ শৈশৱৰ আবেগ-অনুভূতি, সপোনলৈ মনতে উভতি গৈ শিশুৰ ধ্যান-ধাৰণা বা দৃষ্টিভংগীৰ পৰা কবিতা, গল্প আৰু অন্যান্য সাহিত্য ৰচনা কৰিছিলোঁ। "ওমলা ঘৰ" নে তেনে কিবা শিতান আছিল কীৰ্ত্তি হাজৰিকাৰ দ্বাৰা সম্পাদিত কাকতখনত। তাতে মোৰ কেইটামান কবিতা আৰু সাধু প্ৰকাশিত হৈছিল। কবি হীৰেন ভট্টাচাৰ্য্যই কবিতাকিটা ভাল পাইছিল। সাধুৰ ভিতৰত "দেৱালীৰ চাকি"ত কল্পনা আৰু অনুভূতিৰ প্ৰকাশ বেছ সফল আছিল বুলি মই ভাবোঁ।

স্কুলত পঢ়া সময়ত মই ইংৰাজীতকৈ বঙলা কিতাপেই বেছি পঢ়িছিলোঁ। আজিৰ তুলনাত সেই সময়ত বিভিন্ন শ্ৰেণীৰ উচ্চমানৰ বঙলা সাহিত্যৰ কিতাপ গুৱাহাটীত সুলভ আছিল। কাৰ্জন হল (নবীন বৰদলৈ হল) লাইব্ৰেৰি বঙলা কিতাপেৰে ঠাহ খাই আছিল। মই একেবাৰে সৰুতে "শিশুসাথী", "শুকতাৰা" আদি বঙলা শিশু আলোচনীৰ উপৰি হেমেন্দ্ৰ কুমাৰ ৰায়ৰ ৰহস্যউপন্যাস গোগ্ৰাসে গিলিছিলোঁ। আৰু ফেন্টমৰ সাহিত্যিক পূৰ্বসূৰী মোহন-চিৰিজত ডুবগৈ আছিলোঁ। দস্যু মোহনে "অবলীলাক্ৰমে" ষাঠি ফুট ওখ দেৱাল জপিয়াই পাৰ হোৱা আৰু তেওঁৰ প্ৰেয়সী ৰমাই "কুলুকুলুস্বৰে" হাঁহি দিয়া খুটিনাটিবোৰে মোৰ সেই আকৰ্ষণ হ্ৰাস কৰিব পৰা নাছিল। শৰৎ চন্দ্ৰৰ "শ্ৰীকান্ত"ৰ বাহিৰে বাকীবোৰ কিতাপে মনত সাঁচ বহুৱাব পৰা নাছিল। কিন্তু মোক অভিভূত কৰিছিল বনফুলৰ "স্থাবৰ" নামৰ উপন্যাসখনে। কিমানবাৰ যে উপন্যাসখন পঢ়িছিলোঁ মনত নাই। ললিত ৰচনা

বুদ্ধদেব বসুৰ ভক্ত আছিল। তেওঁৰ প্ৰেম ৰোমান্স-মূলক সৰস কিতাপবোৰত জে'ন অষ্টে'নৰ দৰে ব্যক্তিগত আৰু পাৰিবাৰিক খুটিনাটি পাইছিলোঁ। ৰবীন্দ্ৰনাথৰ কবিতাৰ ছন্দবৈচিত্ৰ্য আৰু শব্দৰ ধ্বনিমাধুৰ্য্যই মুগ্ধ কৰিছিল, যদিও তেতিয়া তাৰ গূঢ়াৰ্থ বুজাৰ চেষ্টাই কৰা নাছিলোঁ। প্ৰথম সঁচাকৈয়ে মন্ত্ৰমুগ্ধ কৰা কাব্য আছিল জীবনানন্দ দাশৰ "বনলতা সেন"। কবিতাবোৰ মুখস্থ হৈ গৈছিল। তাৰ লগত সংগতি ৰাখি জে'মছ্ এ'লৰয় ফ্লেকাৰ, এড্উইন আৰ্লিংটন ৰবিন্সন, ৰাচে'ল্ লিণ্ড্জি, ডব্লু বি য়েৎছৰ প্ৰেমৰ কবিতা, জে'মছ্ জয়চৰ কবিতা, এড্গাৰ লী মাষ্টাৰ্ছৰ কবিতা পঢ়ি বিভোৰ হৈ আছিলোঁ। অসমীয়া নৱকান্ত বৰুৱা, হৰি বৰকাকতি, যতীন দুৱৰাৰ "ওমৰতীৰ্থ" আদিৰ কবিতা ভালদৰে বুজি নাপালেও ভাল লাগিছিল। (টি এছ্ এ'লিয়ট' পঢ়িছিলোঁ যদিও তেওঁৰ গভীৰতা আৰু মহত্ত্ব বহু পিছতহে উপলব্ধি কৰিছিলোঁ।) সেই সময়ত ওলোৱা কবিতাবাৰৰ ভিতৰত আটাইতকৈ ভাল লাগিছিল গভীৰ অন্তৰ্মুখী সংবেদনশীলতাৰে অনন্য প্ৰফুল্ল ভূঞাৰ কবিতাবোৰ। এক দুৰ্লভ অথচ খাঁটি অনুভূতি তেওঁৰ কবিতাৰ পৰা অচিন বনফুলৰ সুঘ্ৰাণৰ দৰে আহি মন আচ্ছন্ন কৰিছিল। প্ৰগতিশীল বা সংগ্ৰামী কবিতাবোৰে মোক বৰ আকৰ্ষণ কৰা নাছিল। কিন্তু যুগৰ প্ৰভাৱত বিপ্লৱৰ ডমৰু-নাদৰ প্ৰতি মোৰ মনেও সঁহাৰি নিদিয়াকৈ থকা নাছিল।

মোৰ প্ৰথম কবিতাবোৰ এনে এক কল্পজগতৰ পৰাই ওলাই আহিছিল। খুব কমসংখ্যক লেখকৰ কৈশোৰৰ ৰচনাতহে মৌলিক পৰ্য্যবেক্ষণ আৰু কল্পনাৰ আভাস পোৱা যায়। কাৰণ অনিবাৰ্য্যভাবে কল্পনাৰ তন্দ্ৰাৰ পৰা জগাই তোলে শুনা সাধু আৰু পঢ়া গল্প-কবিতাই। তাৰ ধ্বনি-প্ৰতিধ্বনি আৰু বাতাৱৰণৰ পৰাই কিশোৰৰ ৰচনাৰ প্ৰথম ফুলপাহে ৰস আহৰণ কৰে। মোৰ স্বৰ্গীয় বন্ধু খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱাৰ পুত্ৰ ৰাজাই (ভাস্কৰ) হাইস্কুলত থকা বয়সত এখন ডিটে'ক্টিভ উপন্যাস ৰচনা কৰিছিল। মোক চাবলৈ দিয়াত মই হে'ড্মাষ্টৰৰ দৰে ৰায় দিলোঁ যে উপন্যাসখনৰ চৰিত্ৰবোৰ চাহাব, তাৰ ৰাস্তাঘাট চব লণ্ডনৰ। কাহিনীটো ভাল হৈছে, কিন্তু তেওঁৰ চিনাকী মানুহ বা পৰিবেশ তালৈ অনা হলে আৰু ভাল হ'লহেঁতেন। ভুটোই মোক সমৰ্থন কৰিলে, কিন্তু ৰাজাই অবুজ মুখেৰে মোলৈ চাই ৰ'ল। ... আজি মই বুজি পাইছোঁ যে মোৰ মন্তব্য ৰাজাৰ বাবে আছিল নিতান্ত অবান্তৰ। তেওঁৰ কল্পনা যিবোৰ সমলে তেতিয়া গঢ়ি দিছিল, তাৰ পৰা আঁতৰি অহাৰ কথা তেওঁ ভাবিব নোৱাৰাটো স্বাভাৱিক।

স্কুলত ক্লাছ ছে'কন নে এ'ইটত গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক ৰাকেশ ৰঞ্জন ভট্টাচাৰ্য্যৰ পুত্ৰেক তপোব্ৰত মোৰ খেলাৰ লগৰীয়া আছিল। তেওঁৰ

পৰা শিলিগুড়ি নে আন কোনো এখন ঠাইৰ বঙলা স্কুল এখনৰ আলোচনীত পোৱা ছাত্ৰ এজনৰ কবিতাৰ বিষয়বস্তু আৰু ভাষাই মোক চমৎকৃত কৰিছিল। কবিতাটোৰ নাম "ফায়াৰমেন" —— তাহানিৰ কয়লাৰে চলা ট্ৰে'ইনৰ ইঞ্জিনত শাবলেৰে কয়লা যোগান ধৰা কৰ্মী। কবিতাটোৰ প্ৰথম শাৰী এতিয়াও মোৰ মনত পৰেঃ

বয়লাৰে তুমি কয়লা যোগাও
আগুন জ্বালাও গহ্বৰে—

কল্পনাৰ এখন নতুন জগৎ এই সমবয়সীয়া অচিন কবিৰ কবিতাই মোৰ আগত উন্মোচন কৰিছিল।

সেই সময়ত আধুনিক কবিতাৰ পয়োভৰ। কটন কলেজত নৱকান্ত বৰুৱা আদিৰ প্ৰভাৱত নীলমণি ফুকন, দীনেশ গোস্বামী, বীৰেশ্বৰ বৰুৱা, নিত্যা দত্ত আদি এদল নতুন কবিৰ আবিৰ্ভাৱ হৈছে। কেতিয়াবা নীলমণি ফুকনক লগ পাওঁ। কলেজত দাদাৰ সহপাঠী, বামপন্থী চিন্তাৰ প্ৰতি কিছু আসক্ত, আৰু গজেন হাজৰিকা আদি বন্ধুৰ সৈতে আই-পি-টি এ'ৰ লগত শিথিলভাবে জড়িত। হোষ্টেলত থকা কবি সকলে সৰস্বতী পূজাৰ দিনা ৰাতি-ৰাতি স্বৰচিত কবিতা পাঠ কৰে মাইকত। শক্তিশালী কবিসকলে বেছি সময় কবিতা পাঠ কৰাৰ সময় লয় জোৰকৈ, কেটেঙা প্ৰতিভা সকলৰ ভাগত সময় কম পৰে। সেই পৰিবেশতে মোৰ কবিতা লিখাৰ জঁক উঠিছিল। বহু ডায়েৰি, এক্সাৰচাইজ বুক, কবিতাৰত্নেৰে ভৰাই দিছিলোঁ। বিভিন্ন শব্দ আৰু বাক্যাংশৰ পৰীক্ষামূলক মিশ্ৰনৰ জৰীয়তে জীৱনৰ অনাবিষ্কৃত দিশত অথবা পৰিচিত দিশৰ অজ্ঞাত কোণত আলোকপাত কৰিবলৈ এক অৰ্দ্ধসচেতন আকুতি অনুভব কৰিছিলোঁ। বেলেগ বেলেগ কবিৰ কবিতা পঢ়াৰ উপৰি চন্দ্ৰকান্ত-হেমকোষ ঘুঁকটি নতুন-নতুন শব্দৰ লগত চিনাকি হৈছিলোঁ, পুৰণি লেখক সকলৰ শব্দ প্ৰয়োগলৈ নজৰ দিছিলোঁ। ক্লাছ টে'নত লিখা কবিতা এটাৰে কেইটামান টুকুৰা মনত পৰেঃ

আকাশ জোৰা ধোঁৱাৰে পাল তৰি
নদীৰ বহল বুকুত ধীৰে ধীৰে
জাহাঁজৰ দৰে যাম ৰিঙিয়াই ৰিঙিয়াই
শুনা শুনা প্ৰাণ, হৃদয় যে মোৰ নিৰ্জনতাত নিৰ্দ্দয়।

কবিতাটোৰ অভিপ্ৰেত অৰ্থ এতিয়া নুবুজোঁ। এনেকুৱা বহুত কবিতা লিখিছিলোঁ। কিছুমান কাহিনী-কবিতা আছিল। পৰম্পৰাগত অসমীয়া বিয়াৰ নিৰ্যাস ধৰি ৰাখিবলৈ চেষ্টা কৰা এটা দীঘল কবিতা ৰেডিয়' ষ্টেশ্যনলৈ পঠাইছিলোঁ। কি হ'ল গম

নাপালোঁ।

সেই সময়ত জীবনানন্দ দাশৰ "হায় চিল" নামৰ কবিতাটোৱে মোক আচ্ছন্ন কৰি ৰাখিছিল বহুদিন

"হায় চিল, সোণালি ডানাৰ চিল, এই ভিজে মেঘেৰ দুপুৰে...."

পিছত দেখিলোঁ কবিতাটোত W.B. Yeats ৰ এটা কবিতাৰ ক্ষীণ প্ৰতিধ্বনি আছে

O Curlew cry no more in the air
Or only to the water in the west ........

দুয়োটাৰ প্ৰভাৱ সানমিহলি কৰি চন্দ্ৰকান্ত অভিধানত পোৱা "দখিণাবৰী" শব্দটো মিহলাই মই লিখিলোঁ।

হায় সখিয়তী, আৰু নিবিনাবি
দুপৰীয়া আকাশত
দখিণাবৰী বতাহ গধুৰ কৰি .....

হীৰেন ভট্টই ৰাস্তাত লগ পাই চাইকেলৰ পৰা চিঞৰি কৈ গৈছিলঃ "হায় সখিয়তী ভাল হৈছে!" তেতিয়া কথাবোৰ তেনেকুৱাই আছিল। কবি বুলি ঢং কৰাৰ পৰিবেশ নাছিল। কবিতা ছপাৰ আখৰত প্ৰকাশ কৰা বা জনসমাজত প্ৰচাৰ কৰাতকৈ লিখাৰ নিচ্ছাইহে মোক লম্ভিছিল। তাৰে কিছুমান "ৰামধেনু"লৈ পঠাইছিলোঁ, কিন্তু যি বেটত কবিতাৰ ফৰ্মুঠি দলিয়াইছিলোঁ সেই বেটত সম্পাদকৰ কৃপাদৃষ্টি সদৃশ আম সৰা নাছিল। দুটা কবিতা ওলাইছিল "পাহাৰ" আৰু "তামোলগছ"। প্ৰতীকধৰ্মী বিষয়বস্তু। প্ৰথমটো কবিতাৰ শাৰীত নপৰে। দ্বিতীয়টো অলপ ওপৰ খাপৰ। সি যি নহওক, কলেজত লগপোৱা পদ্মবিকাশ বৰগোহাঁয়ে বহুকালৰ পিছত ডিব্ৰুগড়ৰ ওচৰত গাঁও এখনৰ সভাত মোক চিনাকি কৰি দিওঁতে মই বাধা দিব পৰাৰ আগতেই মোক উদাত্তকণ্ঠে "পাহাৰ আৰু তামোল গছ'ৰ কবি" বুলি ঘোষণা কৰিলে। গাত এড়িয়া চাদৰ লৈ অহা কেঁচাপকা দাড়িৰে গঞা শ্ৰোতাসকলে মোলৈ অবাক হৈ চালে। মুখৰ ভাব এনেকুৱা, ই আৰু কবিতাৰ বিষয় বিচাৰি নাপালে !

পদ্মবিকাশৰ কথা অলপ নিলিখিলে বেয়া হ'ব। অতি উচ্চাকাংক্ষী, গুণী অথচ খেয়ালি মনৰ পদ্মবিকাশৰ জীৱনত কৃতিত্ব অৰ্জনৰ সম্ভাৱনা আছিল। কিন্তু তেওঁ ভুৱন্তে বোমাৰ দৰে বিস্ফোৰিত হৈ জগতক হতচকিত কৰিব খুজিছিল। ফলত সকলো ক্ষেত্ৰতে জিলিকি উঠিবলৈ তেওঁ অদ্ভুত আৰু কেতিয়াবা হাস্যকৰ চেষ্টা কৰিছিল। তেওঁৰ কল্পনাৰ জগতত তেওঁ আছিল একচ্ছত্ৰী সম্ৰাট। হোষ্টেলত

ভাত খাবৰ সময়ত দাবিধমকি দি দুটা লগুৱাক তেওঁৰ শৰীৰ দলাট-মলাই অৰ্থাৎ মালিচ কৰিবলৈ লগাই দিছিল। তেওঁ নিজে দুখন পীৰা এখনৰ ওপৰত এখন থৈ আৰু কাঁহীও দুখন পীৰাৰ ওপৰত থৈ খাইছিল। তেওঁৰ গেঞ্জীটো নোধোওঁতে-নোধোওঁতে মলিয়ন হৈ গৈছিল। মই কেতিয়াবা আপত্তি কৰিলে মিঠামাতেৰে কৈছিলঃ "কি কৈছে ? তাৰ ৰঙেই তেনেকুৱা।" তেওঁৰ এইবোৰ অদ্ভুত আচৰণ দেখি হোষ্টেলৰ বাকীবোৰ ল'ৰাই তেওঁক জোকাইছিল, আৰু অসহ্য হলে তেওঁ ব্ৰহ্মপুত্ৰত জাপ দি প্ৰাণত্যাগ কৰিব বুলি দৌৰি ওলাই গৈছিল। প্ৰথমদিনাখন ল'ৰাবোৰে ভয় খাই প্ৰাণৰ কাতৰে পিছে পিছে দৌৰি তেওঁক নিবৃত্ত কৰিলে। পিছত গম পালে যে এইটো ভাবুকিহে। তেতিয়াৰ পৰা পদ্মবিকাশৰ আত্মহত্যা এক উৎসৱত পৰিণত হ'লঃ তেওঁ খং কৰি ব্ৰহ্মপুত্ৰৰ পিনে দৌৰি মাৰিলে হাতে হাতে বাল্টী লৈ ঘণ্টা বজাই এপাল ল'ৰাই পিছে পিছে ধীৰ বেগে তেওঁৰ পিছত লৰ ধৰিছিল। আত্মহত্যা কৰা জনেও নৈৰ পাৰত ধৰফৰাই থিয় দি আছিল "উদ্ধাৰ" নকৰালৈকে। কলেজ উইকত তেওঁ সকলো সাংস্কৃতিক প্ৰতিযোগিতাত যোগ দিছিল আৰু প্ৰতি বছৰেই সকলো প্ৰতিযোগিতাত নিচুকনি বঁটা পাইছিল !

তেওঁ হোমেন বৰগোহাঞিৰ সম্পৰ্কীয় ভায়েক আছিল আৰু ডেকা বৰগোহাঞে তেওঁলৈ ভাবাকুল ভাষাৰে বহু শুৱলা প'ষ্টকাৰ্ড লিখিছিল। যেনে, "তই মোৰ জীৱনৰ অৰুণ বহ্নি, মোৰ নুপুৱা ৰাতিৰ উষাৰ আলোক।" এইবিলাকত পদ্মবিকাশৰ মংগলাকাংক্ষাতকৈ তৰুণ পত্ৰলেখকৰ ভাবাবেগৰ মনোৰম প্ৰকাশহে বেছিকৈ ঘটিছিল। কিন্তু এইবিলাক পাই পদ্মবিকাশৰ খেয়ালী বেপৰোৱা আচৰণ বাঢ়িহে গৈছিল। তেওঁ বেছিভাগ ছাত্ৰকে ঠগি অলপ অলপ পয়চা আদায় কৰিছিল, কাৰণ তেওঁৰ মতে সেইবোৰ প্ৰতিভাহীন ছাত্ৰই তেওঁক সেৱা কৰিবলৈ বাধ্য ! অৱশ্যে ভাগ্যক্ৰমে তেওঁ মোক কেতিয়াও ঠগোৱা নাছিল। বিখ্যাত এক সাহিত্যিক আত্মীয়ৰ প্ৰথম প্ৰেমৰ চিঠিবোৰ আৰু তেওঁৰ প্ৰেয়সীৰ উত্তৰবোৰ কেনেবাকৈ হস্তগত কৰি তেওঁ সেইবোৰৰ জৰীয়তেও নতুন খ্যাতি অৰ্জন কৰাৰ চেষ্টাও চলাইছিল।

তেওঁৰ ৰঙীণ কল্পনাৰ প্ৰতি মোৰ মিশ্ৰিত কৰুণা আৰু বিস্ময়মুগ্ধতাৰ ভাব আছিল। বহুদিন পাছত যেতিয়া তেওঁক ডিব্ৰুগড়তে পালোঁ, তেতিয়া তেওঁ এটা ক্ষুদ্ৰ ছপাখানাৰ মালিক। হাইৱেৰ পৰা তললৈ এটা লুংলুঙীয়া ৩০ গজমান দীঘল বাটেৰে নামি যাব লাগে। প্ৰয়োজনত তেৰেঁই সজাইছিল। তাৰ ওচৰত এখন ছাইন-বৌৰ্ড- "পি বি, ৰোড" (পদ্মবিকাশ ৰোড)। তেওঁৰ প্ৰেছত সৰু সৰু পাৰবাঁহৰ দৰে কাঠৰ কেবিনৰ ওপৰত চমক লগোৱা নামফলক —— যেনে

Managing Director, General Manager, Accounts Officer, Advertisement Manager। শেষলৈকে কল্পনাৰ জৰীয়তে বাস্তৱৰ ওপৰত শাসন চলাই গ'ল পদ্মবিকাশ বৰগোহাঁয়ে। কিন্তু "কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।" কল্পনাৰ পৰিণাম দেখি মোৰ নবোদ্ভিন্ন কবিমন সংকুচিত হৈছিল। কলিকতাৰ অভিজ্ঞতা আৰু শিক্ষাই ভাগ্যে মোৰ কল্পনাৰ ওপৰত লেকাম লগালে।

বহুকাল পিছত পদ্মবিকাশৰ মেধাবী আৰু অতি নম্ৰ ভদ্ৰ কন্যাক লগ পাই ধাৰণা হ'ল পদ্মবিকাশৰ স্বাভাৱিক প্ৰতিভা কন্যাৰ মাজত বৰ্ত্তি আছে, কিন্তু তেওঁৰ "বাতিক"বোৰ কোনো অজ্ঞাত ছাকনিয়ে ছাকি উলিয়াই দিছে। তেওঁৰ সজ গুণখিনিহে টিকি ৰ'ল। ❑

# মোৰ ভৌতিক অভিজ্ঞতাবোৰ

আমাৰ বৰ্ত্তমানৰ ঘৰটোৰ পূব, পশ্চিম আৰু দক্ষিণ ফালে অলপ গছ গছনি আছে। কেতিয়াবা তাত ভুৰুংকৈ কপৌ চৰাই আৰু কদাচিৎ ভাটৌ চৰাই পৰেহি। দহিকতৰাই থপিয়াই পোক ধৰে । এজাক কাউৰিয়েও তাত নিগাজি বাসস্থান পাতিছে। এদিন আগবেলা সেইপিনেদি খোলা বাৰান্দাৰে এটা বৰ ধুনীয়া চৰাই উৰি আহি, মোৰ এগৰাকী বাইদেউৰ কোলাত পৰিল আৰু নিশ্চিত মনে বহি ল'লে । মই অলপ অচৰপ চৰাই চিনি পাওঁ। হেটুলুকা চৰাই যেন লাগিল। ডেউকা দুখন সেউজীয়া, ডিঙিৰ ফালে মুগা ৰং। বাইদেউ আৰু ভাগিনজনীয়ে উত্তেজনাত চিঞৰ বাখৰ কৰাত মই শান্ত হ'বলৈ ক'লোঁ। এনেকুৱা লাগিছিল, যেন সি কিবা বিপদৰ পৰাহে আশ্ৰয় বিচাৰি আহিছিল। হেটুলুকাৰ গীত বুলি একো নাই, বৰং সি আমাৰ আমনি লাগি যোৱাকৈ হেটুলুক, হেটুলুক, হেটুলুক, কৈ জাননী দি অস্তিত্বৰ প্ৰমাণ দিয়ে। তেনে গোত্ৰৰ চৰাই এটিৰে যেতিয়া অস্তিত্বৰ সংকট, তেতিয়া কিবা এটা নিশ্চয় কৰা উচিত। বাইদেউ অলপ লৰচৰ কৰাত সি আকৌ ভুৰুং কৰে উৰা মাৰি ড্ৰইংৰুমৰ ছোফা এখনত পৰিল আৰু তাতেই থ্‌ম থ্‌মকৈ বহি ল'লে। বাইদেউৰ মাজত সৰু ছোৱালী জনী সাৰ পাই উঠিল আৰু তাৰ গাত ৰুমাল এখন পেলাই দি ধৰিবলৈ চেষ্টা কৰিলে। এইবাৰ মই অলপ আপত্তি কৰিলোঁ। সকলোকে ক'লোঁ চৰাইটোক অলপ শান্তিত থাকিবলৈ দিয়া। চৰাই তেতিয়া বন্ধ খিৰিকিৰ সন্মুখৰ গ্ৰীলত বহি বাহিৰলৈ চাই আছে।

পিছদিনা ৰাতিপুৱা পত্নীয়ে আহি ক'লে যে চৰাইটো মৰি আছে। তাৰ গাত পৰুৱা উঠিবলৈ আৰম্ভ কৰিছে। গৈ দেখিলো চৰাইটো অলৰ-অচৰ হৈ পৰি আছে, কিন্তু বেচেৰাৰ আয়ুস একেবাৰে শেষ হোৱা যেন লগা নাছিল। আথেবেথে তাৰ গাৰ পৰা পৰুৱাবোৰ গুচাই দিলোঁ। মুখত আৰু গাত অলপ পানীৰ ছিটিকনি দিলোঁ। থৰ হৈ থকা চকু দুটাত যেন অলপ জীৱনৰ চমক দেখা পালোঁ। এবাৰ জোঁকাৰি দিওঁতে মুখৰ পৰা কেং কৰে যন্ত্ৰণাৰ মাত ওলাই আহিল। পত্নীয়ে মোৰ এইবোৰ ভাব প্ৰৱণতা সদায় দৃঢ়তাৰে নাকচ কৰে। "সি মৰিল, তাক ক'ৰবাত

পেলাই দিয়াগৈ, এইবোৰ ভাবি লাভ নাই।" মই কৰ্ণপাত নকৰি তাৰ ঠোঁটত দুটোপাল গাখীৰ ঢালি দিলোঁ। গিলিবলৈ গাত বল নাছিল। ঠোঁটৰ দুকাষেদি গাখীৰ নিগৰি ওলাই আহিল। পত্নীৰ কথাই কাৰেষ্ট।

মৰাশটো ভালকৈ চাই দেখিলো এখন ডেউকাৰ তলৰ পিনে পাখিৰ নামগোন্ধ নাই। সেইফালে গাতো নোম বা পাখি নাই । কাউৰিয়ে খুটিলে নেকি? কিন্তু গাত আঘাতৰ চিন নাছিল। কিবা ছালৰ বেমাৰ ? কব নোৱাৰোঁ। কিন্তু মনত এটা খুদুৰনি থাকি গ'ল। সি কিজানি কিবা বিপদৰ পৰা পৰিত্ৰাণ বিচাৰি আমাৰ ঘৰত সোমাইছিল। সেইখিনি সহায় আমি তাক বোধহয় কৰিব নোৱাৰিলোঁ। তাৰ পিছত দিনটোৰ নানা ব্যস্ততাৰ ঘৰ্ঘৰ ট্ৰেফিকৰ তলত হেৰাই গ'ল চৰাইটোৰ কথা। কেতিয়াবা মনত পৰিলে ভিতৰত কৰবাত যেন আমৰলি পৰুৱাৰ কামোৰ খাওঁ। মাত্ৰ এক দুই মুহূৰ্তৰ বাবে ।

...... সৰু কালৰ কথা। সৰস্বতী পূজাৰ খিচিৰি ৰান্ধিবলৈ আমাৰ ঘৰৰ পৰা ডাঙৰ টৌ-হেতা-চৰিয়া লতাশিল প্ৰাইমাৰি স্কুললৈ নিছিল। তেতিয়াৰ দিনত ৰাজহুৱা কামত ব্যৱহাৰ কৰিবলৈ বহু পৰিয়ালৰ এনে পিতলৰ টৌ-হেতা-চৰিয়া আছিল। আইৰ কড়া হুকুম গধূলিতে সেই ঘৰুৱা সম্পত্তি ঘৰলৈ ওভতাই আনিব লাগিব। কিন্তু কি দুৰ্ভাগ্য যে গাঁৱৰ পৰা অহা পুতলা নাচ লতাশিল ফিল্ড্ নে জজ্ ফিল্ড্ ক'ৰবাত দেখুৱাইছিল। অলপ চাওঁ বুলি কৈ কেনেকৈ ভোল গ'লো (পুতলা নাচৰ সেই যাদু আজিকালি কমেই দেখা যায়, কিয় নাজানো চৰকাৰৰ সুদৃষ্টি পৰিলেই পৰম্পৰাগত লোকশিল্পই প্ৰাণ হেৰুৱায়), যে বোধহয় নিশা এক মান বাজিল । আজি নিশ্চয় দেউতাই হাতত বেত লৈ যমদূতৰ দৰে দুৱাৰ আগছি থাকিব। টৌ- চৰিয়া বিচাৰি আনোঁতে পলম হ'ল বুলি ক'লে গৈ কিজানি দুই-চাৰি ঘা কম পৰে সেই আশাত স্কুললৈ গ'লো চকিদাৰক জগাবলৈ। চকিদাৰ 'সাঞ্চিত'ক মাতোঁ হে মাতোঁ টোপনিত লালকাল। বোধহয় আই সৰস্বতীৰ সন্মানত বেলেগ কিবা প্ৰসাদ সেৱন কৰিছিল। নিৰাশ মনেৰে উভতি আহোঁতে খেজুৰ পাত, তামোল গছ আদিৰে সজা দেৱী সৰস্বতীৰ অস্থায়ী গৃহটোত কিবা খৰ্মৰণি শুনা যেন লাগিল। অলপ ওচৰ চাপি দেখিলোঁ এজনী শাড়ী পিন্ধা সৰু ছোৱালী পিছ পিনৰ পৰা প্ৰতিমাৰ একেবাৰে ওচৰত থিয় হৈ কিবা কৰি আছে। আমাৰ স্কুল ঘৰৰ ওচৰতে কেইটামান মুছলমান পৰিয়াল আছিল। ল'ৰা-ছোৱালী কেইটাই স্কুলত নপঢ়ে, দিনটো পিট্‌পিটাই ফুৰে । ভাবিলোঁ সিহঁতৰে কোনোবাই প্ৰতিমাৰ কাপোৰ-চাপোৰ চুৰ কৰিবলৈ আহিছে।

চাৰিওপিনে আধা-এন্ধাৰ নিজম পৰিবেশ । প্ৰতিমা গৃহটোৰ কাষতে

প্ৰকাণ্ড গছ এজোপাই এন্ধাৰ আৰু নিবিড় কৰিছে। তথাপি চিনাকি ধৰণৰ ছোৱালী এজনী দেখি মনলৈ সাহ আহিল। একেলগে অলপ বীৰত্ব আৰু অলপ পুণ্য কৰাৰ আশাৰে কাষ চাপি ছোৱালী জনীক ধমক্ লগালোঁ ঃ 'এই, তই ৰাতিখন ইয়াত কি কৰিছ ?' " ধমক্ শুনি ছোৱালীজনীয়ে মুখ ঘূৰাই চালে।

মোৰ শৰীৰৰ সকলো তেজ যেন হিম হৈ গ'ল। ছোৱালীজনীৰ মুখখন সৰু ছোৱালীৰ নিচিনা নহয়, চকু দুটা ডাঙৰ-ডাঙৰ, গৰুৰ নিচিনা, কিন্তু এনে নিৰ্লিপ্ত, ভাবলেশহীন আৰু জীৱনত কাৰো চকুতে নেদেখা ধৰণৰ, যে মোৰ মুখৰ মাত হেৰাল। ওঁঠত হাঁহি এটা লাগি আছিল, কিন্তু যেন মৰা মানুহৰ হাঁহি। মোলৈ ৰ লাগি চাই থাকোঁতে মোৰ হাত-ভৰি থৰ্থৰ্ কৈ কঁপিবলৈ ধৰিলে। পিছ মুহূৰ্ত্তে ছোৱালীজনী নোহোৱা হ'ল, আৰু 'মেও' বুলি জাননী দি এটা মেকুৰি পলাই গ'ল। লগে লগে লগে "আই ঔ" নে "খালে ঔ" বুলি চিঞৰ এটা মাৰি প্ৰাণটাকি দৌৰি দৌৰি পশু চিকিৎসালয়ৰ ঘৰ পালোহি । দেউতাৰ গৰ্জন শুনিলোঁ ভিতৰৰ পৰা, "নিদিবি তাক ভিতৰত সোমাবলৈ। য'লৈ যায় যাওক সি।" শেষত আইৰ অনুৰোধত দুৱাৰ খুলিলে যদিও চাটৌপ চাটৌপ কৰে কেইবাটাও বেতৰ কোব দিলে কঠোৰ হাতেৰে।

তাৰ পিছদিনাৰ পৰা মোৰ প্ৰচণ্ড জ্বৰ উঠিল। ভ্ৰম বকিবলৈ ধৰিলো। জ্বৰৰ মাজতে আইৰ ভৰসাৰ থলি গণক, বেজ আৰু বৈদ্যৰ কাম একেলগে কৰা লোহিত বাপু আৰু আইৰ চিন্তিত মুখ দেখা মনত পৰে । সুস্থ হৈ উঠোঁতে সময় লাগিল। ঘটনাটো যেতিয়া বিবৰি ক'লোঁ, দেউতাই অপ্ৰসন্ন মুখেৰে ৰায় দিলে, 'মেকুৰি'! আইৰ ধাৰণা হ'ল সৰস্বতী আয়ে কৃপাকৈ মোক দেখা দিলে। মোৰ কিন্তু পেটে-পেটে বদ্ধমূল ধাৰণা আছিল বহু দিনলৈ যে মই দেখা অজেৰ জীৱটি যখিনী নহৈ নোৱাৰে।

হাইস্কুলৰ ওপৰৰ শ্ৰেণীত পঢ়া সময়ৰ ৰাতি এটাৰ কথাও পাহৰা নাই মই। তেতিয়া উত্তৰ গুৱাহাটীৰ আমাৰ খেতিৰ মাটিৰ পৰা আধিৰ ধান মাজে-মাজে আনিবলৈ যাব লাগে। পুঠা দেউতাই তাতে ঊনৈশ শতিকাতে পিতনি এখন খন্দাই পানী উলিয়াই দি মোটামুটি কৃষিযোগ্য কৰি তুলিছিল। আধিয়াৰ খেতিয়কবিলাক ইমান দুখীয়া আছিল যে নিজে আহি ঘৰত ধান দিয়াৰ কথা ভাবিব নোৱাৰে। আমিহে প্ৰতি বছৰে আনিবলৈ যাওঁ। ৰঙা ৰঙা বাও বা কেঁকোৰা ধান জলাতক মাটিৰ । সোৱাদ হ'লেও বেছি খাব নোৱাৰি।

এবাৰ যোঁৰা গাড়ী এখন যোগাৰ কৰি নাৱেৰে সৰু ককাইদেউ আৰু ভাইটিক ধান আনিবলৈ পঠোৱা হ'ল। তেওঁলোকে আধিয়াৰৰ ঘৰৰ পৰা ৫/১০

বস্তাকে ধান গোটাই মানুহ লগাই নাবত তুলিব আৰু নদী পাৰ কৰোৱাৰ পিছত ঘোঁৰাগাড়ীৰে উজান বজাৰৰ পৰা ধানখিনি আমাৰ নিজৰা পাৰৰ ঘৰলৈ অনা হ'ব। বন্দোবস্ত অনুযায়ী আমি (মানে পিতৃদেৱ আৰু মই ) আবেলি চানমাৰি বজাৰৰ পৰা উজান বজাৰৰ ঘাটত পৰ দি ৰ'লো। ককাইদেউহঁত খাই বৈ দহমান বজাতে ওলাই গৈছে, ধান বেছি নাপায়, তেওঁলোকৰ নাও চাৰি পাঁচ বজাত উজান বজাৰ পাবহি লাগে। পাঁচ বাজি গ'ল, উত্তৰ পাৰৰ পৰা যাত্ৰীবাহী নাও এখন এখনকৈ উজান বজাৰত লাগিল। শেষ নাও কেইখনো নৈৰ মাজত দেখা গ'ল । প্ৰকাণ্ড হিৰন্ময় স্তম্ভৰ দৰে অস্তগামী সূৰ্যৰ প্ৰতিবিম্ব নদীৰ গভীৰলৈ সোমাই জিলিকি জিলিকি গলি শেষ হ'বলৈ ধৰিলে। ককাইদেউহঁতৰ নাৱৰ দেখা-দেখি নাই। আকাশত বিয়পি পৰিল মেদুৰ মেঘৰ মায়া। বগা সেউজীয়া লুইতৰ পানীয়ে শুপি ল'লে ঘনায়মান এন্ধাৰৰ ৰং। অলপ সময় ৰঙচুৱা আৰু ঘন ক'লা মিহলি হৈ থাকিল। তাৰ পিছত চাৰিওফাল এন্ধাৰ । দূৰৈত ৰিণিকি-ৰিণিকি দেখা যায় ভটিয়াই যোৱা মাছনাও আৰু বেপাৰী নাৱৰ ঘাটৰে ক'লা ক'লা মূৰ, বতাহত ভাগি আহে সিহঁতৰ অৰ্ধস্ফুট কথা-বতৰা, ভাগৰ পলুৱা গানৰ কলি। ঘোঁৰা গাড়ীখনৰ ডিঙিত লগোৱা বা ভৰিত লগোৱা জুনুকাৰ ৰিম্‌ঝিম্ শব্দই মাজে মাজে ঘোপ মৰা নীৰৱতা ভংগ কৰে। ককাইদেউহঁতৰ নাৱৰ কোনো খবৰ নাই।

সেই কালত নাও-দুৰ্ঘটনা সিমান বিৰল ঘটনা নাছিল। বছৰি দুই তিনিটা এনে শোকাবহ ঘটনা ঘটিছিল, আৰু মানুহে ভাগ্য আৰু প্ৰকৃতিৰ ওচৰত মূৰ দোঁৱাইছিল। কোৱা বাহুল্য, দেউতা আৰু মোৰ মনৰ এচুকত সেই আশংকা আৰু উদ্বেগ এচিকটা আছিল। কিন্তু আগে পিছে আমাৰ নাও এনে বিপাকত পৰা নাই। সেয়ে আন কিবা আহুকাল হৈছে বুলি ভাবি থাকিবলৈ সুবিধা আছিল।

লাহে লাহে ৰাতি গহীন হ'ল। দিনটো নাও-জাহাজৰ শব্দ, নাৱৰীয়া আৰু যাত্ৰীৰ চিঞৰ-বাখৰ, চহৰৰ গোলমাল, ইত্যাদি কাৰণত নদীৰ মাত শুনা নাযায়। নিৰ্জনতাৰ মাজত এতিয়া শুনিলো নদীৰ মাত। ওচৰত ক'ৰবাত চে'তাৰৰ টুং টুং মাতৰ দৰে নদীৰ কোমল কলতান, দূৰণিৰ কঁৰবাত শিলৰ আছাৰ খাই পৰা সোঁতৰ প্ৰচণ্ড গৰ্জন, প্ৰকাণ্ড চাকনৈয়াবোৰে মাজে মাজে ফান্দত পৰা জানোৱাৰৰ দৰে হিংস্ৰ দেদাউৰি পাৰে, আৰু সেই সকলোৰে পটভূমিত হো-হোকৈ শুনা যায় বিপুল জলৰাশিৰ অপ্ৰতিৰোধ্য অগ্ৰগতি। শব্দ শুনি ভাব হ'ল এই নদীখন আমাৰ চিনাকি নহয়, তাৰ এক অজ্ঞাত আসুৰিক সত্তা আছে। মানুহ তাৰ মিত্ৰ নহয়।

যিমানে এই ভাবে মনটো হেঁচা মাৰি ধৰিলে সিমানে ধৈৰ্য্য ধৰি থকা মোৰ পক্ষে টান হ'ল। মই নৈৰ একেবাৰে কাষলৈ গৈ শংখৰ দৰে হাত দুখন লগ

লগাই মই চিঞৰিলোঁঃ "অ-ক-ণ!", "সৰু ভাইটি!", "অৰুণ!" নদীৰ বিশাল বুকুৰ ওপৰেদি বাগৰি গ'ল মোৰ চিঞৰ আৰু ক'ৰবাত হেৰাই থাকিল। অলপ পিছত আকৌ চিঞৰিলোঁ। নিষ্ফল। এইবাৰ দেউতায়ো ধৈৰ্য্য হেৰুৱাই ডাঙৰ মাতেৰে চিঞৰ লগালে "অ-ক-ণ! সৰু ভাইটি! বোপাইহঁত আহিলিনে?" অলপ সময় চিঞৰবোৰ নৈৰ ওপৰত ভাহি থাকিল, তাৰ পিছত নদীৰ হো-হোৱনিয়ে চিঞৰবোৰ গ্ৰাস কৰিলে। গাড়োৱানজনে আমাক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। কিন্তু আমি দুয়ো চটফটাই ইপিনৰ পৰা সিপিনলৈ দৌৰি ককাইদেউ আৰু ভাইটিৰ নাম চিঞৰি থাকিলোঁ। দেউতাৰ মাতটো কান্দোনৰ দৰে শুনা গ'ল। কিমানপৰ আমি এনেদৰে প্ৰায় হতচেতন হৈ ক্ৰমে গাঢ় হৈ পৰা নিৰাশাৰে দৌৰা-দৌৰি কৰি চিঞৰি আছিলোঁ মনত নাই। মনত লাহে-লাহে এনে ভাবে খোপনি লৈছিল যে নৈয়ে দুয়োকে সাৱটি ল'লে, এতিয়া দুয়ো নৈৰ সোঁতৰ টানত কৰ'বালৈ গৈ আছে বা ক'ৰবাত লাগি ধৰিছে এই সংসাৰৰ যাত্ৰা শেষ কৰি। আৰু আমাৰ দৌৰাদৌৰি, হুৰা-দুৰাই দুয়োকে আৰু স্পৰ্শ নকৰে। সেইবোৰে কেৱল জাননী দিছে বিশাল আকাশৰ তলত, গৰ্জমান নদীৰ কাষত, ঘন এন্ধাৰৰ মাজত আমাৰ দুৰ্বলতা, আমাৰ কাতৰতা।

এনেদৰে কিমান পৰ চিঞৰি আছিলোঁ মনত নাই, এনেতে সৰু ভাইটিৰ মাত শুনিলোঁ অলপ দূৰতঃ "আমি আহি পালোঁ, দেউতা, বাপা, আমি আহি পালোঁ।" ("বাপা" মোৰ ঘৰত মতা নাম।) তেতিয়াহে আমাৰ চেতনা আহিল। অত্যন্ত কঠিন মাতৰ ঠাইত দেউতাৰ কণ্ঠত শুনিলোঁ বিৰল কোমলতাঃ "কিবা দিগ্‌দাৰ হৈছিল নেকি তহঁতৰ।" ককাইদেৱে চমু কিন্তু অৰ্থবহ উত্তৰ দিলে। "তেনেকুৱা একো হোৱা নাই। সিহঁতে বহুত দেৰীকৈ লোডিং কৰিলে।" ঘৰ পাই ধান নমাই ভাত-পানী খাই পাটিত পৰোতে বোধহয় দুটামান বাজিছিল।

অভিজ্ঞতাটোৱে মোক ইমান জোঁকাৰি গৈছিল যে "ৰাতিৰ অতিথি" নামৰ এখন কাব্য নাট্য লিখি গুৱাহাটী ৰেডিঅ' কেন্দ্ৰৰ চেমনীয়াৰ চ'ৰাত দাখিল কৰিলোঁ। তেওঁলোকে সমাদৰ কৰি কৃতী অভিনেতাৰ কণ্ঠত সেই বাতাৱৰণমূলক কাব্য নাট্যখনি প্ৰচাৰ কৰিছিল। স্বল্পভাষী সত্যপ্ৰসাদ বৰুৱা দেৱে মত দিলে ঃ "ভাল হৈছে। নতুন হৈছে।" নৱকান্ত বৰুৱা ছাৰে কিন্তু এখন কিছু নিৰ্দয় পেৰডি লিখি সেইখনো দুসপ্তাহমান পিছত প্ৰচাৰ কৰালে। নাম ? "ৰাতিৰ চৌকিদাৰ !!"

কলিকতাত বি-এ'ত প্ৰথম শ্ৰেণী নাপাই মনটো বিষাদগ্ৰস্ত হৈ আছিল। কোনোবাই ক'লে, দিল্লী বিশ্ববিদ্যালয় এতিয়া ভাল হৈছে, ৰামজাছ (ৰামযশ?) কলেজত বহু অসমীয়া ল'ৰা পঢ়ে। মুহূৰ্ততে সিদ্ধান্ত কৰিলোঁ যে

তাতেই ভাগ্যৰ মোকাবিলা কৰা যাব। কটন কলেজৰ সহপাঠী ললিত বৰুৱা আৰু পিছলৈ আই-এ'-এছ্ পোৱা মেধাবী ছাত্ৰ ছৈয়দ মহঃ চৈফুল্লা সহযাত্ৰী হৈ ওলাল। তেওঁলোকেও দিল্লীত পঢ়িব। এতিয়া এটা কথা স্বীকাৰ কৰিবলৈ লাজ নাপাওঁ - আমি তিনিও বহিৰ্বিশ্বৰ বিশেষ খা-খবৰ নোপোৱা পুথিগত জ্ঞানৰ জ্ঞানী হেবাং ডেকা ল'ৰা আছিলোঁ। এম-পি হেম বৰুৱা ছাৰে দয়াকৈ পাৰ্লামেণ্ট বন্ধ হৈ থকা গৰমৰ দিন কেইটা তেওঁৰ কোৱাৰ্টাৰতে থাকিবলৈ চাবিকোঁচা দিলে। কিন্তু দিল্লী গৈ পাই গ্ৰীষ্মকালীন দিল্লীৰ ৰুদ্ৰমূৰ্তি দেখি আমাৰ চূৰ্ত্তি হেৰালে। জুই যেন গৰম। বাটত দুই মিনিট ওলালে চুলি শুকাই খৰখীয়া মাৰি পিশাচৰ' দৰে হয়। ৰাতি ফুল স্পীডত ফেন কেইখন চলায়ো শুব নোৱাৰোঁ। কোৱাৰ্টাৰবোৰৰ বাহিৰত বহুত খাটিয়া পৰা থাকে। ৰাতি বাহিৰত ঠাণ্ডা পৰে, শুবলৈ ভাল—সেই সামান্য কথাটোকে বুজা কাণ্ডজ্ঞান নাছিল আমাৰ। চাৰি-পাঁচ দিন ৰাতি নৰক-যন্ত্ৰণা ভোগ কৰাৰ পিছত পানী ঠাণ্ডা কৰিবলৈ কলহ (সৰু মুখৰ বঙালী ভাষাত "কুঁজো", হিন্দীত "ছোহ্ৰাই") বিচাৰিলোঁ। কাৰণ খোৱা পানীও আছিল উতলা পানীৰ দৰে। তেতিয়া ফ্ৰিজ, বটলত ভৰোৱা পানী, এইবোৰৰ সিমান চলতি নাছিল। কিন্তু ছাউথ এভিনিউৰ ওচৰে-পাজৰে তেনে সৰু মুখৰ কলহ পোৱা নগ'ল। অৱশেষত বাছেৰে বাৰ মাইল মান গৈ এখন বজাৰৰ পৰা সেই কলহ এটা আপুৰুগীয়া ধনৰ দৰে কোলাত পাল পাতি লৈ আনি ছাইথ এভিনিউ পালোঁহি।

তেতিয়া দিল্লীত মানুহ কম। শেষ খেওৰ সেই বাছখনত আমি তিনিজন মাত্ৰ যাত্ৰী। কণ্ডাক্টৰে কলহটো ক'ৰ পৰা কিনি আনিলোঁ সুধিলে। আমি বজাৰখনৰ নাম কলোঁ। চকু দুটা বহলকৈ মেলি কণ্ডাক্টৰে গহীন সহানুভূতিৰে সুধিলে : "আপ্‌কো ক'ই গাৰাণ্টি-উৰণ্টি মিলা ?" আমি সৰলমনে সমস্বৰে উত্তৰ দিলোঁ, "নাহি মিলা।"

দুদিনমান ৰাতি কলহৰ পানী খাই কোনোৰকমে কটালোঁ। অসমীয়া ল'ৰা বুলি জানি ওচৰৰ অসমীয়া মানুহ দুই চাৰিজন আহি খবৰ ল'লে। এগৰাকী আছিল কৃষ্ণমূৰ্তি হাজৰিকা। তেখেতে মিনিষ্ট্ৰি অব ইন্‌ফৰ্মেশ্যনত কিবা চাকৰি কৰিছিল। গল্পবাজ মানুহ। আমি বিশেষ একো নকলেও তেখেতে নিজেই বহুত খা-খবৰ দি থাকে। সেই কেইদিন দিল্লীৰ কাগজবোৰৰ প্ৰথম পৃষ্ঠাতে দিনৌ তিনি-চাৰিটাকৈ খুন জখমৰ খবৰ পঢ়ি আমি চিন্তিত হৈছিলোঁ। হাজৰিকাদেৱে আমাৰ খুদুৰনি মাৰি ক'লে, দিল্লী অত্যন্ত 'ডে'ঞ্জাৰাছ্ প্লে'চ" - কল খোৱা ধাতুৰ মানুহ ইয়াতে টিকিবই নোৱাৰে। সিদিনাখন মাত্ৰ ওচৰৰে কোৱাৰ্টাৰ এটাত ডকাইত সোমাই গিৰীহঁতক মাৰ্ডাৰ কৰি মুকলো সম্পত্তি লৈ পলাল। পুলিচে ফুটকে

নাপালে। কোৱা বাহুল্য যে কথাটো শুনি একে সময়তে তিনিওৰে তলপেটত মোচৰ দি উঠিল।

সেইদিনা ৰাতি অসম্ভৱ গৰম। ইতিমধ্যে বাহিৰত শুব পাৰি বুলি গম পাইছিলোঁ। কিন্তু আমি তিনিও যে ডকাইতৰ নজৰত পৰিম সেই বিষয়েও মনত দৃঢ় প্ৰত্যয় জন্মিছিল। কি কৰা যায় ? শেষত ঠিক কৰিলোঁ, আগফালে দুৱাৰ বন্ধ কৰি পিছ পিনৰ ওখ দেৱালে ঘেৰা পকী চোতালত হ'ন্ডল্ পাৰি শোৱা যাব। দেৱাল থকা কাৰণে ডকাইতে আমাক দেখা নাপাব। ৰাতি পাৰ্লামেণ্টৰ কেণ্টিনত ভালকৈ এসাজ খাই সুগন্ধি আমেৰে মধুৰেণ সমাপয়েৎ কৰি সমুখৰ পিনৰ দুৱাৰ বন্ধ কৰি পিছ চোতালত হ'ন্ডল্ পাৰিলোঁ। পিছে আমি এড্‌মিশ্যন ল'বলৈ অনা (আমাৰ মানত) অজস্ৰ ধনবিত ট্ৰাংকত আছিল। যদি আমি শুই থাকোঁতে কোনো গান্ধীবাদী অহিংস ডকাইত আহি হাতত-সাৰে ভৰিত-সাৰে পিছ দুৱাৰেদি সোমাই আমাৰ সেই অমূল্য ধনবিত লৈ যায়? সেয়ে পিছ দুৱাৰতো এটা বিয়াগোম তলা লগালো। আৰু এই দুঃসাহসী দলৰ দুৰ্দ্ধৰ্ষ নেতা হিচাবে মোৰ গাৰুৰ তলতে তাৰ চাবি ৰখাৰ সিদ্ধান্ত হ'ল।

বহু দেৰিলৈ তিনিওৰে টোপনি নাই। দূৰৈত কুকুৰৰ ভুক্‌ভুকনি শুনিলেই আমাৰ ভাব হয়, কোনো হিংস্ৰ নিশাচৰ মানুহ আলেখলেখ চাবলৈ বাটত ওলাইছে। মহানগৰীৰ দূৰণিৰ হাই-উৰুমিও মাজে মাজে ভয়াবহ কল্পনাৰ সমল হৈ উঠে। কিন্তু বহুদিনৰ মূৰত গাৰ সুত লগা ঠাণ্ডা বতাহ লাগিছে শুবৰ সময়ত, শৰীৰৰ অৱসাদ আৰু জ্বৰ-জ্বৰ ভাব ক'ৰবাত লুকাইছে। নিদ্ৰাদেৱীৰ কোলাত এজন এজনকৈ তিনিও ঢলি পৰিলোঁ।

কিমানপৰ শুলোঁ, ক'ব নোৱাৰোঁ। হঠাতে টোপনি ভঙাত দেখিলোঁ আকাশ ক'লা কৰি আনিছে, সাপৰ দৰে বিজুলীৰ চকিত অহা-যোৱা, মেঘৰ ভৈৰৱ গৰ্জনে ইংগিত দিছে আসন্ন ধুমুহাৰ। অৱস্থা দেখি দুয়ো বন্ধুক জগাবলৈ চেষ্টা কৰিলোঁঃ "বৰুৱা, চৈফুল্লা, উঠক, উঠক!" (আমি বন্ধু হ'লেও ইজনে সিজনক ৰাষ্ট্ৰদূতৰ আদব কায়দাৰে আপুনি-আপুনিকৈ মাতিছিলোঁ) প্ৰথমতে দুয়োৰে সাৰ-সুৰ নাই। পিছত অবাক হৈ দেখিলো দুয়ো সাৰ পাই উঠি একেজাপে গৈ পিছ দুৱাৰৰ তলাটোত প্ৰাণপণে টান দিছে। আনকি এজনে আনজনক ঠেলা মাৰি আঁতৰাই নিজে তলা টানি খুলি আগে সোমাবলৈ দুৰ্বাদল চেষ্টা কৰিছে।

মই বুজিলোঁ যে দুয়োৰে মনৰ তলিত থকা ডকাইতৰ ভয় ওপৰলৈ উঠি আহি দুয়োকে বিভত কৰিছে। অলপ Superior হাঁহি এটা মাৰি দুয়োৰে ঠেলাঠেলি থমাবলৈ গ'লোঁ। কিন্তু দুয়োৰে মুখত প্ৰাণ ৰক্ষাৰ এনে ঐকান্তিক আৰু

প্ৰবল তাড়না, ইপিনে আকাশত বিজুলিৰ ভয়াল চিক্‌মিকনিৰ মাজত মেঘৰ এনে কৰাল গৰ্জন, যে মোৰ মনত থকা ভয়ে মোকো হেঁচা মাৰি ধৰিলে। ডকাইত নিশ্চয় আহিছে, মই বুৰ্বকেহে দেখা নাই। কোৱা বাহুল্য যে ময়ো মোৰ প্ৰাণটো তেওঁলোকতকৈ কম মূল্যবান বুলি ভবা নাছিলোঁ। গতিকে যুদ্ধক্ষেত্ৰত জাপ দি ময়ো ঠেলাঠেলিত লিপ্ত হ'লোঁ। কিমান পৰ আমাৰ তিনি বন্ধুৰ এই ঠেলা-হেঁচাৰ টাইকোবাগো চলি আছিল ক'ব নোৱাৰিম। কাৰো মুখত এটা শব্দ নাই। কেৱল নাকত ফোঁপনি আৰু "চাচা, আপন প্ৰাণ বাঁচা" ধৰণৰ তৎপৰতা।

কিছুপৰ পিছত আমাৰ চেতনা ঘূৰি আহিল। এইটোও মনত পৰিল যে তলাটোৰ চাবি মোৰ গাৰুৰ তলত আছে। আৰু ডকাইত ? তেখেত ইতিমধ্যে তিনিওৰে মনৰ গহ্বৰত অন্তৰ্দ্ধান হৈছে। তিনিও পকী চোতালত বাগৰি-বাগৰি ধেক্ ধেকাই হাঁহিবলৈ ধৰিলোঁ। হাঁহোতে হাঁহোতে চকুৰ পানী ওলাল, কঁকাল বিষাই গ'ল, চৰ্‌চৰণি খালো। তথাপি যেন হাঁহি বন্ধ নহয়।

কবি বাৰ্ড্‌ছ্‌বাৰ্থৰ মনত ডেফডিল ফুলডৰাৰ ৰূপহ চমক মনত পৰিলে যেনেকৈ তেওঁ "নিৰ্জনতাৰ তৃপ্তি" ( BLISS OF SOLITUDE) অনুভৱ কৰিছিল, ময়ো এই ভৌতিক ডকাইতিৰ ঘটনা মনত পৰিলে আজি চল্লিছ বছৰ পিছতো তেনে পৰমানন্দ অনুভৱ কৰোঁ। ❑

# আলি-কেঁকুৰিত থিয় দিলোঁ

গুৱাহাটী এৰি যোৱাৰ পিছত বেলেগ বেলেগ পৰিবেশত মোৰ মানসিক পৰিৱৰ্ত্তন এনে মাত্ৰাত হ'ল যে এৰি থৈ যোৱা বন্ধু-বান্ধৱ, আত্মীয়-স্বজন সকলোৰে লগত একধৰণৰ ব্যৱধান সৃষ্টি হ'ল। মানুহবিলাক যেন মোৰ আধা-চিনাকি হৈ পৰিল। বহু কষ্ট কৰিও তেওঁলোকৰ লগত পূৰ্বৰ অন্তৰংগতা ঘূৰাই আনিব নোৱাৰিলোঁ। বিশেষকৈ সাম্যবাদী মতাদৰ্শ গ্ৰহণ কৰা বাবে বহুতে মোক সন্দেহৰ চকুৰে চোৱা হ'ল।

কিন্তু গুৱাহাটীখনো একে ঠাইত বৈ থকা নাছিল। মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত মানুহৰ মনত ঘাইকৈ নেতিবাচক পৰিৱৰ্ত্তন লক্ষ্য কৰিলোঁ। আগৰ সৌহাৰ্দ্দ্য, ভ্ৰাতৃত্বৰ ঠাইত আত্মকেন্দ্ৰিক মনোভাব, ঈৰ্ষা, পৰশ্ৰীকাতৰতা, বৃদ্ধি পোৱা যেন লাগিল। হয়তো উন্নয়ণৰ বাবে অহা চৰকাৰী ধনৰ অবৈধ সংস্পৰ্শলৈ আহি এচাম লোক দ্ৰুত বেগে আগতকৈ চহকী আৰু সম্পন্ন হৈ প্ৰচুৰ সা-সম্পত্তি অৰ্জন কৰাত বাকী সংখ্যাগৰিষ্ঠৰ মাজতো তেনে ধন-মানৰ প্ৰতি এক স্বাভাৱিক আকাংক্ষাই জন্ম ল'লে, কিন্তু সি স্বাভাৱিকতে  অপূৰণ হৈ ৰোৱাত ঈৰ্ষা-হিংসা আৰু পৰশ্ৰীকাতৰতাই এক সংক্ৰামক ৰূপ ধাৰণ কৰিলে। দৰিদ্ৰ অসমলৈ ধন আহি কিছু ক্ষেত্ৰত উন্নতিও ঘটালে, কিন্তু সিও বাকী বহু ৰাজ্যৰ তুলনাত হ'ল তাকৰীয়া।

গুৱাহাটীলৈ উভতি অহাৰ পিছত সকলোৱে ভাবিছিল, নানা কায়দা-কছৰৎ কৰি মই ওপৰলৈ উধাই গণ্যমান্য কোনোবা এজন হ'ম। তাৰ ঠাইত মতিচ্ছন্ন মানুহৰ দৰে মই সুযোগ-সুবিধা এৰি তললৈ নামিবলৈ অৰ্দ্ধসফল চেষ্টা কৰাত আত্মীয়-স্বজন, প্ৰাক্তন বন্ধু-বান্ধৱে মোৰ প্ৰতি একধৰণৰ অৱজ্ঞা অনুভৱ কৰিলে। কিছুমানে মোৰ সংগই ত্যাগ কৰিলে।

পৰিৱৰ্ত্তনৰ ৰূপ দেখি মনটো কোঁচ খালেও যৌবনৰ স্বভাৱগত আশাবাদিতাৰে সমাজ-পৰিৱৰ্ত্তনৰ দুৰুহ, দুঃসাধ্য ব্ৰতত আত্মনিয়োগ কৰিলোঁ। "বনৰীয়া হাঁহ খেদা" আৰু কাক কয় ? সেই সময়ৰ এখন ইংৰাজী দৈনিকৰ মতে **"Pie in the sky"**! গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমাবৰ্ত্তনত ১৯৬৮ চনত

বোলে অভাৱনীয় ঘটনা ঘটিছিল। চাকৰিৰ আশা নথকা স্নাতক ছাত্ৰই আচাৰ্য্য-উপাচাৰ্য্যৰ সমুখতে স্নাতক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ প্ৰমাণপত্ৰ ফালি-ছিৰি দলিয়াই থৈ আহিছিল। ১৯৬৯ চনতো সেই ক্ষোভ-উদ্গাৰৰ, তাৰ পুনৰাবৃত্তি ঘটিল। আচাৰ্য্য, ৰাজ্যপাল বি কে' নে'হৰুৰ ভাষণৰ সময়ত বিক্ষুব্ধ ছাত্ৰই শ্লোগান দি সমাবৰ্ত্তনৰ গাম্ভীৰ্য্য চূৰমাৰ কৰিলে। অথচ এসময়ত স্নাতক উপাধিৰ গাউন পিন্ধি আমাৰ যুৱক-যুৱতী ইমান উৎফুল্ল হৈছিল যে ফিল্মনিৰ্মাতা নয়নপ্ৰসাদৰ মাতৃ বীণা গোস্বামীয়ে ক'লা গাউন পিন্ধি গৌৰৱেৰে বাটত টহল দিয়া মোৰ মনত আছে।

বিলাতৰ পৰা ঘূৰি অহাৰ পিছত এটা অদ্ভুত অভিজ্ঞতা হ'ল এদিন। ৰাষ্ট্ৰীয় বঁটা পাওঁতা, উৎসৰ্গিত প্ৰাণ, অমায়িক; শ্ৰদ্ধেয় এগৰাকী হে'ডমাষ্টাৰৰ লগত ৰাস্তাত ভেটাভেটি হ'ল। তেখেতে অকলে-অকলে ৰাস্তাৰ একেবাৰে দাঁতিৰে আহি আছে। মই বৈ মনস্কাৰ দিলোঁ নম্ৰভাৱে। প্ৰাক্তন ছাত্ৰৰ প্ৰতি তেখেতৰ মুখত কোনো কৌতূহল, প্ৰীতিৰ ভাব নাজাগিল। এটা চকু সৰুকৈ যেন বহুদূৰৰ পৰা তেখেতে মোৰ মুখলৈ চালে। শুকান মাতেৰে আৰু অলপ কেঁহাৰস মিহলোৱা ভাষাত সামান্য সৌজন্য বিনিময় কৰিলে, আৰু নিৰ্লিপ্তভাৱে আঁতৰি গ'ল। মই ভেবাচেকা খাই গলোঁ। খা-খবৰ কৰি গম পালোঁ পুতেকৰ বাবে ইঞ্জিনিয়াৰিং কলেজৰ ফিজ দিবলৈ তেখেত চৰকাৰী ধন ব্যৱহাৰত কিছু বেহিচাবী হৈছিল। ফলত তেখেতৰ সমস্তজীৱনৰ নিৰ্লোভ ত্যাগ, নিষ্ঠা, কৃতিত্ব মুহূৰ্ত্ততে মানুহৰ মুখতে ভূলুণ্ঠিত হৈছিল। সমাজ সঁচাকৈ বদলি হৈছিল।

ৰেডিয়' ষ্টে'শ্যনত কাম কৰা আন এজন মানুহ মোৰ মানত মালিন্যহীন, গ্লানিহীন চৰিত্ৰৰ আছিল। তিনি-চাৰি বছৰীয়া ল'ৰা-ছোৱালীয়ে তেওঁৰ সংগত খিল্‌খিলাই হাঁহিছিল। সন্ধিয়া পৰত প্ৰায়েই তেওঁৰ লগত কথাৰ মহলা মাৰিছিলোঁ। কোনো দিনে কাৰো বিৰুদ্ধে তেখেতে কোনো দুৰ্ণাম ৰটনা কৰা মনত নপৰে। কিন্তু তেওঁৰ এক পুত্ৰবৎসলা আত্মীয়াই তেওঁৰ জীৱন তিক্ত-বিৰক্ত কৰি তুলিছিল, যাতে ককায়েকৰ সম্পত্তিৰ ভাগ তেওঁৰ পৰা পুতেকলৈ আঁজুৰি আনিব পাৰে। অসীম ধৈৰ্য্যেৰে সেই প্ৰৰোচনা সহ্য কৰিছিল তেওঁ। কিন্তু বিলাতৰ পৰা উভতি দেখোঁ তেওঁ ভতিজাকহঁতৰ লগত নাথাকে। তেওঁৰ মুখত এটা অশান্তি আৰু বিৰাগৰ ভাব। কথাই-কথাই মোক ইতিকিং কৰিবলৈকো নেৰিলে। ভিতৰি বৰ কষ্ট হলোঁ। বহুবছৰৰ মূৰত যেতিয়া চৰকাৰ পক্ষ আৰু ৰাজহুৱা প্ৰতিপক্ষৰ দুৰ্ণাম ৰটনা আৰু কলংক ৰচনাত মই আকণ্ঠ নিমজ্জিত হলোঁ, ৰেডিয়' ষ্টে'শ্যনৰ পৰা জালুকবাৰীৰ মোৰ বাসগৃহত এদিন তেখেতে উপস্থিত হ'ল, হাতত এপাহ টিক্‌টিকিয়া ৰঙা গোলাপ লৈ আনিছে মোলৈ। তেখেতে মুখেৰে নকলেও মই

বুজিছিলোঁ ই তেখেতৰ মোৰ প্ৰতি "সমাজে" কৰা অন্যায়ৰ প্ৰতিক্ৰিয়া, নীৰৱ সহানুভূতিৰ নিদৰ্শন। তাৰ কেইবছৰমানৰ ভিতৰতে তেখেত ঢুকাল। ক'ত, কেনেকৈ, গমেই নাপালোঁ। বাৰ বছৰমান একেৰাহে গুৱাহাটীত নথকাৰ ফলত আগৰ গুৱাহাটীৰ কিছুমান গুণ আৰু দোষ মোৰ গাত বৈ গ'ল।

সেইখন গুৱাহাটী এৰি যাবলৈনো মোক কিহে পাইছিল? কিটো সোণৰ সোলেং বিচাৰি মই অসম এৰি গৈছিলোঁ? আচলতে মোৰ মনত নিজৰ জীৱনৰ লক্ষ্য সম্পৰ্কে কোনো স্পষ্ট ধাৰণা নাছিল? প্ৰতিষ্ঠা লাগিছিল, ধন, যশ লাগিছিল। কিন্তু কেনেকৈ সেইবোৰ অৰ্জন কৰিম তাৰ বিষয়ে কোনো চিন্তা বা উদ্বেগ নাছিল। গুৱাহাটীয়ে মোক দিব পৰাখিনি আদায় কৰিলোঁ। এতিয়া বাহিৰলৈ যাব লাগিব। চোকা ল'ৰা হ'লে বাহিৰলৈ যাবই লাগিব— এনে এটা ধাৰণা সমাজত বৰ্ত্তি আছিল। মই ক'লৈ যাওঁ? তেতিয়া কবি-সাহিত্যিকৰ সংগ পাই আৰু নিজেও কিছুমান অখাদ্য কবিতা আৰু ৰচনা লিখি মোৰো কবি-শিল্পীৰ তীৰ্থস্থান শান্তিনিকেতনলৈ যাবলৈ মন গ'ল। শান্তিনিকেতনত কেনেকুৱা বিদ্যাৰ চৰ্চা হয় দেউতাৰ ধাৰণা নাই, কিন্তু ৰবীন্দ্ৰনাথৰ প্ৰতি দেউতাৰ মনত শ্ৰদ্ধা আছিল। ১৯২০ নে ২১ চনত দেউতা কটন কলেজৰ ছাত্ৰ হৈ থকা অৱস্থাত ৰবীন্দ্ৰনাথ গুৱাহাটীলৈ আহিছিল আৰু বোলে বক্তৃতাত কৈছিলঃ "এমুঠি ধূলিত ইমান শক্তি নিহিত হৈ আছে, যে মুকলি কৰিব পাৰিলে তাৰে হিমালয় পৰ্বত চূৰ্ণ-বিচূৰ্ণ কৰিব পৰা যাব" । কথাষাৰ দেউতাৰ মনত আছিল, আৰু তাৰ দুই দশক পিছত আণবিক বোমাৰ আঘাতত হিৰোশিমা-নাগাছাকি ভস্মীভূত হোৱাৰ দিনা কথাটো তেখেতৰ বৰকৈ মনত পৰিছিল। দেউতাই চিন্তিত মুখেৰে ক'লেঃ "যা বাৰু!" নবকান্ত বৰুৱা ছাৰকো সুধিলোঁ, ছাৰৰ প্ৰতি তেতিয়া মোৰ শ্ৰদ্ধা-প্ৰীতি আছিল গদ্‌গদ্ বিধৰ। ছাৰে মোৰ চকুলৈ তীব্ৰ, অৰ্ন্তভেদী দৃষ্টিৰে চালে, আৰু অলপ বৈ নিৰাসক্তকণ্ঠে ক'লেঃ "যাবলৈ মন গৈছে যদি যোৱা!" মই মন স্থিৰ কৰিয়েই পেলাইছিলোঁ, এনেতে মই ডাঙৰ ককাইদেউৰ দৰে ভবা স্বৰ্গীয় ৰোহিনী মহন্তক লগ পালোঁ। তেওঁ তেতিয়া কলিকতাত এম-এ' পঢ়ি আছে। তেওঁ মোৰ সংকল্পৰ কথা শুনিয়েই ঘৃতাহুতি দিলে। ব্যংগ আৰু ককৰ্থনাৰ সুৰত ক'লেঃ "হেৰা, তুমি শিল্পী হৈ দীঘল পাঞ্জাবী-পায়জামা পিন্ধি শান্তিনিকেতনত লীলা কৰিবলৈ যোৱাৰ দৰকাৰ নাই। মগজ এটা আছে, তাক Develop কৰা। প্ৰেছিডেʼন্সি কলেজত নাম লগোৱা আৰু নামজাদা প্ৰফে'ছৰৰ পৰা ইংৰাজী বিষয়টো ভালকৈ Study কৰা।" তেখেতৰ কথাৰ সুৰত খুন্দা খালেও তাৰ ল'জিক অগ্ৰাহ্য কৰিব নোৱাৰিলোঁ। প্ৰে'ছিডে'ন্সি কলেজত নাম লিখিবলৈ ঠিক কৰিলোঁ। সেই কলেজতেই মোক জীৱনৰ ভালেখিনি

পাঠ পঢ়ালে— উৎকৃষ্ট পাঠো, ভয়ংকৰ পাঠো। ৰোহিনী মহন্তৰ ওচৰত এইবাবে মই আজিও কৃতজ্ঞ।

কলিকতাৰ বিদ্বৎজগতৰ জাকজমকীয়া সমৃদ্ধি দেখি অসমৰ বিদ্বৎসমাজলৈ মোৰ মনত কিছু অসহিষ্ণুতা আৰু অবজ্ঞাৰ ভাবে ঠাই পালে। সেইটো অবাঞ্ছনীয় আছিল। অসমৰ স্পন্দনহীন, প্ৰত্যাহ্বান-হীন জীৱনত তেখেতসকলো নিৰুদ্যম ঘৰুৱা জীৱনত অভ্যস্ত হৈ পৰিছিল। পঢ়াশুনা কৰা মানুহ যি এমুঠি আছিল, তেওঁলোকে শেহতীয়া কিতাপ, সাহিত্যৰ ধাৰা, সাম্প্ৰতিক চিন্তা সম্পৰ্কে কোনো খবৰ নাৰাখিছিল। অধ্যয়নৰো গভীৰতা আছিল কেইজনমানৰহে। অথচ সেই সকলৰ সান্নিধ্য আৰু শিক্ষাই মোৰ বৌদ্ধিক জীৱনৰ ভেটি গঢ়ি দিছিল। গতিকে আজি জীৱনৰ বিয়লি পৰত যথাযথ ভাৰসাম্যৰে তেখেতসকলৰ ওচৰতো মোৰ ঋণ স্বীকাৰ কৰো।

আচলতে ভাৰসাম্য ৰক্ষা কৰাটো বৰ সহজ নহয়। মানৱস্বভাৱ এনেকুৱা হৈ পৰিছে যে মানুহৰ দোষ-ক্ৰুটি প্ৰথমে আৰু প্ৰধানকৈ ধৰা পৰে, আনৰ গুণ স্বীকাৰ কৰাও বহুতৰ বাবে বহুসময়ত ফোঁপোলা আৰু কপটিয়া ভাৱকতামাত্ৰ। এনে অৱস্থাত কিছু নিৰাসক্তিৰে কৰ্ত্তব্য হিচাবে গ্ৰহণ কৰা কাম কৰি যোৱাৰ বাহিৰে উপায় নাই। নিৰাসক্তিও সাধাৰণ মানুহৰ বাবে সহজ নহয়। সেয়ে বুদ্ধই কৈছিল, দুখৰ কাৰণ আসক্তি। দুখভোগ জীৱনত আছেই, কাৰণ আসক্তিয়েই জীৱন।

তদুপৰি আজিকালি দেখিছোঁ ভাৰসাম্যৰ ধাৰণাই পাতল হৈ পৰিছে। যেনে ধৰক balanced (ভাৰসাম্য বিশিষ্ট) সাংবাদিকতা। আজি যদি কোনো নেতাক অসাধাৰণ প্ৰতিভাশালী, কৰ্মপটু, চৰিত্ৰবান জাতীয় জীৱনৰ মহানায়ক বুলি কোৱা হৈছে, এমাহ পিছতে সেইজন ব্যক্তিকে নিৰ্বিকাৰচিত্তে অকৰ্মণ্য, নিৰ্বোধ, দুৰ্নীতিত লুতুৰি-পুতুৰি আৰু নাৰীমাংসলোভী বুলি ৰাইজক সাৱধান কৰি দিয়া হৈছে। অতিমাত্ৰাই শ্ৰদ্ধাৰ ভাৰ মানুহে সহিব নোৱাৰে। গুৰু বা ঈশ্বৰ-পুৰুষ হিচাবে নিগাজী হৈ বহি নলʼলে ভাৰসাম্য ৰক্ষাৰ কৌশলত শ্ৰদ্ধেয় লোকজন লুটি খাই পৰিবই। কোৱা শুনোঁ এচাম সাংবাদিক ভাৰসাম্য ৰক্ষাৰ কৌশল আয়ত্ত কৰিয়েই লাখপতি হৈছে।

কʼবলৈ লাজ লাগে যে এসময়ত আমিও এনেদৰে ভাৰসাম্য ৰক্ষাত বেছ পটু আছিলোঁ। ঘৰৰ পৰিয়ালৰ বাহিৰত তেতিয়া আমাৰ ভালপোৱা জাগ্ৰত হৈছিল বন্ধু-বান্ধৱৰ প্ৰতি, শ্ৰদ্ধাভক্তি জাগ্ৰত হৈছিল শিক্ষকসকলৰ প্ৰতি। কিন্তু শ্ৰদ্ধা-ভক্তিক বেলেন্স্ কৰিবলৈ প্ৰতিজন শিক্ষকক জোকোৱা নাম দিছিলোঁ, তেওঁলোকে

নেদেখাকৈ তেওঁলোকৰ অংগী-ভংগী নকল কৰি নিশ্চিন্তমনে ৰগৰ কৰিছিলোঁ। আজি সমাজৰ যি চামক "উদীয়মান প্ৰজন্ম", "নতুন পুৰুষ" "জাতিৰ ভৱিষ্যত" আদি নামেৰে অলংকৃত কৰা হয়, তেওঁলোকেই তাকেই এতিয়া নিষ্ঠাৰেই কৰি আছে বুলি গম পাই পুলকিত হৈছোঁ। আমিও যি সময়ত জাতিৰ ভবিষ্যত আছিলোঁ, তেতিয়া সেই কথাৰ ভু-ভটং নাপাই সেই ধৰণৰ কামকাজ বেছ উৎসাহেৰেই কৰা বুলি মনত পৰে।

প্ৰথমতে পোৱা কলেজিয়েট স্কুলৰ হেড্‌মাষ্টাৰ অম্ন বৰুৱাক আমি যম দেখা দি দেখিছিলোঁ। যমক কোনে জোকোৱা নাম দিবলৈ সাহ কৰিব? কিন্তু 'নিয়তিঃ কেন বাধ্যতে"? বাঘহেন অম্ন বৰুৱা ছাত্ৰৰ উপনাম হ'ল "পাতিহাঁহ"। তেখেত বোধহয় তেতিয়া উত্তৰ গুৱাহাটীৰ পৰা নদী পাৰ হৈ বাকীচোৱা পথ চাইকেলেৰে আহিছিলো। পাঁচ-ছশ হলৌবান্দৰৰ দৰে ছাত্ৰৰ লগত দিনটো কটোৱাৰ মনোবল আহৰণ কৰিবলৈ তেখেতে অলপ সুৰাপান কৰি চকু ৰঙা কৰি আহিছিল। স্কুলৰ চৌহদ পায়েই নামি লৈ চাইকেলখন জোৰেৰে ঠেলা মাৰি দিছিল। চাইকেলখন নপৰাকৈ ১৫।২০ ফুট মান চলাৰ পিছত স্কুলৰ ভিতৰৰ পৰা দৌৰি আহি বাহাদুৰ নামৰ চকিদাৰজনে ধৰিছিল আৰু সভক্তিৰে লৈ গৈছিল। শাৰীৰিক বল-বিক্ৰমৰ এই প্ৰদৰ্শনৰ পিছত অম্ন বৰুৱা ছাৰ গহীনাই কিছু ক্ৰুদ্ধ ভাবত স্কুলৰ কৰিডৰত সোমাইছিল, আৰু যিটো ক্লাছৰুমত গোলমাল বেছি হৈছিল, তাত সোমাই শিক্ষক থাকক বা নাথাকক ল'ৰাবোৰক উধাইমুধাই হাতৰ বাঁহৰ স্কে'ল এডালেৰে পিটিছিল। তাৰ পিছত স্বাভাবিকতে স্কুলৰ হাই-উৰুমি নিস্তব্ধ হৈ গৈছিল। সেই অম্ন বৰুৱা ছাৰে এদিন আমাৰ গণিতৰ শিক্ষক নহাত নিজে ক্লাছত সোমাই ধেমালি-ধুমুলা কৰি ইমান সহজ আৰু প্ৰাঞ্জলভাবে জটিল অংক একোটা আমাক বুজাই দিছিল যে আমি তধা লাগিছিলোঁ।

শান্তি বাবুৰ (শান্তিৰাম দাস) অংক বুজোৱা আৰু অম্ন বাবুৰ অংক বুজোৱাৰ পদ্ধতি আছিল বেলেগ-বেলেগ। শান্তি বাবুৱে ধেমালি একেবাৰে কৰা নাছিল। কিন্তু তেখেতে অংকৰ যিটো লজিক বা যুক্তিশৃংখল, সেইটো নিৰহনিপানীকৈ বুজাই দি আমাক এক অভিনৱ ৰসৰ সম্ভেদ দিছিল। অম্ন বাবু যেন আছিল যাদুকৰ। তেওঁ নানা ধেমেলিয়া উদাহৰণ দি অতি টান অংকটোও যেন অতি সামান্য কথা, তেনে এক ভাব ভোটা বুদ্ধিৰ ল'ৰাৰ মনলৈকো আনি দিছিল। দুয়ো কিন্তু চোকা আৰু ভোটা, দুই শ্ৰেণীৰ ছাত্ৰলৈ চকু ৰাখিছিল।

বিলাতৰ পৰা ঘূৰি অহাৰ পিছত তেখেতে বাটে-ঘাটে মোৰ লগত সমনীয়া বন্ধুৰ দৰে আচৰণ কৰিছিল। এবাৰ গৌৰৱ কৰি কৈছিল তেখেতে এবাৰ চিটিবাছৰ

হেঙুলত ধৰি এখন ভৰি বাহুৰ চিৰিত থৈ আনখন শূন্যত ওলমাই চেনিকুঠি ষ্টপেজৰ পৰা কাছাৰি পাইছিলগৈ। তেখেতে অৱসৰ লোৱাৰ বহুবছৰ পিছৰ ঘটনা সেইটো। মজবুত স্বাস্থ্যৰ বাবে তেখেতৰ সেই সবল গৌৰৱ আজিও মনত পৰে। কিন্তু অসমীয়া মধ্যবিত্তৰ কমিউনিষ্ট-ভীতি আছিল প্ৰবল। মই কমিউনিষ্টৰ সংগ লোৱা বুলি শুনি তেখেত আৰু আন কেইবাজনো শিক্ষকে বাটত দেখিলে মুখ ঘূৰাই দিয়া হৈছিল। বৰ দুখ লাগিছিল তেতিয়া।

যাওক সেইবোৰ কথা। আমাৰ পাৰ্ছিয়ান শিক্ষকজন আছিল ওখ, হটঙা আৰু অধ্যয়নশালী মানুহৰ দৰে সামান্য কুঁজা। আজিৰ বজ্ৰং দলৰ সদস্যসকলে শুনি আতংকিত হ'ব যে তেতিয়া বহুতো হিন্দু ল'ৰাই সংস্কৃত বিষয়টো চম্ভালিব নোৱাৰি পাৰ্ছিয়ান (ফাৰ্ছি) পঢ়িছিল, তেনেকৈ মুছলিম ছাত্ৰ একাংশয়ো সংস্কৃত লৈছিল, কাৰণ কি? "ঘৰকা মুৰ্গি দাল বৰাবৰ"? নে আন কিবা? এবাৰ মোৰ এটা কাহিনীত বহু আৰবী-ফাৰ্ছি শব্দ পাই নাট্যকাৰ অৰুণ শৰ্মাই সুধিছিল মোৰ স্কুলত ফাৰ্ছি আছিল নেকি! তাৰ উপায় নাছিল। দেউতা সংস্কৃতৰ কৃতী আৰু উৎসাহী ছাত্ৰ আছিল। সংস্কৃতৰ শুদ্ধ উচ্চাৰণ পৰ্য্যন্ত ভালকৈ শিকাইছিল। ইমানবোৰ আৰবী-ফাৰ্ছি শব্দ কেনেকৈ মোৰ সেই লেখাটোত আহি সোমাইছিল, মই নিজেই নুবুজোঁ।

পাৰ্ছিয়ানৰ সেই শ্ৰদ্ধেয় শিক্ষকজনৰ আচল ৰাপ আছিল ইংৰাজীত। আমাক আন শিক্ষক নাথাকিলে ইংৰাজী পঢ়াবলৈ আহিছিল, তেখেতে আমাক ইংৰাজী কোৱা অভ্যাস কৰিবলৈ দঢ়াই-দঢ়াই কৈছিল, আৰু আমাৰ ইংৰাজী উচ্চাৰণৰ সাধাৰণ ভুলবোৰ আঙুলিয়াই দিছিল। তেতিয়া আমি ইংৰাজী একেবাৰেই ক'ব নোৱাৰিছিলোঁ। হঠাতে চাহাব-মেমৰ লগত কথা পাতিব লগা হ'লে দুই লাইন ইংৰাজীৰ পিছতে মুখৰ পৰা "টুটি-ফুটি" (ভঙা-ছিঙা) হিন্দীহে ওলাইছিল। পাৰ্ছিয়ান ছাৰ যেতিয়া তেওঁৰ ১২ বছৰীয়া ছোৱালীজনীৰ লগত ফৰ্‌ফৰাই ইংৰাজীত কথা কৈ ৰাস্তাৰে ফুৰিবলৈ যায়, আমি ছোৱালীজনীৰ অলৌকিক ক্ষমতা দেখি অবাক হৈছিলোঁ। পাৰ্ছিয়ান ছাৰৰ অন্যতম আসক্তিৰ বস্তু আছিল নেপ'লীয়ন। তেখেতে এবট (Abbot) ৰ, Life of Napoleon Bonaparte কিতাপখনৰ ঘটনাবোৰ ক্লাছত বিৱৰি কৈ নিজেই আবেগত বাক্‌ৰুদ্ধ হৈ পৰিছিল। চশমা খুলি শোকাশ্ৰু মুচিছিল। (আচৰিত কথা, নেপ'লীয়ন আৰু এবট্ আমাৰ দেউতাৰো প্ৰিয় আছিল!) আমি ক্লাছ হে'ভন্-এ'ইটৰ ছাত্ৰ তেতিয়া। নেপ'লীয়নৰ ট্ৰেজে'ডিত আমাৰ কঠিন হৃদয় দ্ৰবীভূত হোৱাতো নাছিলেই ; বৰং আমি পাৰ্ছিয়ান ছাৰৰ নামকৰণ কৰিলোঁ "নেপ'লীয়ন"! "এই, নেপ'লীয়ন আহিছে, চুপ থাক!"

তেখেত পৰিপাটি ফিট্‌ফাট্ মানুহ। তেখেতৰ বিপৰীত আছিল— ভট্ট ছাৰ। (তেখেতৰ পুৰা নাম নিলিখিলোঁ তেখেতৰ আত্মীয়-স্বজনে ভুল বুজে বুলি।) তেখেতৰ চেহেৰা আছিল পালোৱানৰ দৰে। ৰঙা-বগা বহল মুখখনত নাকটো দ্ৰুতবেগে কোঁচ খুৱাই আকৌ চিধা কৰি থকা সঞ্চালন প্ৰক্ৰিয়া আছিল তেখেতৰ মুদ্ৰাদোষ। ছাৰৰ চকুত সদায় এটা ধূৰ্ত্ত বা চতুৰ ভাবে খেলা কৰি থাকে। কিন্তু সেই চাতুৰি আছিল আনৰ পৰা এটকা-দুটকা সৰকোৱাৰ নিতান্ত সৰল চাতুৰি। তেখেত সদায় অৰ্থকষ্টত জুৰুলা হৈ থাকে। তেখেতৰ চোলাৰ তাপলি, চেণ্ডেলত তাপলি, নাসিকা-কুঞ্চন, আৰু প্ৰশস্ত কঁপালৰ গভীৰ বলিৰেখাই জনাই দিয়ে তেখেত সদায় অভাৱগ্ৰস্ত। অথচ তেখেতৰ দৰমহাও বাকীসকলতকৈ কম নাছিল নিশ্চয়। আমি শুনামতে তেখেতে দৰমহা পোৱাৰ পিছত দহদিনমান ৰজা-বাদশাহৰ দৰে মাছে-মাংসই-গাখীৰে-মাখনে সপিৰয়ালে দকচি খায়, কেতিয়াবা ছাত্ৰকো দৰাজ দিলেৰে মাতি নি খুৱায়। তাৰ পিছত বিছদিনমান টকাখিনি কি হ'ল, এতিয়া টকা ক'ত পাব, সেই চিন্তাত একেবাৰে কাতৰ হৈ থাকে। সেই সময়ত তেখেতে কৰা দুটামান কাণ্ড মনত পৰিলে হাঁহি উঠে। এবাৰ মই উজানবজাৰ ঘাটৰ পৰা এগাড়ী খৰি কিনি গাড়ীৰ কাষে কাষে চাইকেলেৰে আহি আছোঁ। এনেতে— ভট্ট ছাৰক লগ পালোঁ। মই তেতিয়া ক্লাছ ছে'ভ্‌নৰ নতুন ছাত্ৰ। যথাৰীতি চাইকেলৰ পৰা নামি নমস্কাৰ দিলোঁ। ভট্ট ছাৰৰ চিন্তাক্লীষ্ট মুখ প্ৰসন্নতাৰে ভৰি পৰিল। দ্ৰুত নাসিকা কুঞ্চনৰ লগে লগে চকুত চতুৰালিৰ বিজুলি খেলিবলৈ ধৰিলে। ছাৰে ক'লে, "তুমি নতুনকৈ ছে'ভনত জয়ন কৰিছা, নহয়নে?" মই নম্ৰভাবে হয় বুলি কলোঁ। ছাৰে গভীৰ চাৱনিৰে মোলৈ চাই ক'লে, "তোমাৰ লগত দুটা টকা হ'ব নেকি?" খৰি কিনি বাকী থকা পয়চাৰ পৰা ছাৰক দুটা টকা দিলোঁ। ছাৰে আকৌ ষড়যন্ত্ৰৰ সুৰত সুধিলে, "আচ্ছা, এতিয়া ঘৰত তুমি কি বুলি ক'বা?" মই চেণ্ডেলীয়া ল'ৰাৰ দুষ্টালিৰে ক'লোঁ, "আপোনাক দিয়া বুলি কম, ছাৰ!"— ভট্ট ছাৰৰ মুখত সন্ত্ৰস্ত ভাব বিয়পি পৰিল। তেখেতে ক'লে, "নাই, নাই, তেনেকৈ নকবা, নকবা। আচ্ছা, তুমি এটা ভাল বুদ্ধি সাজাচোন চাওঁ— কি বুলি ক'লে ভাল হয়?" মই টপকাই উত্তৰ দিলোঁ, "খৰিৰ দামতে টকা দুটা সুমুৱাই দিম ছাৰ।" — ভট্ট ছাৰে হাস্যোজ্জ্বল মুখেৰে মোৰ পিঠি চপৰিয়াই ক'লে, "বেছ, বেছ, তুমি দেখিছোঁ বেছ চালাক ল'ৰা। Intelligent এঁ?" ঘৰলৈ আহি মই কিন্তু সঁচা কথাটোকে ক'লোঁ। আইহঁতে মিচিকিয়াই হাঁহিলে। দুজনী বাইদেৱে হি-হি-কৈ হাঁহি দিলে।

আৰু এবাৰ সহপাঠী এজনে দেখা বুলি ক'লে যে ছাৰে পাছলিৰ বজাৰখনত এপাক ঘূৰি নিৰীহ চাই দেছোৱালী ল'ৰা এটাৰ ওচৰলৈ আহি এসেৰ আলু, এসেৰ

বেঙেনা, আধাসেৰ পিয়াঁজ, আৰু জোখাৰে ধনিয়া-জলকীয়াৰ অৰ্ডাৰ দি মোনাত সুমুৱাই চাইকেলৰ হেণ্ডেলত ওলোমাই ল'লে। তাৰ পিছত মিঠা মাতেৰে “পয়চাটো কালিলৈ দি যাম দেই!” বুলিয়েই পিছপিনে হোৱা চিএৰ-বাখৰলৈ কেৰেপ নকৰি জাপ মাৰি চাইকেলত উঠি কাঁড়পাত যোৱাদি চাইকেল চলাই দিলে। ছাৰৰ ছাইকেলখনৰ ভৰি থোৱা পে'ডেল যেতিয়া জীৰ্ণ হৈ স'ৰি পৰিল, তেতিয়া ছাৰে কাঠখৰি দুটুকুৰা বিশেষ কায়দাৰে তাৰ ঠাইত লগাই লৈছিল। আমাৰ পাৰ্ছিয়ানৰ পৰিপাটি শিক্ষকে ৰ'ব নোৱাৰি টিপ্পনী কাটিলে, “ভট্ট, আপুনি দেখিছোঁ ইঞ্জিনিয়াৰিঙতো এক্সপাৰ্ট হৈ পৰিছে।” — ভট্ট ছাৰে লাজকুৰিয়া হাঁহি মাৰি মুখত চতুৰ ভাব ফুটাই তুলি সমিধান দিলে! “ভাল হৈছে, নহয়? মজবুত হৈছে, নহয়?” পাৰ্ছিয়ান টিচাৰে আৰু কি ক'ব?

তথাপি মানুহজনৰ প্ৰতি মই কৰুণা আৰু শ্ৰদ্ধাৰ ভাব পোষণ কৰিছিলোঁ। তেখেত হিষ্ট্ৰিত এম-এ' আছিল, বহুত কথাও জানিছিল। ক্লাছৰ অধিকাংশ ল'ৰাই তাৰ মাথা-মুণ্ড একো নুবুজি “পাগ্‌লা ছাৰৰ” কাণ্ড বুলি আওকাণ কৰিছিল। আচৰিত নহয় যে ভাৰত বুৰঞ্জীৰ স্বীকৃতিহীন প্ৰতিভা মহম্মদ টোঘলক্ আছিল ছাৰৰ হিৰো বা আদৰ্শপুৰুষ। বুৰঞ্জীৰ পাতত টোঘল্‌কৰ যিবোৰ কাণ্ড পুৰা পাগলামি বুলি আমি পঢ়িছিলোঁ, সেইবোৰৰ প্ৰতিটোকে ছাৰে বিস্তৰ যুক্তি আৰু তথ্যৰে প্ৰমাণ কৰিছিল উচিত আৰু সাৰ্থক কীৰ্ত্তি বুলি। ক্লাছত আমনি লাগিলেই কোনোবা এজন উঠি মহম্মদ টোঘল্‌ক স্বেচ্ছাচাৰী আৰু অস্থিৰমতি আছিল বুলি মোক সুধিলেই হ'ল। ছাৰে টোঘলকৰ সপক্ষে “ছৱাল” দিবলৈ গৈ বিভোৰ হৈ যায়, আৰু আমি মনৰ সুখেৰে হুলস্থূল কৰি থাকোঁ। পিছে এদিন এজন ছাত্ৰই আৰু এখোপ উঠি মজা কৰিবলৈ ছাৰে দিয়া এটা যুক্তিৰ প্ৰবল প্ৰতিবাদ কৰিলে। সচৰাচৰ ঠাণ্ডা মেজাজৰ— ভট্ট ছাৰৰ ইমান খং উঠিল যে তেখেতে একে চৰে সেই মদ্‌গজ ডেকা ল'ৰাটোক অজ্ঞান কৰি পেলালে। তাৰ পিছত তেওঁ নিজেই ভয় খাই কঁপিবলৈ ধৰিলে। বাকী ছাত্ৰবোৰে পানী আনি মূৰত ঢালি ল'ৰাটোক সুস্থ কৰিলে। ছাৰে হে'ডমাষ্টৰক নকবলৈ আমাক বহুত কাবৌ-কোকালি কৰিলে। কোবাৰ প্ৰশ্নই নাই।— ভট্ট ছাৰৰ বল বীৰ্য্য দেখি সমস্ত ক্লাছ সম্মোহিত!

পিছে ছাৰৰ প্ৰতি মোৰ তেতিয়াৰ কৰুণাৰ প্ৰভাৱ পিছলৈ মোৰ কাৰ্য্যকলাপতো জিলিকিবলৈ ধৰিলে। মই যেতিয়া বিশ্ববিদ্যালয়ৰ ৰীডাৰ, তেতিয়া শেষৰ সপ্তাহটোত ময়ো— ভট্ট ছাৰৰ দৰে সদায় অৰ্থাভাৱত ভুগোঁ। ওচৰ-চুবুৰীয়া অধ্যাপক দেৱেন দত্তৰ পৰা প্ৰতিমাহে দুশ-তিনিশকৈ টকা ধাৰলৈ লওঁ। পিছৰ মাহতে ঘুৰাই দিওঁ। তেওঁ বৰলা মানুহ আছিল, মই সংসাৰ মৰুৰ যাত্ৰী।

অধ্যাপক দত্ত জে'ণ্টলমেন। বিৰক্ত হ'লেও কোনো দিন আপত্তি নকৰে। এনেকৈ তেখেতৰ লগত মোৰ উত্তমৰ্ণ-অধমৰ্ণৰ সম্পৰ্ক এবছৰমানলৈ চলিছিল। পিছত যেনিবা মোৰ নিজৰেই চেতনা আহিল যে সম্পৰ্কটো সন্মানজনক হোৱা নাই।

সংস্কৃত পঢ়াইছিল দুজনে। এজন আছিল অতি সাত্তিক চৰিত্ৰৰ, নিৰ্মল মনৰ "পিতি মাষ্টৰ"— সকলো ছাত্ৰকে নলবৰীয়া ভাষাত "পিতি" বা "বাপা" বুলি মতাত তেখেতক সেই সংক্ষিপ্ত আৰু কাৰ্য্যক্ষম নাম দিয়া হৈছিল। তেখেত আছিল চিলে'টৰ মুৰাৰী চাঁদ কলেজৰ সংস্কৃতৰ অধ্যাপক। দেশ বিভাজনৰ পিছত যোত্ৰহীন অসম চৰকাৰে সংসাৰৰ খবৰ নৰখা পণ্ডিত "পিতি মাষ্টৰ"ক (তেখেতৰ আচল নাম ৰাজেশ্বৰ তৰ্ক তৰ্ক— তৰ্কবিদ্যাত পাৰংগম— তৰ্কশাস্ত্ৰী, তৰ্কতীৰ্থ আদিৰ ওপৰত) কলেজিয়েটৰ মাষ্টৰ কৰিলে। বহুদিন ছিলে'টত থকাত প্ৰথমতে চহৰীয়া অসমীয়া ভালকৈ তেখেতৰ মুখত নুফুটিছিল আৰু খৰকৈ ক'লে নিভাঁজ 'নলব'ইৰা" ভাষা মুখৰ পৰা ওলাই প্ৰথম প্ৰথমে মোক অঠাই সাগৰত পেলাইছিল। কিন্তু তেখেতৰ নিষ্পাপ মন আৰু হৃদয় আৰু পাণ্ডিত্য সম্পৰ্কে আমাৰ মনত কোনো সন্দেহ নাই। মই 'কমিউনিষ্ট' বুলি কুখ্যাতি অৰ্জন কৰাৰ পিছতো আন বহু প্ৰাক্তন শিক্ষকে মোক নমতা হোৱাৰ সময়তো বাটত তেখেতে প্ৰসন্ন হাঁহিৰে মোৰ নমস্কাৰৰ সমিধান দিছিল।

দ্বিতীয় জন আছিল চুটি চাপৰ ক্ষীণ-মীন "বাপু" মাষ্টৰ। দুখৰ বিষয় তেখেতৰ পিতৃদত্ত নামটো মোৰ মনত নাই। আমি শুনিছিলোঁ যে তেখেত ডেকা বয়সত চাৰ্কাছৰ পালোৱান আছিল। সেই সময়ত জীৱিকাৰ সন্ধানৰ বাহিৰেও অসমীয়ায়ো যে সকলো কাম কৰিব পাৰে, দেখুৱাবলৈ অসমৰ বাহিৰত কোনো-কোনো অসমীয়া মানুহে বিচিত্ৰ জীৱিকাৰ সন্ধান কৰিছিল। কিন্তু পুষ্টিৰ অভাৱতেই হওক বা শৰীৰ-চৰ্চাৰ অভাৱতেই হওক, তেখেতৰ চেহেৰা আমি লগ পোৱা সময়ত মেমেৰা আছিল। কিন্তু তেখেতৰ অতীত খ্যাতি মনত ৰাখি তেখেতৰ ক্লাছত আমি সতৰ্ক হৈ থাকিছিলোঁ। ক্লাছৰ দুষ্ট ল'ৰাবোৰে সংস্কৃত পাঠ্যপুথিত থকা ৰামায়ণৰ কামাতুৰ ৰাৱণে সীতাৰ যি পুংখানুপুংখ শাৰীৰিক ৰূপ বৰ্ণনা কৰিছে, (হলিউডৰ সাম্প্ৰতিক চিনে'মাতকৈ বৰ পিছপৰা নহ'ব) তাৰ অৰ্থ বুজা নাই বুলি আপত্তি কৰিছিল। "পিতি মাষ্টৰে" খৰগতিত সেই কেইটা পাত লুটিয়াই গৈছিল, আৰু "বাপু মাষ্টৰে" হাঁমিয়াই-হাঁমিয়াই তাৰ সম্পূৰ্ণ অৰ্থ স্পষ্ট, সংকোচহীন ভাষাত বুজাই বিটলীয়া ল'ৰাকেইটাক নিমাত কৰিছিল। কেতিয়াবা আমি বাপু মাষ্টৰক গল্প ক'বলৈ ক'লে তেখেতে নিৰ্লিপ্ত সুৰত কিছুমান খুটি-নাতি দিছিল। যেনেঃ (টেবুলত চেকনিৰে কোবাই) "এই এই, গোলমাল নকৰিবি। শুনি যা। শকুন্তলা বৰ ধুনীয়া

ছোৱালী আছিল। দেখিলেই বিয়া কৰাবলৈ মন যায়!" আমি খুক্‌খুক্‌কৈ হাঁহিলেও বাপু ছাৰ নিৰ্বিকাৰ।

দেউতাই ইংৰাজী আৰু সংস্কৃতৰ শুদ্ধ উচ্চাৰণ কৰাত অতিমাত্ৰাই জোৰ দিছিল। সংস্কৃত উচ্চাৰণৰ বাবেই বাপু মাষ্টৰে মোক মৰম কৰিছিল। এম এ' পাছ কৰাৰ আগত নে পাছত, শুনিলোঁ তেখেতে মোক মাতি পঠাইছে— যাওঁ-যাওঁ অৱস্থা। তেখেতে যে মোক মনত ৰাখিছে, কথাটো জানি বিস্মিত হলোঁ। তেখেতক চাবলৈ গলোঁ। বিছনাত পৰি আছে। দেহাটো হাড়ছালৰ সৰু টোপোলা এটাৰ দৰে। চকুদুটাহে জিলিকি আছিল। প্ৰসন্ন মুখেৰে হাত দাঙি আশীৰ্বাদ কৰিছিল। অভিভূত হৈ উভতি আহিলোঁ।

খঙাল অথচ কৰ্ত্তব্যনিষ্ঠ শিক্ষকসকলৰ ভিতৰত মনত পৰে বৰপেটাৰ প্ৰহ্লাদ দাস আৰু উত্তৰ গুৱাহাটীৰ প্ৰমোদ বৰুৱালৈ। দুয়ো গহীন-গপছ ইংৰাজীৰ শিক্ষক। প্ৰহ্লাদ দাসে ৰ'ল কল কৰাৰ সময়ত আমাৰ এজন সহপাঠীৰ উপাধি "হাজাৰিকা" বুলি উচ্চাৰণ কৰিলে। বেচেৰাই থিয় হৈ ভুলটো শুধৰাই দিবলৈ যাওঁতে চকু পকাই মেঘগৰ্জনৰ দৰে মাতেৰে ক'লেঃ "মই ইংলিছত কৈছোঁ তেনেকৈ!" ল'ৰাজন ইংলিছ উপাধিটো লৈ বৰ সন্তুষ্ট নহ'ল। কিন্তু মনে মনে বহি থাকিল। প্ৰমোদ বৰুৱাই ক্লাছত আমাৰ দেউতাৰ ইংৰাজী জ্ঞান প্ৰশংসা কৰি কৈছিল যে অক্সফৰ্ড্ ডিক্‌ছ্‌নেৰি তেওঁৰ কণ্ঠস্থ আছিল। গোটেই ছাত্ৰবোৰে ভয় কৰা মানুহজনৰ পৰা মই দেউতাৰ যহতে অলপ মৰম পাইছিলোঁ।

ওপৰৰ পিনে অসমীয়া পঢ়াইছিল ছফুটমান ওখ কিন্তু অতি প্ৰশান্ত, নিৰীহ চেহেৰাৰ কেশৱ শৰ্মা ছাৰে। তেখেত আছিল এম এ' পাছ। ব্যক্তিত্বৰ প্ৰভাৱত আমি তেখেতক মানি চলিছিলোঁ। কিন্তু কি কৈছিল বুজা কাৰো সাধ্য নাছিল। কাৰণ প্ৰতিটো বাক্যই বিশ্বাশৱদে আৰম্ভ কৰি লাহে লাহে কণ্ঠস্বৰ তললৈ নমাই অস্ফুট ফুচ্‌ফুচনিৰে শেষ কৰিছিল। বোধহয় তেখেতৰ মনলৈ দুৰপনেয় ক্লান্তি আহিছিল। তলৰ পিনে কবি মেঘৰাম পাঠক আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰী ছাৰে অসমীয়া, ভূগোল আদি বিষয় পঢ়াইছিল। দুয়ো নিভাঁজ অসমীয়া ভাষা লিখিছিল আৰু কামকাজত আছিল পৰিপাটি। এবাৰ নগেন চৌধুৰি ছাৰৰ দেউতাক লগ ধৰিবলৈ মন গ'ল। মই দেউতাক কথাটো ক'লোঁ, আৰু পথ-প্ৰদৰ্শক হৈ চৌধুৰি ছাৰক আমাৰ ঘৰলৈ আনিলোঁ। তেতিয়া চিটিবাছত মানুহ বেছিকৈ নুঠিছিল। খোজকাঢ়িয়েই স্কুল ছুটিৰ পিছত ঘৰলৈ আহিলোঁ। তেখেতে বাটে-বাটে মোক বিভিন্ন গল্প শুনাই আহিছিল। তেখেত যোৰহাট নৰ্মাল স্কুলত পঢ়ি থকা কালত হিতেশ্বৰ বৰবৰুৱাৰ লগ ধৰিবলৈ ওলাল এদিন। বৰবৰুৱাই তেতিয়া অলপ দুৰৰ

চাহবাগানত কাম কৰে। চৌধুৰি ছাৰ তেতিয়া ডেকা মানুহ, পদব্ৰজেই চাহবাগানৰ পিনে খোজ ল'লে। ছাৰ তেতিয়া ডেকা  মানুহ, তেওঁ মনে মনে- ভাবি গৈছে, তেওঁ এনেই অচিনাকি, তাতে কামৰূপীয়া। যদি দুৰ্ব্যবহাৰ কৰে, কবিতাৰ ভাষাৰেই বৰবৰুৱাক শিক্ষা দি আহিব। কিন্তু তেখেতৰ অভিজ্ঞতা হ'ল ওলোটা। হিতেশ্বৰ বৰবৰুৱাৰ গম্ভীৰ সৌজন্য, আদৰ-সাদৰ, কাব্যপ্ৰীতিয়ে চৌধুৰি ছাৰক মুগ্ধ কৰিলে। দুপৰীয়া বেলি হৈ অহাত বৰবৰুৱাই সুধিলে, ভাত খাব নেকি? ছাৰে অনুঃতপ্ত, কুণ্ঠিত কণ্ঠে মোৰ পিনে চাই ক'লে, "হীৰেন বুজিছা, মোৰ মনত তেতিয়াও জাত-পাতৰ ভাব আছিল। মই ভাবিলোঁ, মই কলিতা মানুহ, আহোম মানুহৰ ঘৰত ভাত খামনে? তেখেতে বুজিলে আৰু সুন্দৰকৈ কোমল চাউল, মহৰ দৈ, আৰু ফলমূলেৰে পেটভৰাই মোক খুৱালে ওচৰত থিয় হৈ থাকি। মই তেখেতৰ উদাৰতাত মুগ্ধ হৈ ভক্তিভৰে প্ৰণাম কৰি উভতি আহিলোঁ। গোটেই বাটটো ৰোমন্থন কৰিলোঁ মোৰ সেই স্মৃতি।"

আজিকালি এনে সাহিত্যানুৰাগী আছেনে, যি ২০/৩০ মাইল বাট কেৱল সাহিত্যৰ আকৰ্ষণতে কোনো লেখকক লগ ধৰিবলৈ খোজ কাঢ়ে? থাকিলেও বিনিময়ত নিশ্চয় পাতনি এখন যোগাৰ কৰি ল'ব। আমাৰ সাধাৰণ খেৰী ঘৰটোতে দেউতাৰ লগত লেমৰ পোহৰত চৌধুৰি ছাৰৰ দীঘলীয়া ঘনিষ্ঠ আলাপ হ'ল ভাষা, শব্দ, ধাতু, সংস্কৃত আদি বিষয় লৈ। আহিবৰ সময়ত পদূলিমুখত মোৰ মূৰত হাত ফুৰাই চৌধুৰি ছাৰে গভীৰ স্বৰত ক'লে, "তেখেত ইমান বিদ্বান মানুহ, কিমান কথা জানে, অথচ কি অমায়িক!" চৌধুৰি ছাৰৰ এই গুণগ্ৰাহিতা আৰু শ্ৰদ্ধাই মোকো বিস্মিত কৰিছিল। অৱশ্যে আধুনিক সাহিত্যৰ প্ৰতি আমাৰ যি আকৰ্ষণ চৌধুৰি ছাৰে সেইটো বৰ পছন্দ কৰা নাছিল।

....তাৰ বহুকাল পিছৰ কথা। মই তেতিয়া সংসাৰৰ ঘাত-প্ৰতিঘাতত লাটুমৰ দৰে চক্কৰ খাই আছোঁ— এবাৰ ইপিনে গৈছোঁ এবাৰ সিপিনে। ক'তো স্থিৰ আশ্ৰয় নাই। বাটত ভেটাভেটি হওঁতে মোৰ বিমৰ্ষ মুখ দেখি তেখেতৰ ধীৰ কণ্ঠস্বৰেৰে তেখেতে ক'লে, "হীৰেন, তোমাৰ মুখ ইমান ম্লান কিয়? কিবা কষ্ট পাইছা? কষ্ট নাই কাৰ? তুমি কবিতা লিখা।" কবিতাৰ চৰ্চা আৰু নহ'ল। কিন্তু তেখেতৰ সেই উক্তি এতিয়াও কাণত বাজি আছে।

ক্লাছ চে'ৱনত মই অসমীয়াৰ শিক্ষক এনায়েৎ আলী ছাৰৰ প্ৰিয়পাত্ৰ ছাত্ৰ আছিলোঁ। বছেৰেকীয়া পৰীক্ষাত তেখেতে মোক এশৰ ভিতৰত বিৰাম্নব্বৈ নম্বৰ দিছিল। পাঠ্যপুথিৰ পাঠৰ ব্যাখ্যাত তেখেতে সিমান সময় খৰচ কৰা নাছিল। কিন্তু সাহিত্যৰ চৰিত্ৰ সম্পৰ্কে মজাৰ-মজাৰ কথা কৈ মোক চমৎকৃত কৰিছিল। শব্দৰ

যেলেৰে সাহিত্যত কেনে চমৎকাৰিতা আনিব পাৰি তেখেতৰ তেনে বহুত উদাহৰণ মুখস্থ আছিল। তাৰে দুটাহে মোৰ মনত আছে। এজন বঙালী কবিয়ে লিখি গৈছিলঃ

"স্বাধীনতা হীনতায় কে বাঁচিতে চায় ৰে
কে বাঁচিতে চায় ?"

এনায়েৎ আলী চাহাবে আমালৈ চাই সোধে — স্বাধীনতা আকৌ হীনতা কেনেকৈ হ'ল ? আমি নিৰ্বাক। তেখেতেই বুজাই দিয়েঃ ইয়াৰ মানে স্বাধীনতা-হীনতা" অৰ্থাৎ পৰাধীনতা। (মোৰ ধাৰণা মাধৱদেৱে "নামঘোষাত" "মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো" বুলি কৈ শব্দৰ এনে ধৰণৰ প্ৰয়োগেৰেই পাঠকৰ মনোযোগ আকৰ্ষণ কৰিছে।)

আকৌ, "ৰামায়ণ"ত যেতিয়া হনুমানে অশোকবন ছাৰখাৰ কৰিলে, তেতিয়া ৰাক্ষস-ৰাক্ষসীহঁতে "হা ৰাম ! হা ৰাম !" বুলি কোলাহল কৰি ক্ৰন্দন কৰিলে। ৰাক্ষসে আকৌ ৰামক সোঁৱৰে কিয়, ৰামৰ অনুচৰেই সিহঁতৰ উদ্যান ধ্বংস কৰা নাই জানো? আমি থতমত খাওঁ। আদি কবিয়ো সেই সময়ত টোপনি ধৰিছিল নেকি ? ছাৰে বুজাই দিয়ে, ৰাক্ষস-ৰাক্ষসীহঁতে প্ৰকৃততে "হা আৰাম!" "হা আৰাম!" বুলি হে বোল তুলিছিল। "আৰাম" মানে উদ্যান। সন্ধি হৈ "হা ৰাম" হৈ গ'ল।

ক্লাছ এইটত অসমীয়াৰ শিক্ষক হৈ আহিল লক্ষ্ণৌৰ পৰা ভাটখণ্ডে মহাবিদ্যালয়ত অধ্যয়ন কৰি সংগীতৰ বিশাৰদ উপাধি পোৱা খগেন দাস ছাৰ। তেখেতে ছমহীয়াত মোক প্ৰথম স্থানতে ৰাখিলে, কিন্তু নম্বৰ দিলে মাত্ৰ ৬৭%। প্ৰথমতে অভিমানত মোৰ চকুলো ওলাওঁ-ওলাওঁ হৈছিল। কিন্তু শীঘ্ৰেই উপলব্ধি কৰিলোঁ। দাস ছাৰে নতুন কথা কেইটামান শিকাই আছে— শব্দৰ সঠিক প্ৰয়োগ, পৰিচ্ছন্ন যুক্তিনিষ্ঠ চিন্তা, আৰু স্বাধীনভাবে কথাবোৰ বিচাৰ কৰাৰ প্ৰয়োজন। আগতে লিখিহে গৈছিলোঁ। এতিয়া কিছু যুক্তিৰ বান্ধোনেৰে শব্দবোৰ বান্ধিবলৈ শিকিলোঁ। সেই শিক্ষা সম্পূৰ্ণ হওঁতে বহু দিন লাগিল যদিও তাৰ প্ৰথম পৰিচয় দিছিল খগেন দাস ছাৰে।

আমাৰ সাধাৰণ ছাত্ৰৰ বিদ্যাবুদ্ধি আছিল খগেন দাস ছাৰৰ বহুত তলত। আৰু ছাৰৰ তীক্ষ্ণ প্ৰতিভা সকলোকে প্ৰকৃত শিক্ষা দিহে এৰিব। কোৱা বাহুল্য বেছিভাগৰে ভাষা-সাহিত্যৰ অভ্যন্তৰত সোমোৱাৰ কোনো অভিপ্ৰায়েই নাছিল। সমাজৰ হেঁচাত সাহিত্যৰ দুৱাৰমুখত থিয় দিছিল মাত্ৰ, পৰীক্ষাত পাছ মাৰ্ক পোৱাৰ আশাৰে। গতিকে অনিবাৰ্য্যভাৱে ছাৰ হতাশ আৰু বিৰক্ত হ'ল। তেখেতে প্ৰত্যেকৰে

একোটা খাপখাই পৰা উপনাম দিলে। প্ৰশ্ন কৰিলে লগেলগে অন্তৰ্ভেদী কাঠহাঁহি এটা মাৰে। গোমোঠা মুখৰে ছাত্ৰবিলাক থিয় হৈ থাকে। গা বেজ্‌বেজাই যোৱাকৈ ছাৰে ব্যংগৰ সুৰত কয়ঃ "হৈছে দিয়া, ইমান দেৰী থিয় হৈ থাকিলে ভৰি বিষাব নহয়? বহাঁ, বহাঁ।" দুই-একে ছুটিৰ পাছত ছাৰৰ গালৈ পচাবিলাহী দলিওৱাৰ অভিযানো চলাব খুজিছিল। কিন্তু মেকুৰীৰ ডিঙিত ঘণ্টা আঁৰে কোনে ? ছাৰসকলক উপনাম দিয়া বিলাকৰ এইবাৰ প্ৰত্যেকৰে নিজৰে একোটা চমৎকাৰ উপনাম হ'ল।

ছাৰৰ আচল চখ গানত। ফলত ক্লাছত গানজনা ল'ৰা কেইটাৰ দুৰ্ভোগৰ সীমা নাছিল। যি কোনো স্কুল ফাংছনৰ আগত এমাহ ধৰি তালিম। এটা ভুল হ'লে শুদ্ধকৈ শাৰীটো দহবাৰ গাব লাগিব। সেইকিদিন খেলা-ধূলা বন্ধ। গান গোৱা বিলাকে পৰিত্ৰাহি সুঁৱৰি ভাবিলে, কি কুক্ষণত গানবজনা শিকিবলৈ লৈছিল। কোৱা বাহুল্য ফাংছনবোৰত গীত পৰিবেশন আছিল নিখুঁত। ছাৰৰ এই অনুশীলনৰ বলি হৈছিল, বৰ্তমানৰ স্থপতি দিলীপ বড়া আৰু তেওঁৰ ভায়েক ONGC ৰ প্ৰাক্তন CMD খ্যাতিমান অভিযন্তা বিকাশ বড়া।

খগেন দাস ছাৰ সাধনাত বিশ্বাসী আছিল। নিজেও ৰাতিপুৱা চাৰিবজাত উঠি পুখুৰীত নামি আকণ্ঠ ডুব গৈ স্বৰসাধনা কৰিছিল। পঢ়াশুনাৰ ক্ষেত্ৰতো ছাত্ৰৰ পৰা তেনে নিষ্ঠাই বিচাৰিছিল। ক্লাছৰ আনবোৰ ছাত্ৰই বেয়া পালেও তেখেতে মোৰ মনত স্থায়ী সাঁচ বহুৱাই থৈ গৈছিল।

মেঘৰাম পাঠক ছাৰে জোতা নিপিন্ধি শুদাভৰিৰে ক্লাছলৈ আহিছিল। দেখাত একেবাৰে নিৰ্জু আৰু নম্ৰ। পিছতহে গম পাইছিলোঁ তেখেত "আৱাহন" যুগৰ নামজ্বলা কবি আছিল। ছাৰৰ মৃত্যুৰ কিছু কাল পূৰ্বে ছাৰৰ কিতাপ এখনৰ প্ৰশংসামূলক সমালোচনা কৰাত ছাৰ মোৰ প্ৰতি বৰ সন্তুষ্ট হৈছিল। সেইটোৱেই মোৰ মনত করুণৰস মিশ্ৰিত আনন্দৰ উদ্ৰেক কৰিছিল।

বুৰঞ্জীৰ ক্লাছত উজানবজাৰৰ কন্দৰ্প দাস ছাৰে এইচ্ জি ৱেল্‌ছৰ "আউট্‌লাইন অব হিষ্ট্ৰি", নে'হৰুৰ "গ্লিম্‌ছেজ্ অব ৱাৰ্ল্ড্ হিষ্ট্ৰি", আৰু চি মজুমদাৰ, যদুনাথ চৰকাৰ আদিৰ নাম কৈ পাৰিলে পঢ়িবলৈ কৈছিল। বুৰঞ্জী পঢ়ি তেখেতে ৰস পাইছিল আৰু সেয়ে তেখেতৰ পাঠদানো ৰসাল হৈছিল। তেনেকৈ ভূগোলৰ হামিদ আলি ছাৰ ভূগোল শাস্ত্ৰত বিদগ্ধ আৰু পাঠদানত বিচক্ষণ আছিল। ইংৰাজীতো তেখেতৰ ব্যুৎপত্তি আছিল। বহুকাল পাছত ছাৰক এবাৰ লগ পাওঁতে দেখিলোঁ ছাৰে লাখুটি এডাল লৈ লেঙেৰাই-লেঙেৰাই খোজ কাঢ়িছে। সোধাত খুব চমুকৈ আৰু বিৰসমুখে ক'লেঃ "এক্সিডেন্ট্ হৈছিল।" বাক্যালাপ কৰিবলৈ কোনো ইচ্ছা প্ৰকাশ নকৰাত বিব্ৰত হৈ আঁতৰি আহিলোঁ। শেষ বয়সত কি তিক্ত অভিজ্ঞতাই

একালৰ জনপ্ৰিয় সৰৱৰহী শিক্ষক হামিদ আলী ছাৰক এনেদৰে নিৰুৎসাহ কৰিছিল নাজানোঁ।

কটন কলেজিয়েটৰ ইংৰাজী বিভাগটো আছিল বেছ বলী, মানে ষ্ট্ৰং। ভুবনেশ্বৰ শৰ্মা, আবু শ্বেৰিফ, চেনিকুঠিৰ অম্বিকা গোস্বামী (তেখেতে অসমীয়াও পঢ়াইছিল।) প্ৰমোদ বৰুৱা আদিৰ ইংৰাজী আছিল সলসলীয়া। তেওঁলোকে আমাক বৰ যত্ন আৰু নিষ্ঠাৰে পঢ়াইছিল। ভুবনেশ্বৰ শৰ্মা ছাৰে দেওবাৰে-দেওবাৰে ঘৰলৈ মোক মাতি নি দুই তিনিঘণ্টাকৈ প্ৰশ্নৰ উত্তৰ লিখাইছিল আৰু চাই দিছিল। তেখেতৰ পৰিবাৰে আদৰ-সাদৰ কৰি জলপানো খুৱাইছিল। কোৱা বাহুল্য যে এইবোৰ আদৰ-যত্নৰ বাবে পাৰিশ্ৰমিক লোৱাৰ প্ৰশ্নই নাছিল। ছাৰৰ মুখত এদিন এষাৰ কথা শুনিছিলোঁঃ "মই নেহৰুতকৈ গান্ধীৰ ইংৰাজীহে ভাল পাওঁ। পৰিষ্কাৰ, অলংকাৰ-বৰ্জিত কিন্তু অৰ্থপূৰ্ণ।" কথাটোৰ লগত একমত বা দ্বিমত হ'ব পৰা জ্ঞান তেতিয়া মোৰ হোৱা নাছিল, তথাপি এনে এষাৰ উক্তি ছাৰৰ মুখত শুনি চিন্তাৰ খোৰাক পাইছিলোঁ। তেখেত দৃঢ় ব্যক্তিত্বৰ আৰু মেদহীন চেহেৰাৰ মানুহ। দেখিলেই স্বাভাৱিকতে ভয়-ভক্তি ওপজে। তেখেতৰ পুত্ৰ প্ৰমোদেও সেনাবাহিনীত কৃতিত্ব অৰ্জন কৰি অৱসৰ লৈছে। মোৰ বাবে অতি দুখৰ বিষয় যে পিছলৈ সাম্যবাদী শিবিৰত সোমোৱা বুলি আৰু "অসমবিৰোধী" বুলি ছাৰেও মোক নমতা হৈছিল।

আবু শ্বেৰিফ্ ছাৰ আছিল বেশ-ভূষাত পৰিপাটি। তেখেতে কথা কৈছিল জুখিমাখি, হাঁহিটোও আছিল মৃদু। কিন্তু আমি সকলোৱে তেখেতক নিষ্ঠাবান আৰু ভদ্ৰ শিক্ষক বুলি জানিছিলোঁ। স্কুল আলোচনীত তেখেতে স্পেইনত মুৰ সকলৰ আল্-হাম্ৰা প্ৰাসাদ আৰু বিশ্ববিদ্যালয়ৰ বিষয়ে লিখা প্ৰবন্ধ পঢ়ি এটা নতুন কথা জানিছিলোঁ। তেখেতে শান্ত ভদ্ৰ ব্যক্তিত্বৰে বহু উদণ্ড ল'ৰা থকা ক্লাছটো নিয়ন্ত্ৰণ কৰি ৰাখিছিল। (স্কুল আলোচনীত ময়ো "চীনদেশৰ অতীত আৰু বৰ্ত্তমান"ৰ বিষয়ে এটা নিবন্ধ লিখিছিলোঁ। ৰামনাথ বিশ্বাসৰ চীনৰ বিষয়ে লিখা দুখনমান ভ্ৰমণকাহিনী পঢ়ি মই চীনৰ প্ৰতি আকৃষ্ট হৈছিলোঁ।)

জগদীশ চৌধুৰী ছাৰৰ কথা মনত পৰিলে এতিয়াও এটা কাৰণত মোৰ দুখ লাগে। তেখেত আছিল মৰমিয়াল, ফুৰ্ত্তিবান আৰু কথাচহকী — ইংৰাজী আৰু গণিতত সমানে পাৰদৰ্শী। তেখেতে আমাক টলষ্টয়ৰ "How much land does a man need?" গল্পটোৰ ইংৰাজী ভাঙনি পঢ়াইছিল। তাৰ নায়কৰ নামটো তেখেতে "পেহম্" বুলি উচ্চাৰণ কৰিছিল, আচল উচ্চাৰণ আমিও নাজানিছিলোঁ। কিন্তু তৎক্ষণাৎ তেখেতক "পেহম্" নামকৰণ কৰা হ'ল।

দুঃসাহসীবোৰে তেখেতক দূৰৰ পৰা "পেহম্" বুলি চিঞৰিছিল। অৱসৰ গ্ৰহণৰ পিছতো ছাৰৰ ৰঙিয়াল, কথাচহকী, তজবজীয়া স্বভাব একেই আছিল। কিন্তু লক্ষ্য কৰিছিলোঁ তেখেতে আগতকৈও বেছিকৈ আৰু খৰকৈ কথা ক'বলৈ ধৰিছে। মোৰ প্ৰতি তেখেতৰ সদ্ভাৱ আৰু স্নেহ সদায় আছিল। এবাৰ বিশ্ববিদ্যালয়লৈ কিবা কামত আহি মোৰ ঘৰত সোমালত মই পৰিয়ালৰ আটাইৰ লগত চিনাকী কৰি ভাবন্তিৰে আপ্যায়ন কৰি নানা বিষয়ে তেখেতৰ সাৰুৱা মন্তব্য বোৰ শুনিছিলোঁ। তাৰ পিছত তেখেত একেৰাহে কেইবাদিনো আহিবলৈ ধৰিলে। মোৰ ক্লাছ থাকে, পঢ়াশুনা থাকে- তেখেতৰ বাবে দুদিনমান ক্লাছেই খ'তি হ'ল। কথাটো ক'লে তেখেতে আঘাত পায় বুলি মই পলায়নৰ পথ অৱলম্বন কৰিলোঁ। তেখেত আহি মোক ঘৰত নাপায়েই। শেষত তেখেত নিজেই নিৰুৎসাহ হ'ল। কথাটো মনত পৰিলে মনটো বেয়া লাগে। বোধহয় অৱসৰকালত তেখেত বৰ নিঃসংগ হৈ পৰিছিল।

জোৰপুখুৰীৰ পাৰত সুৰেন দাস ছাৰৰ ঘৰ আছিল। যি হেড্‌মাষ্টৰেই নাহক, সুৰেন দাস ছাৰ দুদিনৰ ভিতৰতে বেচৰকাৰী এছিষ্টেণ্ট হে'ডমাষ্টৰ হৈ পৰে। প্ৰশাসনীয় দক্ষতাত তেখেতে আছিল আগৰণুৱা। তেখেতৰ পাঠদানতকৈ স্কুলীয়া জীৱনৰ আন দিনবোৰত, যেনে ছাত্ৰৰ শৃংখলাবোধ, নাটক অভিনয়, সাহিত্য চৰ্চা আদি বিষয়ত বেছি মনোযোগ আছিল। অৱশ্যে বিজ্ঞানৰ শিক্ষক হিচাবেও তেখেত কৃতী আছিল। মোৰ সম্পাদনাত ক্লাছ এইটত থাকোঁতে ল'ৰাবিলাকে এখন হাতেলিখা সাহিত্য-আলোচনী উলিয়াইছিল। সেই সময়ত পাণবজাৰৰ গণেশ ইলে'ক্ট্ৰিকেল্‌ছৰ মালিকৰ ভায়েক স্বৰ্গীয় গজেন তালকুদাৰ মোৰ নলে-গলে লগা বন্ধু আছিল। আলোচনীৰ চিত্ৰাংকণ আৰু সজ্জা গজেন আৰু ধ্ৰুৱ ডেকাই কৰিছিল। টিফিনৰ ছুটিত সদায় গজেনৰ ঘৰলৈ যাওঁ, গজেনৰ সাদৰী বৌৱেকে মৰমকৈ খাবলৈ দিছিল নানা সুখাদ্য। সেই সময়ৰ লগবোৰৰ মাজত আছিল অনিল শৰ্মা (ৰিহাবাৰীৰ "ঈশ্বৰ-পুৰুষ" নামেৰে ভাৰতীয় God-man বিলাকৰ বিষয়ে সংযত যুক্তিপূৰ্ণ ভাষাত এখন মোক্ষম ধ্বংসাত্মক কিতাপ লিখিছিছে) খনিন শৰ্মা, লখীমপুৰৰ সোমনাথ চেলেং, ভুবন আৰু সুবোধ বৰদলৈ, ধ্ৰুৱ চলিহা (তেওঁ স্বল্পভাষী কিন্তু উগ্ৰ খঙাল আছিল), ছাৰ ছাদুল্লাৰ সন্তান শৰীৰ চৰ্চাত নিমগ্ন নিজাম, কটনৰ অৱসৰপ্ৰাপ্ত অধ্যাপক কুমুদ বৰুৱা, উত্তৰ গুৱাহাটীৰ, পদুম শইকীয়া, টকৌবাৰীৰ নৃপেন মহন্ত, পবিত্ৰ বৰা, পৰৱৰ্ত্তী কালত ONGC ৰ CMD হৈ খ্যাতি অৰ্জন কৰা বিকাশ বৰা, মণিপুৰীবস্তিৰ সুভাষ সিং, উজান বজাৰৰ লোহিত দাস, প্ৰদীপ দাস (ভুলু), ঘনদা ভূঞা, অৰূপ চক্ৰৱৰ্তী আৰু অকাল মৃত্যু বৰণ

কৰা পবিত্ৰ অধিকাৰী, স্বৰ্গীয় ললিত বৰুৱা আৰু অলপ আগতে উল্লেখ কৰা গজেন তালুকদাৰ। বহুদিনৰ মূৰত পলমকৈ গজেনৰ মৃত্যুসংবাদ পাই মোৰ চকুপানী ওলাইছিল। অম্বিকা বৰুৱা, দুজন আছিল উত্তৰ গুৱাহাটীৰ, এজন সৰবৰহী, আনজন খোলা মনৰ।

অবসৰপ্ৰাপ্ত আৰক্ষী অধীক্ষক গোলাপ হাজৰিকাৰ সন্তান-সন্ততিৰ নামবোৰ আছিল অৰিজিনেল— ল'ৰা মোগল, পাঠান, নগা, মিৰি, অকা, ডফলা আৰু ছোৱালী আছিল ইৰাণী, জাপানী। ডফলা (ভূপেন হাজৰিকা) আৰু অকা (স্বৰ্গীয় যোগেন হাজৰিকা) আৰু কৈলাশ কাকতি বৰ বন্ধু আছিল। তিনিওৰে পৰা কিতাপ আৰু কলমৰ জগতৰ বাহিৰৰ কিছুমান কথা মই শিকিছিলোঁ। অকাই পৰৱৰ্ত্তী জীৱনত বায়ুসেনাত বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছিল। কিন্তু শুনিছোঁ, পদোন্নতিৰ ক্ষেত্ৰত তেওঁক অন্যায় কৰা বাবে তেওঁ বৰ হতাশ হৈ পৰিছিল। ডফলা এতিয়াও আছে। দুয়োৰে বিশেষ গুণ হৈছে ঈৰ্ষা আৰু মলিনতাৰ পৰা মুক্ত মন।

স্কুলৰ নাটকবোৰত চকুত লগা অভিনয় কৰিছিল পাণবজাৰৰ বীৰেন চৌধুৰি, লাখটকিয়াৰ ওখ-ডাঙৰ ৰাজসিক চেহেৰাৰ আব্দুল, উজান বজাৰৰ গোপাল পাঠক আৰু জোৰ পুখুৰীৰৰ নিৰঞ্জন বৰুৱাই । দুৰ্ভাগ্যক্ৰমে বাকীসকল তাৰকাৰ নাম মোৰ মনত নাই। বীৰেন চৌধুৰিয়ে এবাৰ দাড়িগোঁফ লগাই বুঢ়া শ্বাইলকৰ ভাওত অভিনয় কৰি বয়স্ক দৰ্শককো অবাক কৰি দিছিল। গোপাল পাঠকে এবাৰ লাচিতৰ ভাও লৈ নাটকীয় মুহূৰ্ত্তত উত্তেজনাত কাঠৰ তৰোৱালেৰেই মোমায়েকৰ ডিঙিৰ আধা চেণ্টিমিটাৰ মানলৈ তৰোৱাল বহুৱাই দিছিল। লগেলগে যৱনিকাপতন, কোঢ়াল, "ডাক্তৰ মাত, ডাক্তৰ মাত !" চিঞৰ। মোমাই কিছুপৰ পিছত সুস্থ হৈ লাচিতক খেদা মাৰি গৈছিলেই। সুৰেন দাস ছাৰহঁতেই মোমাইৰ ক্ৰোধবহ্নি শান্ত কৰিলে। এবাৰ ময়ো এণ্টনিৰ ভাও লৈছিলোঁ। ছাৰহঁতে ক'লে, 'ড্ৰে'ছপাতি, কণ্ঠ ভালেই হৈছিল, তই পিছে এক্সপ্ৰেছ ট্ৰে'নৰ দৰে গৈ বাকীবোৰক বিপদত পেলালি !" সতীৰ্থ এজনে পৰিচালক শিক্ষকৰ কথা নুশুনি অভিনয়ৰ মৌলিক প্ৰতিভা প্ৰদৰ্শন কৰিবলৈ বিচাৰিছিল। ছাৰে ছাতিৰ নালৰ আঁকোৰা আগটোৰে টানি ষ্টেজৰ পৰা নমালে।

অম্ন বৰুৱাৰ পিছত হেড্মাষ্টাৰ হৈ আহিছিল উমা শৰ্মা ছাৰ। তজবজিয়া, সৰুফুটিয়া, কিন্তু ব্যক্তিত্বশালী মানুহ। দেখিলেই হেড্মাষ্টৰ-হেড্মাষ্টৰ লাগে। তেখেতে ধুতিৰ ওপৰত মটিয়া ৰঙৰ কোট এটা পিন্ধি আহিছিল। তেখেতৰ দিনতে আমি মেট্ৰিক পৰীক্ষা দিওঁ। তেখেতৰ দিনত হোৱা কেতবোৰ মজাৰ ঘটনা আগতে উল্লেখ কৰি আহিছোঁ। তেখেতে স্কুলৰ বাৰ্ষিক প্ৰতিষ্ঠা দিবস

আটোমটোকাৰিকৈ পাতিছিল। তেখেতৰ বছেৰেকীয়া প্ৰতিবেদন পাঠ কৰিছিল ইংৰাজীতে। তেখেতে Natural টো "নেইটৰেল", Nature টো "নেইটাৰ" বুলি পঢ়িছিল। কিছুমান ব্ৰিটিছ লোকে এতিয়াও এনেকৈয়ে কয়, তেতিয়া কিন্তু আমি অসঁজা পাইছিলোঁ।

গুৱালকুছিৰ কৰুণা বৈশ্য ছাৰ আৰু বৰপেটাৰ গোপাল দাস ছাৰে বিজ্ঞানৰ স্নাতক আছিল। তেখেতসকল আমাতকৈ ডাঙৰ হ'লেও তৰুণ বয়সৰ আছিল বাবে আমাৰ ভাল লাগিছিল। দাস ছাৰে কৃষি বিভাগৰ সঞ্চালক ৰূপে অৱসৰ লৈ এতিয়া শংকৰদেৱৰ চিন্তা-ভাৱনা প্ৰচাৰ কৰাত নিমগ্ন। কৰুণা বৈশ্য ছাৰ বোধহয় শিক্ষক হৈয়েই থাকিল। তেখেত নিৰভিমান, উচ্চাকাংক্ষা নথকা, মেধাৱী শিক্ষক আছিল। কিছুমান মানুহে চমকপ্ৰদ প্ৰতিভা নেদেখুৱায়ো তেওঁলোকৰ সংগলাভ কৰা সকলৰ চিৰকলীয়া শ্ৰদ্ধা আৰু আনুগত্য পায় গ্লানিহীন মনৰ বাবে।

টিফিনৰ সময়ত আমি যেন জে'লখানাৰ পৰা পেৰ'ল্ পাইছিলোঁ। কিৰিলি পাৰি সদলে ডাঙৰ কম্পাউণ্ডটোলৈ ওলাই আহিছিলোঁ, ইটোৱে সিটোক খেমালিতে ঢকিয়াই, ঘুচিয়াই বেগাবেগিকৈ "মহামায়া কেবিন" বা আনন্দ ভাণ্ডাৰত" চাহ-চিঙাৰা খাইছিলোঁ। কিন্তু ওভটাৰ সময় সম্পৰ্কে সচেতন আছিলোঁ। পলম হ'লেই চটপ্ কৰে পিঠিত বেত। কেতিয়াবা হে'ডমাষ্টৰ উমা শৰ্মা কৰিড'ৰত বৈ থাকে। তেওঁ নেদেখাকৈ দেৰীকৈ ক্লাছত সোমোৱাত দুজনমানে ঈৰ্ষণীয় নৈপুণ্য অৰ্জন কৰিছিল।

শুক্ৰেশ্বৰৰ প্ৰখ্যাত পণ্ডিত স্বৰ্গীয় বিপিন গোস্বামীৰ ভায়েক আছিল সৎ আৰু সৰলমনৰ। মনোৰঞ্জন (?) গোস্বামী (বহু কষ্ট কৰিও তেখেতৰ নাম নিশ্চিতভাৱে মনত পেলাব নোৱাৰিলোঁ!) তেখেত ওখ-ডাঙৰ হঠঙা মানুহ আছিল। প্ৰখৰ দৃষ্টিৰে ক্লাছত সোমায়েই মেজত হাতদুখন থৈ আস্তিন কোঁচাইঃ "এই গোলমাল নকৰ্বি- মাইৰ খাবি।" তেখেতৰ আন্তৰিকতাৰ বিষয়ে কাৰো সন্দেহ নাছিল, ফলত ক্লাছত সাৰ সুৰ নাছিলেই। সুৰেন দাসৰ লগত তেখেতো এন-চি-চিৰ কেপ্টে'ন্ আছিল। এন-চি-চিত মোক সুমুৱাবলৈ সুৰেন দাস ছাৰে বৰ চেষ্টা কৰিছিল, কিন্তু নতুনকৈ সাহিত্যিক পাখি গজা পৰুৱা হৈ মই উৰি পলালোঁ। কবি-মানুহে দল বান্ধি লেফ্ট-ৰাইট্ কৰা ছবিখন মোৰ ভাল নালাগিল। আজি ভাবোঁ, দাস ছাৰৰ উপদেশটো ভালেই আছিল। সি যি নহওক, গোস্বামী ছাৰৰ সৰল হৃদয় দুটা ঘটনাই ছাৰখাৰ কৰিলে। এন-চি-চিৰ বাবে বস্তু কিনাত "দুৰ্নীতি", যাৰ বাবে ছাৰ জগৰীয়া নাছিল, জগৰীয়া আছিল ছাৰৰ সৰল বিশ্বাস। দ্বিতীয়তে আকস্মিক পুত্ৰশোক। তেতিয়াৰ পৰা মানুহজনে অকলে অকলে বাটত ঘূৰি ফুৰিছিল।

নিষ্প্ৰাণভাবে কৰ্ত্তব্য কৰিছিল। তেখেতে বেছিদিন নাবাচিল।

ওপৰৰ শ্ৰেণীৰ মেধাবী ছাত্ৰ দেবদাস কাকতি (পিছত ডিব্ৰুগড়ৰ উপাচাৰ্য্য), ৰোহিণী মহন্ত, প্ৰফুল্ল মহন্ত, যতীন নাথ, প্ৰদীপ তালুকদাৰ (পিছলৈ চৰ্মৰোগ বিশেষজ্ঞ), ৰজনী শৰ্মা (সাম্যবাদী নেতা উমা শৰ্মাৰ ভ্ৰাতৃ), আদিৰ কথা আজিও মাজে মাজে মনত পৰে। স্থপতি দিলীপ বৰাই মোৰ ঘৰৰ প্লেন কৰি দিছিল সামান্য খৰচত । তেনেকৈ আমাতকৈ এক বা দুই শ্ৰেণীৰ তলত পঢ়া ৰঞ্জিৎ নাৰায়ন ডেকা, প্ৰদীপ মহন্ত, দৰ্প বড়া, দিলীপ কাকতীৰ লগতো সৰুকালৰ বা স্কুলীয়া জীৱনৰ সম্পৰ্ক এতিয়াও আছে। তেওঁলোকৰ সেই সময়ৰ আশা-আকাংক্ষা, সপোন, সকলোৰে ৰিণিকি ৰিণিকি আভাস মোৰ মনত আছে। সুদীৰ্ঘ জীৱনযুদ্ধৰ ক্লান্তিয়ে বেছিভাগকে আবৰি ধৰিছে, হেৰাই গৈছে আগৰ স্বতঃস্ফূৰ্ত্ততা, তাৰ মাজতে দুই-চাৰিজনৰ জীৱনটো উপভোগ কৰাৰ ক্ষমতা দেখি বিস্মিত হওঁ। আমাৰ লগৰ বহুতেই জীৱনত কিবা এটা কৰাৰ বিশ্বাস বা আশা হেৰুৱাই পেলাইছিল। কিন্তু সংসাৰৰ নানা জ্বালা-যন্ত্ৰণাই তেওঁলোককো নিষ্কৃতি দিয়া নাই। কথাবোৰ ভাবোঁতে মোৰ মন করুণৰসত প্লাবিত হ'ব খোজে।

সেই সময়ত মাজে মাজে প্ৰেক্টিচ্ টিচিঙৰ বাবে তিনিমাহ-চাৰিমাহমান থকাকৈ একোজন বিটি-পৰীক্ষাৰ্থী শিক্ষক আমাৰ মাজলৈ আহিছিল। তেওঁলোকে যেনে উৎসাহ লৈ পঢ়াইছিল, আমাৰ কাৰণে আমনি লগা পাঠবোৰো জীৱন্ত হৈ উঠিছিল। দুজন শিক্ষকৰ পাঠদান মই আজিও পাহৰিব পৰা নাই। উজনিৰ চাৰিং নে জাঁজীৰ গংগেশ্বৰ মহন্তই অসমীয়া পঢ়াইছিল আৰু এজন ওখ-বগা দেখিবলৈ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ দৰে, সংস্কৃতৰ শিক্ষক। মহন্ত ছাৰৰ ব্যাখ্যা আছিল নিয়াৰি আৰু আলোক-উজ্বল, আৰু পাঠদানত এটা ঐকান্তিকতা আছিল। ইজন ছাৰে সংস্কৃতৰ বহুতো প্ৰবচন বুজাই দিছিল, যেনে

"অজা যুদ্ধ, ঋষি শ্ৰাদ্ধ, আষাঢ়ে মেঘগৰ্জনম্।" এইবোৰেই হৈছে 'বহ্বাৰম্ভে লঘু ক্ৰিয়া"ৰ উদাহৰণ। তাৰ আধুনিক সংস্কৰণ বাহিৰ কৰিবলৈ গ'লে চৰকাৰৰ লগত বিদ্ৰোহীৰ শান্তি-আলোচনা উল্লেখ কৰিব লাগিব।

কলে'জিয়ে'টৰ পৰা বিদায় ল'বৰ দিনা নতুনকৈ যোগ দিয়া বদ্ৰুল হক বৰুৱা (নামটো ভুল হ'বও পাৰে) নামৰ হে'ডমাষ্টৰ জনে সুবদী উজনীয়া ভাষাৰে অসমীয়াত বক্তৃতা দি আমাক মুগ্ধ কৰিছিল।

কলে'জিয়ে'ট স্কুলখনৰ চেহেৰা বদলিল। আজিকালি অচিনাকি যেন লাগে। সেয়ে যাবলৈ মন নাযায়। শিক্ষাৰ পৰিবেশো মাজতে বেছ বেয়া হৈছিল। শিক্ষা বিভাগৰ ডাঙৰ বিষয়া, গণ্যমান্য নাগৰিকৰ সন্তান-সন্ততিয়ে এতিয়া কলে'জিয়ে'টৰ

দুৱাৰদলি নগৰকা হ'ল। ফলত অবহেলিত উদ্যানৰ দৰে কলে'জিয়েটৰো আগৰ গৌৰব বোধহয় হেৰাই গ'ল।

কটন কলেজৰ কথা লিখিলোঁৱেই। গুৱাহাটীৰ নিবিড় আশ্ৰয় এৰি অজান দেশত দুঃসাহসিক যাত্ৰা কৰিব লাগিব। কলিকতা দেখাৰ সৌভাগ্য তেতিয়া বহুতৰে হোৱা নাছিল। মই তাত পঢ়িম, প্ৰতিযোগিতা কৰিম, ভাবিলে কেতিয়াবা মন কোঁচ খাইছিল। কিন্তু সেই অধ্যায়ে মোৰ জীৱনৰ দিশ চিৰকাললৈ সলাই দিলে। সেইবোৰ পিছত লিখিম।

গুৱাহাটীত কলেজত পঢ়া সময়খিনি মই বৰ ভালকৈ ব্যৱহাৰ কৰা নাছিলোঁ। হোষ্টেলে-হোষ্টেলে আড্ডা দি ফুৰিছিলোঁ। কিমানক যে বিৰক্ত কৰিছিলোঁ! ভাবিলে লাজ লাগে যে তেওঁলোকে মোৰ লগত কোনো অসৌজন্য কৰা নাছিল। সেইখিনি সময়ৰ কথা ইতিমধ্যে অলপ লিখিছোঁ। আমাৰ সহপাঠী সকলৰ ভিতৰত এতিয়াও সামান্য হ'লেও দেখাদেখি হয় বিমল গঁগৈ, শিৱ ঠাকুৰ (চলচিত্ৰ পৰিচালক), পুষ্প কলিতা, ৰবীন চৌধুৰি, প্ৰণবজ্যোতি ডেকা, আৰু ললিত বৰুৱাৰ লগত। সংস্কৃত ক্লাছত লগ পাইছিলোঁ কথাবতৰাত মৃদু ৰামদাস বড়ো আৰু বজালিৰ সৰলপ্ৰাণ স্বৰ্গীয় কিশ্বেশ্বৰ গোস্বামীক। প্ৰণবজ্যোতি ডেকাৰ এক অদ্ভুত ধৰণৰ ৰসবোধ (Sense of the Absurd) আৰু কাকো খাতিৰ নকৰা মেজাজ আছিল। মানুহজন আছিল ক্ষুৰধাৰ মেধাৰ, কিন্তু চিনিকেল ধৰণৰ। যিটো ভাবিছিল তাকে কৰিছিল আৰু কৈছিল। এবাৰ এজন আত্মতুষ্ট বিখ্যাত লেখকৰ লগত তেওঁক চিনাকী কৰি দিয়াত তেওঁ হামিয়াই মন্তব্য কৰিলে। "নাম শুনিছোঁ।"

লেখক বেচেৰা হতবাক। পৰৱৰ্তী জীৱনত তেওঁ কেইটামান উল্লেখযোগ্য আৰু কেইটামান অদ্ভুত কাম কৰি খ্যাতি অৰ্জন কৰিছে। তেওঁৰ দুটামান গল্পই আন্তৰ্জাতিক স্বীকৃতিও পাইছে। কিন্তু তেওঁ নিজে বনাই লোৱা জোতা কিমান দিন পিন্ধিলে নাজানোঁ। চুটিচাপৰ মানুহজন অসাধাৰণ কৰ্মশক্তিৰ আধাৰ।

ৰবীন চৌধুৰিক মনত আছে এটা ঘটনাৰ বাবে। আমাৰ লজিক পঢ়াইছিল জলিল চাহাবে আৰু চাংকাকতিয়ে। জলিল চাহাব পালোৱান বুলি খ্যাত আছিল, আমি সেয়ে তেখেতৰ ক্লাছত বেছি হুলস্থূল কৰা নাছিলোঁ। ক'লা চশমা পিন্ধি অহা জলিল চাহাবে আমি সামান্য উচ্পিচ্ লগালেই (লজিক্ বিষয়টোৱে অলপ উচ্পিচ্ কৰিবলৈ বাধ্য কৰে!) গুৰুগম্ভীৰ ভাবে মন্তব্য কৰেঃ "What will you do when Pakistan attacks India? You will run away like running foxes." বহুদিন পিছত বানপানীত মানুহৰ অভাৱনীয় দুৰ্দ্দশা দেখি আহি জলিল চাহাবে প্ৰাক্তন শিক্ষক হিচাবে নিমন্ত্ৰিত হৈ হোষ্টেলৰ ডিনাৰত প্ৰাণপৰশা

বক্তৃতা দি আমাক অভিভূত কৰিছিল।

প্ৰফুল্লপ্ৰাণ চাংকাকতি ছাৰ আছিল নিজৰ ভাবনাত ডুব গৈ থকা মানুহ। কেতিয়াবা চিঠি পষ্ট কৰিবলৈ গৈ পে'নটো ডাকবাকচত ভৰাই চিঠিখন জেপত লৈ উভতি আহে। পে'ন উদ্ধাৰ কৰা কাৰ্য্যত ব্ৰতী হয় কোনো ছাত্ৰ। তেখেত অসম্ভৱ মেধাবী আছিল। সঁচা-মিছা নাজানোঁ, কিন্তু বি এ'ত প্ৰথম শ্ৰেণী পোৱা চাংকাকতি ছাৰ এম এ' মহলাত কলিকতাৰ এগৰাকী সহপাঠিনীৰ প্ৰেমত বুৰ মাৰি হেনো সংসাৰত আন একো নেদেখা হ'ল। সেই সুযোগতে সহপাঠিনীয়ে তেখেতে সযত্নে প্ৰস্তুত কৰা নোটবোৰ নি পৰীক্ষাৰ আগতে ঘূৰাই নিদিলে। ফলত সহপাঠিনীয়ে প্ৰথম শ্ৰেণী পালে, চাং কাকতি ছাৰ দ্বিতীয় শ্ৰেণীলৈ লগে লগে নামিল। প্ৰেমিকাৰো প্ৰশ্ৰয় কমিল। তেতিয়াৰ পৰা তেওঁৰ নিস্পৃহভাব বেছি হ'ল।

তেওঁৰ পাঠদানৰ ৰীতি আছিল নিজস্ব। ওখ, ক্ষীণ দেহাৰ পৰা ৰজন্‌জনাই যোৱা মাত উলিয়াই তেওঁ পঢ়াইছিল। ভীমসেন যোশীৰ ক্লাছিকেল গায়কী পদ্ধতিৰে মুখখনৰ দহ-পোন্ধৰমান ভাঁজ উলিয়াই এনেকৈ পাঠদান কৰিছিল যে সমুখৰ বেঞ্চত বহা বিলাকে খিল্‌খিলাই নাহাঁহিছিল কিয়, মই বুজি পোৱা নাছিলোঁ। তেওঁলোকৰ ধৈৰ্য্য আৰু ভাব-নিয়ন্ত্ৰণৰ ক্ষমতা নিশ্চয় আছিল অপৰিসীম। সেই চাংকাকতি ছাৰৰ ক্লাছতে তেওঁ ৰবীন চৌধুৰিক সামান্য দোষতে চকু পকাই ধৰি ক্লাছৰ পৰা ওলাই যাবলৈ ক'লে। ৰবীন চৌধুৰিয়েও ফেঁপেৰি পাতি ধৰিলে। আৰু হাত দুখন বুকুত থৈ সাহসেৰে চাংকাকতিৰ লগত তৰ্কাতৰ্কি কৰিলে। তেওঁৰ দুঃসাহস দেখি আমাৰ শ্বাসৰুদ্ধ অবস্থা। কিন্তু খঙৰ ভমকত বোমাৰ দৰে ফাটিব খোজা চাংকাকতি ছাৰ ক্ৰমে শান্ত হৈ নিজকে চম্ভালি লৈ পুনৰ পাঠদানত লাগিল। চৌধুৰিৰ প্ৰতি তেতিয়াৰ পৰা মোৰ সন্মান বাঢ়িল। পৰৱৰ্ত্তী কালত তেওঁ ডুমডুমা কলেজৰ অধ্যক্ষ হৈছিল। বোধহয় ৰাজ্য চৰকাৰৰ প্ৰিয়পাত্ৰ হৈছিল। ফলত কিন্তু তেওঁৰ প্ৰতি মোৰ সমীহৰ ভাব কিছু হ্ৰাস পালে।

সেই সময়ত অলপ পলমকৈ আমাৰ সহপাঠী হ'বলৈ অহা ললিত বৰুৱা মোৰ ঘনিষ্ঠ বন্ধু হৈ পৰিল কম সময়তে। তেওঁৰ কথাবতৰা মৃদু, ভদ্ৰ আৰু মাৰ্জিত আছিল। তদুপৰি তেওঁ আছিল সাহিত্যৰসিক আৰু সংগীত ৰসিক। বিশেষকৈ সংগীতৰ জগতত তেওঁ নিমগ্ন হৈ পৰা দেখি আৰু ক্লাছিকেল সংগীতত তেওঁৰ নিভাঁজ ৰাপ দেখি মই সেই বিষয়ে মোৰ অজ্ঞতা প্ৰথমবাৰলৈ অনুভৱ কৰিলোঁ। সমসাময়িক ভূপেন হাজৰিকা আদি সংগীতজ্ঞক মই ভালেই পাইছিলোঁ, কিন্তু বৰুৱাই ক্লাছিকেল খুব এডাল উলিয়াই জনপ্ৰিয় সুৰকাৰ, গায়ক আদিক এনেদৰে মুৰ খুৰাই দিলে যে মোৰ মুখৰ মাত হেৰাল। সেই ক্ষেত্ৰত আমি কিছু ভুলেই

কৰিছিলোঁ যেন লাগে। কাৰণ আধুনিক অসমীয়া সংগীতে ভুল শুদ্ধৰ মাজেৰে তাৰ যি বিশিষ্ট উৎকৰ্ষ অৰ্জন কৰিবলৈ ধৰিছিল, বন্ধুবাৰ বিদগ্ধ ব্যংগৰ আগত সেইবোৰ উবি যুৱা কুকুহা যেন লাগিছিল। তুলনামূলকভাবে আমি বঙালী ৰাগপ্ৰধান গীত ভাল পাইছিলোঁ। ৰবীন্দ্ৰ সংগীতৰ অপাৰ ঐশ্বৰ্য্যৰ লগত বন্ধুবায়েই প্ৰথমে মোৰ পৰিচয় কৰি দিছিল। আনহাতে মোৰ কৌতূহল আৰু অধ্যয়নৰ বিস্তৃতিয়ে তেওঁক আকৰ্ষণ কৰিছিল। পিছলৈ মোৰ সমাজমুখী দৃষ্টিভংগীয়েও তেওঁক কিছু পৰিমাণে প্ৰভাৱিত কৰিছিল যেন লাগে। বন্ধুবাক লগ পোৱাৰ পূৰ্বে মই সকলো মানুহকে নিৰ্বিচাৰে ভাল পাইছিলোঁ। তেওঁলোকৰ দোষ-ত্ৰুটি মোৰ চকুত পৰা নাছিল। কিন্তু বন্ধুবাৰ অপ্ৰত্যাশিত কঠোৰ আৰু ব্যংগাত্মক মন্তব্যবোৰে মোক সেই সকল সংগী, বন্ধু-বান্ধবৰ দোষ-ত্ৰুটি সম্পৰ্কে সচেতন কৰিলে। তেওঁ নিজৰ পৰিয়ালবো কাকো ৰেহাই দিয়া নাছিল। তেওঁৰ চুম্বক অথচ ৰসিক মন্তব্যবোৰত মই হাঁহি হাঁহি বাগৰি পৰিছিলোঁ। কিন্তু বহুপিছত তেখেতৰ দৰে ময়ো বুজিছিলোঁ যে এই দোষ-দেখাবো এক ক্ষতিকৰ দিশ আছে। অৱশ্যে দেখা নোপোৱাও বিপজ্জনক।

স্কুলীয়া কালৰে পৰা মোৰ আন এজন বন্ধু আছিল, যাৰ লগত মোৰ বন্ধুত্ব আৰু গভীৰ আৰু নিবিড় আছিল। আজি তেওঁৰ মতে মই অসমৰ সমাজ-সংস্কৃতিৰ বাবে ৰাহু-কেতুৰ দৰে আটাইতকৈ অমংগলীয়, আৰু মোৰ মংগোলীয় পৰম্পৰা তাৰ বাবে দায়ী। তেওঁৰ বিষয়ে সেয়ে লিখিবলৈ বৰ উৎসাহ অনুভৱ কৰা নাই। কিন্তু এটা সময়ত অন্ততঃ তেওঁৰ প্ৰতি মোৰ যথেষ্ট সদিচ্ছা আৰু সদ্ভাৱ আছিল। সাহিত্য-সংস্কৃতিৰ জগতত প্ৰৱেশ কৰি অভিভূত হৈ দুয়ো ইমান কথা পাতিছিলোঁ যে ডাঙৰবিলাকে আচৰিত হৈ কোৱাকুই কৰিছিলঃ "ইহঁত দুটাই ইমান কি কথা পাতে?" নাইন-টেঁন পাই ফুটবল আদি "স্থূল" আমোদৰ প্ৰতি অৱজ্ঞাৰে আমি কিতাপৰ জগতত ডুব দিছিলোঁ, আৰু ইজনে সিজনক ঘৰত থৈ আহিবলৈ যাওঁ বুলি সদায় গধূলি ছবাৰমান চানমাৰি-জোৰপুখুৰী কৰিছিলোঁ। সমসাময়িক সংস্কৃতিৰ নানা অভাৱ আৰু ত্ৰুটিৰ সমালোচনাত মুখৰ হৈ আমি এক উন্নত আধুনিক মধ্যবিত্ত সংস্কৃতি বিচাৰিছিলোঁ। কিন্তু আজি উভতি চালে মোৰ ধাৰণা হয় যে তেওঁৰ সামাজিক মনোভাৱ তেতিয়াৰ পৰাই স্থিতাৱস্থাৰ সপক্ষে তথা ৰক্ষণশীল আছিল। অসমৰ মধ্যবিত্ত সভ্যতাৰ ত্ৰুটিবোৰতহে তেওঁ ক্ষুব্ধ হৈছিল।

এনেকৈয়ে কলিকতা-যাত্ৰাৰ পূৰ্বাহ্ন পালেহি। সেই সময়ত— ক'লে বিশ্বাস কৰা টান হয়— অসমত কলিকতা দেখা মানুহেই বেছি নাছিল। ৰাজধানী দিল্লী

তেতিয়াও এখন গ্ৰামাঞ্চলত পতা প্ৰশাসনীয় সদৰহে আছিল। দেশৰ শিল্প-বাণিজ্য, শিক্ষা, অগ্ৰণী সংস্কৃতিৰ কেন্দ্ৰ আছিল কলিকতা। (মই অৰ্বাচীন ক'লকাতা"তকৈ তাহানিৰ "কলিকাতা" বা ইংৰাজী "কেল্‌কাত্তা" নামটোহে পছন্দ কৰোঁ।) দাৰিদ্ৰ্য আৰু যাতায়াতৰ কষ্টৰ বাবে, আৰু আচহুৱা দেশ, মানুহ, ৰীতি-নীতিৰ প্ৰতি অসমীয়াৰ জন্মগত বিৰাগৰ বাবে, কলিকতাত ভূমুকি নমৰাকৈয়ে বহুতে সন্তোষেৰে স্বৰ্গযাত্ৰা কৰিছিল। আনহাতে আধুনিক জীৱনৰ প্ৰতি আগ্ৰহ আৰু কৌতূহল থকা মানুহৰ বাবে কলিকতা আছিল ৰোমাঞ্চকৰ Brave new world ৰ দুৱাৰমুখ। মই নিজেও অভিভূত হৈছিলোঁ কলিকতাৰ বিপুলতা, বৈচিত্ৰ্য, অভিনবত্বত। এবছৰ কলিকতাত কটাই গৰমৰ বন্ধত ঘৰলৈ আহি যেতিয়া কলিকতাৰ গল্প কৈছিলোঁ লগৰ ল'ৰাবোৰে সাগ্ৰহে জুম বান্ধি-বান্ধি শুনিছিল। তেওঁলোকৰ কিছুমানে পিছত আমেৰিকা-ইউৰোপলৈকে তিনি- চাৰিবাৰ গৈছে। কিন্তু সেই সময়ত কলিকতাই আছিল দূৰৰ অলকাপুৰী। আৰু সেই কলিকতাকো সময়ৰ সোঁতে খুন্দিয়াই, খহাই আজি বেলেগ ৰূপ দিলে। ❑

লেখকৰ পিতৃ-মাতৃ



স্বৰ্গীয় মহেন্দ্ৰনাথ গোহাঁই
স্বৰ্গীয়া শৰৎকুমাৰী গোহাঁই



১৯৫০ চনত এম চি এম ই স্কুলৰ ষষ্ঠ শ্ৰেণীৰ ছাত্ৰ অৱস্থাত লেখক।




১৯৫০ চনৰ এম চি এম ই স্কুলৰ ক্লাছ ছিক্সৰ বিদায় সভা (এই ফটোখন শিলপুখুৰীৰ শ্ৰীকান্ত দাসৰ পৰা প্ৰাপ্ত)

শিক্ষক সকল (বাওঁপিনৰ পৰা) : স্বৰ্গীয় কামেশ্বৰ শৰ্মা, স্বৰ্গীয় ভাৰত শৰ্মা, স্বৰ্গীয় কৃষ্ণ শৰ্মা, স্বৰ্গীয় ধনপতি বৰ্মন।

চিনাক্ত কৰিব পৰা ছাত্ৰ (বাওঁপিনৰ পৰা) : প্ৰথম শাৰী— শ্ৰীকান্ত দাস (দ্বিতীয়), প্ৰমোদ দাস (চতুৰ্থ) স্বৰ্গীয় ৰবীন ভূএগ (পঞ্চম), ক্ষীৰদা ভূএগ (ষষ্ঠ), নগেন তালুকদাৰ (সপ্তম), লেখক (অষ্টম), প্ৰবীন বৰুৱা (নৱম)। দ্বিতীয় শাৰী (বাওঁপিনৰ পৰা ) : স্বৰ্গীয় প্ৰশান্ত দাস (প্ৰথম), সৰ্বেশ্বৰ হাজৰিকা (দ্বিতীয়), ডঃ প্ৰদীপ শৰ্মা (ষষ্ঠ)। তৃতীয় শাৰী (বাওঁপিনৰ পৰা) : নগেন মজুমদাৰ (প্ৰথম), হাছমত আলি (ষষ্ঠ), অতুল ঠাকুৰিয়া (সপ্তম), নৰেন দাস (অষ্টম)।